# আনা কাৰেনিনা




অনুবাদ
কৃপানাথ বৈশ্য


অভিযাত্ৰী প্ৰকাশন
চেনিকুঠী : গুৱাহাটী-৩

আনা কাৰেনিনা
মূল ঃ লিও টলষ্টয়
অনু ঃ কৃপানাথ বৈশ্য

প্ৰথম সংস্কৰণ ঃ নৱেম্বৰ'৯৭

ডি. টি. পি. কম্পোজিং
শ্ৰীভবেশ চন্দ্ৰ বৰুৱা
অভিযাত্ৰী কম্পিউটাৰ এণ্ড অফছেট্
গুৱাহাটী-৭৮১০০৩

ছপা
শ্ৰীসুৰেন কলিতা
অভিযাত্ৰী মুদ্ৰণ
চেনিকুঠী ঃ গুৱাহাটী-৩

বেটুপাত
ডিজাৰ্ট
গুৱাহাটী-৩

প্ৰকাশিকা
শ্ৰীমল্লিকা শৰ্মা
অভিযাত্ৰী প্ৰকাশন
কমলাকান্ত ভট্ট পথ
চেনিকুঠী ঃ গুৱাহাটী-৩

মূল্য ঃ ৫০.০০ টকা

# অনুবাদকৰ একাষাৰ

## (ভাল পুথিৰ পাতনিৰ প্ৰয়োজন নাই)

ৰুছিয়াৰ বিশ্ববিশ্ৰুত কথাশিল্পী লিও টলষ্টয়ৰ (১৮২৮-১৯১০) 'যুদ্ধ আৰু শান্তি' আৰু 'আনা কাৰেনিনা' নামৰ উপন্যাস দুখন পৃথিৱীবিখ্যাত। বহুতৰ মতে, 'যুদ্ধ আৰু শান্তি' পৃথিৱীৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ উপন্যাস; কিন্তু 'আনা কাৰেনিনা'ৰ খ্যাতি পৃথিৱীৰ আন আন দেশত, ৰুছিয়াতকৈও অধিক।

কথিত আছে যে, বিশ্বসাহিত্যৰ দহ-বাৰ গৰাকী সৰ্বশ্ৰেষ্ঠ লেখকৰ যদি এখন তালিকা কৰা হয়, তেনেহ'লে তাত নিসন্দেহে লিও টলষ্টযৰ নাম অন্তৰ্ভুক্ত হ'ব। বোধহয় এই কথা যুগ যুগান্তৰ ধৰি স্বতঃসিদ্ধ হৈ থাকিব।

টলষ্টয়ৰ লেখাবোৰ সত্যৰ ভিত্তিত প্ৰতিষ্ঠিত। সেই কাৰণে বোধহয় এইবোৰ অনন্তকাল বৰ্তি থাকিব আৰু এইবোৰে বিশ্ববাসীক মনোৰঞ্জন দিয়াৰ উপৰিও নৈতিক উৎকৰ্ষ সাধনত ইন্ধন যোগাব। আমাৰ জাতিৰ জনক মহাত্মা গান্ধীৰ জীৱনৰ ওপৰতো টলষ্টযৰ অসীম প্ৰভাৱ পৰিছিল।

টলষ্টয়ৰ প্ৰকৃতিৰ আৰু অনন্য অসাধাৰণ সৃজনী শক্তিৰ দুটা দিশ আছিল। তেওঁৰ পৰ্য্যবেক্ষণ শক্তি আছিল অসীম। সেই কাৰণে তেওঁৰ চৰিত্ৰ সমূহে সূক্ষ্মাতিসূক্ষ্ম বিষয় বা বস্তুবোৰৰ খুটিনাটি বোৰৰ বিশদ বৰ্ণনা দিব পাৰিছিল। তেওঁৰ এই মহাকাব্যিক দিশটো তেওঁৰ বৈবাহিক জীৱনৰ আগতে ৰচনা কৰা গ্ৰন্থবোৰত আৰু 'যুদ্ধ আৰু শান্তি'ত বিশেষভাৱে পৰিলক্ষিত হয়। আনহাতে 'আনা কাৰেনিনা'ত নৈতিক দৃষ্টিভংগীৰ দিশটো দৃঢ়তৰ হোৱা দেখা যায়। জ্ঞাতসাৰেই হওক বা অজ্ঞাতসাৰেই হওক, উপন্যাস ৰচনাৰ যথাবিহিত ৰীতি-নীতিবোৰৰ সমন্বয় ঘটাৰ অপূৰ্ব নিদৰ্শন 'আনা কাৰেনিনা'ত দৃষ্টিগোচৰ হয়। সেই কাৰণে ৰুছিয়াৰ বাহিৰত, বিশেষকৈ ইংলেণ্ড আৰু আমেৰিকাত, পুথিখনৰ চাহিদা বৃদ্ধি পাইছিল।

উনবিংশ শতিকাৰ ৰুছ দেশৰ দুহাল প্ৰেমিক-প্ৰেমিকাৰ প্ৰেমকাহিনী 'আনা কাৰেনিনা'ত জীৱন্ত হৈ ফুটি উঠিছে। লেভিন আৰু কিটি চৰিত্ৰ দুটাৰ মাজেদি টলষ্টয়ে

পাৰিবাৰিক জীৱনৰ জয়গান গাইছে আৰু পাৰিবাৰিক জীৱনক মহীমান কৰি তুলিছে, কাৰণ তেওঁলোকৰ মাজত আছিল পাৰস্পৰিক ভালপোৱা, সহনশীলতা, ত্যাগ আৰু ইজনে সিজনক বুজাৰ চেষ্টা। টলষ্টয়ে 'আনা কাৰেনিনা'ত কিটিৰ প্ৰসৱ বেদনাৰ যিটো চিত্ৰ পাঠকৰ আগত দাঙি ধৰিছে সি সাহিত্য জগতৰ এক বিস্ময়কৰ আৰু অতুলনীয় সৃষ্টি।

টলষ্টয়ৰ বন্ধু ফেটৰ আৰু দুগৰাকী অজ্ঞাত ব্যক্তিৰ মন্তব্যৰ উদ্ধৃতিৰ পৰা বুজা যায় যে সাহিত্য জগতত 'আনা কাৰেনিনা'ৰ স্থান ক'ত, মূল্য কিমান! ফেটে তেওঁক এগৰাকী 'জিনিয়াছ' বুলি অভিহিত কৰিছিল : 'প্ৰসৱবেদনাৰ বৰ্ণনাত শিল্প নৈপুণ্যৰ কি যে বাহাদুৰি! বিশ্বৰ জন্মমুহূৰ্তৰ পৰা আজিলৈকে বা ইয়াৰ আগতে কোনেও এই কাম কৰিব পৰা নাই আৰু ভৱিষ্যতেও পুনৰ ইয়াক কৰিব নোৱাৰিব। মুৰ্খ বিলাকে মাথোন ফ্লবাৰ্টৰ বস্তুবাদৰ কথা কৈ থাকিব, কিন্তু ইয়াৰ সকলোখিনিয়েই আদৰ্শবাদ!"

আন এগৰাকী সমালোকৰ মতে —"কোনো বিদেশী সাহিত্যতে কাউন্ট টলষ্টয়ৰ সমকক্ষ ব্যক্তি নাই, আৰু আমাৰ দেশত ডষ্টভয়েস্কিয়ে মাথোন এই ক্ষেত্ৰত 'ৰ' বুলি চহী কৰা কোনো এগৰাকী ব্যক্তিৰ কথা বিশেষভাৱে প্ৰণিধানযোগ্য : চামে চামে মানুহ আহিব, সমাজৰ পৰিবৰ্তন হ'ব, ৰুছ দেশে অন্যান্য পথ লব, কিন্তু এই কিতাপ দুখন ('যুদ্ধ আৰু শান্তি' আৰু 'আনা কাৰেনিনা') সকলোৱে পঢ়িব, বাৰে বাৰে পঢ়িব, কাৰণ সেই কিতাপ দুখন ৰুছ দেশৰ জীৱন আৰু ৰুছ দেশৰ কৃষ্টিৰ অবিচ্ছেদ্য অঙ্গ। সিহঁত চন্দ্ৰ-দিবাকৰ থাকে মানে নতুন হৈয়ে থাকিব।"

অলমতি বিস্তাৰেণ।

বিনীত
কৃপানাথ বৈশ্য

# প্ৰথম খণ্ড

সুখী পৰিয়ালবোৰ একে ধৰণৰ; প্ৰতিটো অসুখী পৰিয়ালৰ দুখৰ কাৰণবোৰ পৃথক।

অবলনস্কিহঁতৰ ঘৰখনৰ সকলোতে খেলিমেলি লাগিল। স্ত্ৰীয়ে গম পালে যে প্ৰাক্তন ফৰাচী গৃহ-শিক্ষয়িত্ৰীৰ লগত স্বামীৰ অবৈধ সম্পৰ্ক আছিল। স্বামীক তেওঁ জনাই দিলে যে তেওঁ আৰু একেখন ঘৰতে তেওঁৰ লগত বাস কৰিব নোৱাৰিব। তিনি দিন ধৰি ঘৰখনত এই অৱস্থাটো চলি আছিল আৰু অকল স্বামী-স্ত্ৰীয়ে নহয়, চাকৰ-নাকৰকে ধৰি সকলোৱে অনুভৱ কৰিছিল যে এনে অৱস্থাত সিহঁত আটায়ে একেলগে থকাৰ কোনো যুক্তি নাই, কিয়নো চৰাইঘৰত অকস্মাৎ একত্ৰিত হোৱা মানুহবিলাকৰ মাজত হোৱা সম্পৰ্কও অবলনস্কি পৰিয়াল আৰু চাকৰ-নাকৰবোৰৰ মাজত হোৱা সম্পৰ্কতকৈও বেছি ভাল। স্ত্ৰী নিজৰ কোঠাটোৰ পৰা ওলোৱা নাছিল আৰু স্বামী তিনিদিন ধৰি ঘৰত নাছিল। ল'ৰা-ছোৱালীবিলাকে যেনি তেনি দৌৰা-দৌৰি কৰি ফুৰিছিল। ইংৰাজ গৃহ-শিক্ষয়িত্ৰীয়ে গৃহৰক্ষকৰ লগত কাজিয়া কৰিছিল আৰু তেওঁৰ কাৰণে এটা চাকৰি যোগাৰ কৰিবলৈ তেওঁৰ বান্ধৱীলৈ লিখিছিল। ৰান্ধনি কালি দুপৰীয়াৰ আহাৰৰ আগে আগে ঘৰৰ পৰা ওলাই গৈছিল; ৰান্ধনি-ঘৰত কাম কৰা ছোৱালী আৰু কচোৱানেও কাম এৰি দি গুচি যাব বুলি ধমকি দিছিল।

কাজিয়া লগাৰ তৃতীয় দিনা প্ৰিন্স স্তেপান আৰ্কাদিয়েভিচ অবলনস্কিৰ—যি বন্ধু-বান্ধৱৰ মাজত সাধাৰণতে স্তিভা বুলি জনাজাত— যথা সময়ত, অৰ্থাৎ ৰাতিপুৱা আঠ বজাত, টোপনি ভাগিল, স্ত্ৰীৰ শোৱা কোঠাত নহয়, নিজৰ পঢ়া কোঠাৰ ভিতৰত, মৰক্কো চামৰাৰ স্প্ৰিং লগোৱা ছোফাখনত। তেওঁ যেন দীঘলীয়াকৈ এটা টোপনি মাৰিবৰ কাৰণে তেওঁৰ আলসুৱা সুস্থ সবল দেহটো ছোফাৰ গাদিত ঘূৰাই লৈ সিকাষৰপৰা টানি অনা গাৰুটোত নিজৰ মুখখন চেপি ধৰিলে; কিন্তু হঠাৎ চমকি উঠি ছোফাখনৰ ওপৰত বহি চকু মেলি চালে।

"এৰা, কি যে হৈছিল!" —সপোনৰ কথাটো মনত পেলাবলৈ চেষ্টা কৰি তেওঁ ক'লে। "এৰা, হয়; হয়! আলাবিনে ডাৰ্মস্তাদত এটা ভোজৰ আয়োজন কৰিছিল। নহয়, ডাৰ্মস্তাদত নহয়, কোনো এখন আমেৰিকান হোটেলত। এৰা, আলাবিনে ভোজ দিছিল কাচৰ টেবুলত আৰু টেবুলবোৰে 'ইল মিয়ো তোছোৰো' গাইছিল। নহয়, 'ইল মিলো তোছোৰো' নহয়, তাতোকৈও ভাল আৰু টেবুলবোৰৰ ওপৰত কিছুমান সৰু সৰু কাচৰ পান-পাত্ৰ আছিল, কিন্তু আচলতে সেইবোৰ আছিল তিৰোতা মানুহ,"-তেওঁৰ মনত পৰিল।

হৰিষত স্তেপান আৰ্কাদিয়েভিচৰ চকুত চমক আৰু ওঁঠত হাঁহি বিৰিঙি উঠিল। "এৰা, সুন্দৰ আছিল, অতি সুন্দৰ আছিল সপোনটো। আৰু তাত যে কত প্ৰকাৰৰ

আনন্দদায়ক বস্তু আছিল তাক কোনেও ভাষাৰে বৰ্ণনা কৰিব নোৱাৰে, নাইবা জাগ্ৰত অৱস্থাত চিন্তা কৰিও ফুটাই তুলিব নোৱাৰে। পৰ্দা এখনৰ কাষেদি এজলকা পোহৰ অহা দেখি তেওঁ সাৱধানে ছোফাখনৰ পৰা ভৰি দুখন নমাই ভৰিৰে চটি জোতাযোৰ খেপিয়াবলৈ ধৰিলে। সোণালী মৰক্কোৰ ওপৰত এম্ব্ৰইডাৰি কৰা এই জোতাযোৰ আৰু বেলি তেওঁৰ জন্মদিনত তেওঁৰ স্ত্ৰীয়ে উপহাৰ দিছিল। আৰু আজি নবছৰে নিতৌ কৰি অহাৰ দৰে বিছনাৰ পৰা নুঠাকৈয়ে তেওঁ হাতখন সেই ঠাইলৈকে আগবঢ়াই দিলে, তেওঁৰ শোৱা কোঠাটোৰ যি ঠাইত তেওঁৰ ড্ৰেছিং গাউনটো সদায় আৰি থোৱা হৈছিল। আৰু তেতিয়া তেওঁৰ মনত পৰিল যে কিয় তেওঁ স্ত্ৰীৰ শয়ন-কোঠাত শোৱা নাছিল, শুইছিল নিজৰ পঢ়া কোঠাটোত। ততালিকে তেওঁৰ মুখৰ হাঁহি নোহোৱা হ'ল আৰু ভ্ৰূযুগল কোঁচ খাই গ'ল।

"আহ্, আহ্! উহ্ উহ্ !..." কি হৈছিল সেই সকলো কথা মনত পৰি তেওঁ ভোৰ্ভোৰাই উঠিল। স্ত্ৰীৰ লগত হোৱা কাজিয়াখনৰ সকলো খুঁটিনাটি, তেওঁৰ অৱস্থাৰ সকলো নিৰুপায়তা আৰু সবাতোকৈ যন্ত্ৰণাদায়ক তেওঁৰ নিজৰ অপৰাধৰ কথাটো পুনৰ ভাহি উঠিল তেওঁৰ কল্পনা–চকুৰ আগত।

"নাই, তেওঁ মোক ক্ষমা নকৰিব, ক্ষমা কৰিব নোৱাৰে। আটাইতকৈ ভয়াবহ কথাটো হৈছে, —সম্পূৰ্ণ দোষটো মোৰ। দোষ মোৰ, অথচ মোক দোষী কৰিলে নহ'ব। আৰু সেইটোৱে হৈছে আটাইতকৈ দুখৰ কথা।" এই কলহৰ ফলত হোৱা চৰম যাতনাৰ কথা ভাবি হতাশাত তেওঁ 'আহ্ আহ!' কৰিবলৈ ধৰিলে।

সবাতোকৈ বেদনাদায়ক হৈছিল সেই প্ৰথম মুহূৰ্তটো— যেতিয়া তেওঁ ৰংমনে স্ত্ৰীৰ কাৰণে হাতত এটা ডাঙৰ নাচপতি লৈ থিয়েটাৰৰ পৰা উভতি আহি স্ত্ৰীক ড্ৰয়িং ৰুমত দেখা নাপালে; আচৰিত কথা পঢ়া কোঠাটোৰ ভিতৰতো তেওঁক দেখা নাপালে। শেষত দেখা পালে শোৱা কোঠাটোত, হাতত আছে সকলো কথা জাহিৰ কৰি দিয়া সেই অমঙ্গলীয়া চিঠিখন।

সদায় ঘৰুৱা কামত ব্যস্ত, উদ্বিগ্ন আৰু স্বামীৰ মতে যি অলপ বোকা, তেওঁৰ ডলিয়ে চিঠিখন হাতত লৈ নিশ্চল হৈ বহি আছে। আতঙ্ক, হতাশা আৰু ক্ৰোধৰ দৃষ্টিত তেওঁ স্বামীৰ ফালে চালে।

"এইখন কি? এইখন? —চিঠিখন দেখুৱাই ডলিয়ে প্ৰশ্ন কৰিলে।

সেই মুহূৰ্তত, অতৰ্কিতে কোনো এটা লজ্জাজনক পৰিস্থিতিত ধৰা পৰিলে মানুহৰ যেনেকুৱা অৱস্থা হয়, স্তেপান আৰ্কাদিয়েভিচৰ অৱস্থাও ঠিক তেনেকুৱাই হৈছিল, কিন্তু তাৰ কাৰণে তেওঁ নিজকে প্ৰস্তুত কৰি তুলিব পৰা নাছিল। অপমানিত বোধ কৰা, অস্বীকাৰ কৰা, কৈফিয়ৎ দিয়া, ক্ষমা প্ৰাৰ্থনা কৰা, এনেকি নিৰ্বিকাৰ থকাৰ পৰিৱৰ্তে তেওঁ যি কৰিলে তাৰ তুলনাত বোধহয় এই সকলোবোৰেই ভাল হ'লহেঁতেন।— তেওঁৰ মুখত একেবাৰে অনিচ্ছাকৃতভাৱেই ফুটি উঠিল তেওঁৰ চিৰ অভ্যস্ত, সদাশয় আৰু নিৰ্বোধ হাঁহিটো।

এই নির্বোধ হাঁহিটোৰ কাৰণে তেওঁ নিজকে ক্ষমা কৰিব নোৱাৰিলে। সেই হাঁহিটো দেখি ডলি যেন শাৰীৰিক যন্ত্ৰণাত কঁপি উঠিল— তাৰপিচত স্বাভাৱিক উত্তপ্ততাত কটু বাক্যবাণ হানি ওলাই গ'ল ঘৰৰ পৰা। তেতিয়াৰ পৰা তেওঁ স্বামীৰ মুখ চাবলৈ বিচৰা নাছিল।

"এই সকলো দোষ সেই নিৰ্বোধ হাঁহিটোৰ," স্তেপান আৰ্কাদিয়েভিচে ভাবিলে।

"কিন্তু এতিয়া ? এতিয়া কি কৰোঁ?" হতাশ হৈ তেওঁ নিজকে প্ৰশ্ন কৰিলে, কিন্তু কোনা উত্তৰ নাপালে।

স্তেপান আৰ্কাদিয়েভিচ

না উপায় বিচাৰি নাপালে। "অথচ ইয়াৰ আগতে যাৱতীয় সকলো কাম-কাজ সুন্দৰভাৱে চলিছিল। ল'ৰা-ছোৱালীবিলাকৰ সৈতে ডলি পৰম সুখ-শান্তিত আছিল। মই কোনা বিষয়তে তেওঁক হকা-বাধা কৰা নাছিলো। তেওঁ নিজৰ ইচ্ছামতে ল'ৰা-ছোৱালী কেইটাক আৰু ঘৰখন চলাইছিল। অৱশ্যে এই কথা সঁচা যে সেই ছোৱালীজনীক গৃহ-শিক্ষয়িত্ৰী হিচাপে ঘৰত ৰখাটো আমাৰ কাৰণে সমীচীন হোৱা নাছিল। গৃহ-শিক্ষয়িত্ৰীৰ প্ৰতি প্ৰেম নিবেদন কৰাত নিশ্চয় কিবা এটা তুচ্ছতা আৰু অশ্লীলতা আছে। কিন্তু কি যে গৃহ-শিক্ষয়িত্ৰী!" মাদমোজেল ৰোলাঁৰ চঞ্চল ক'লা চকুযুৰি আৰু মধুৰ হাঁহিটোৰ কথা তেওঁৰ মনত পৰিলস । অৱশ্যে আমাৰ ঘৰত থকা দিনকেইটাত মই নিজকে সংযত কৰি ৰাখিছিলো। আটাইতকৈ বেয়া কথা এই যে ছোৱালীজনী এতিয়া...এইটো এটা বৰ দুৰ্ভাগ্যৰ কথা! হায় ! হায়! এতিয়া মোৰ উপায়?"

স্তেপান আৰ্কাদিয়েভিচে ড্ৰেছিং গাউনটো পিন্ধি খিড়িকীৰ ওচৰলৈ গৈ ঘন্টা বজাই দিলে। তেওঁৰ পুৰণি বন্ধু ভেলেট মাতভেৱে পোছাক, জোতা আৰু টেলিগ্ৰাম লৈ ভিতৰলৈ সোমাই আহিল। মাতভেৰ পাচে পাচে নাপিতো আহিলে।

টেলিগ্ৰামখন হাতত লৈ আয়নাৰ সন্মুখত বহি তেওঁ সুধিলে, "অফিচৰ পৰা কিবা কাগজ-পত্ৰ আহিছে নেকি?"

"টেবুলৰ ওপৰত আছে।"

টেলিগ্ৰামখন পঢ়ি স্তেপান আৰ্কাদিয়েভিচৰ মুখখন উজ্জ্বল হৈ উঠিল, "মাতভে, মোৰ ভনী আনা কাৰেনিনা কাইলৈ ইয়ালৈ আহিব।"

"ভগৱানক ধন্যবাদ!" বুলি কৈ মাতভেৱে বুজাবলৈ বিচাৰিলে যে মনিবৰ দৰে সিও এই আগমনৰ গুৰুত্ব উপলব্ধি কৰিছে। স্তেপান আৰ্কাদিয়েভিচৰ মৰমৰ ভনীয়েক আনা আৰ্কাদিয়েভনাই স্বামী-স্ত্ৰীৰ মাজত এটা মিটমাট কৰি দিব পাৰিব।

"অকলে আহিছে নে স্বামীৰ লগত?" মাতভেৱে প্ৰশ্ন কৰিলে।

নাপিত অৱলনস্কিৰ ওপৰৰ ওঁঠটোৰ লগত ব্যস্ত থকাৰ কাৰণে অৱলনস্কিয়ে উত্তৰ দিব নোৱাৰিলে। সেইকাৰণে তেওঁ এটা আঙুলি ওপৰলৈ তুলি দেখুৱালে। আয়নাত তেওঁৰ ফালে চাই মাতভেৱে ক'লে, "অকলে আহিছে যদি মই ওপৰ তলাত তেওঁৰ থকা-মেলাৰ ব্যৱস্থা কৰি দিম।"

"দাৰিয়া আলেক্‌জান্দ্ৰোভনাক কোৱাগে" তেন্তেই কি কৰিব লাগে কৈ দিব।"

"দাৰিয়া আলেক্‌জান্দ্ৰোভনাক?" সন্দিহান হৈ পুনৰুক্তি কৰিলে মাতভেৱে।

"এৰা, টেলিগ্ৰামখন তেওঁৰ ওচৰলৈ লৈ যোৱা; তেওঁ কি কয় জনাবা।"

টেলিগ্ৰামখন হাতত লৈ আহি মাতভে যেতিয়া ঘৰৰ ভিতৰত সোমাল, স্তেপান আৰ্কাদিয়েভিচে তেতিয়া গা-পা ধুই চুলি আঁচুৰি পোছাক পিন্ধাৰ উপক্ৰম কৰিছিল। নাপিতেও ইতিমধ্যে ক্ষৌৰকৰ্ম শেষ কৰি বিদায় লৈছিল। মাতভেৱে ক'লে,"দাৰিয়া আলেক্‌জান্দ্ৰাভনাই মোক ক'বলৈ কৈছে যে তেওঁ গুচি গৈছে। তাৰ মানে আপোনাৰ যি খুচী তাকে কৰক।"

স্তেপান আৰ্কাদিয়েভিচ খন্তেক সময় তলকা মাৰি থাকিল। তেওঁৰ মুখত এটা কৰুণ হাঁহি ফুটি উঠিল।

"তেনেহ'লে এতিয়া তোমাৰ মনে কি কয়, মাতভে?" মূৰ দুপিয়াই তেওঁ প্ৰশ্ন কৰিলে।

"সেইটো একো ডাঙৰ কথা নহয়, ছাৰ! সকলো কথা আপোনা-আপুনি ঠিক হৈ যাব।"

"আপোনা-আপুনি ঠিক হৈ যাব?"

'হয়, ছাৰ!"

"তেনেহ'লে তোমাৰ মনে তাকে কয়?... কোন?" দৰজাৰ বাহিৰত তিৰোতা মানুহৰ পোছাকৰ খচ্‌খচ্ শব্দ শুনি প্ৰশ্ন কৰিলে স্তেপান আৰ্কাদিয়েভিচে।

"মই, ছাৰ!" —মধুৰ ৰমণীকণ্ঠস্বৰ শুনা গ'ল আৰু লগে লগে ল'ৰা-ছোৱালীবিলাকৰ আয়া মাত্ৰেনা ফিলিমনোভনা দৰজাখনৰ সন্মুখলৈ আগুৱাই আহিল।

স্ত্ৰীৰ ওচৰত স্তেপান আৰ্কাদিয়েভিচ পূৰামাত্ৰাই দোষী হলেও আৰু নিজেও সেই কথা অনুভৱ কৰিলেও ঘৰৰ আটায়ে, এনেকি দাৰিয়া আলেক্‌জান্দ্ৰোভনাৰ বান্ধৱী আয়া মাত্ৰেনাও, তেওঁৰ পক্ষত আছিল।

"কি হ'ল?" দৰজাৰ ওচৰলৈ আগুৱাই গৈ প্ৰশ্ন কৰিলে স্তেপান আৰ্কাদিয়েভিচে।

"আপুনি গৈ হয় মিটমাট কৰক, নহয় আপোনাৰ দোষ স্বীকাৰ কৰক। করুণাময় ঈশ্বৰ আপোনাৰ সহায় হওক। দাৰিয়া আলেক্‌জান্দ্ৰোভনাই বৰ কষ্ট পাইছে, তেওঁৰ পিনে চালেই দুখ লাগে। ঘৰখন একেবাৰে ওলট-পালট হৈ গৈছে। ল'ৰা-ছোৱালীবিলাককো অলপ মৰম কৰা উচিত। আপুনি তেখেতক কওক যে আপোনাৰ দোষ হৈছে।

"কিন্তু, তেওঁতো মোৰ লগত দেখাই নকৰিব..."

"তথাপিতো আপোনাৰ কৰ্তব্যখিনিতো কৰা হ'ব। ঈশ্বৰ করুণাময়, ছাৰ, তেওঁৰ ওচৰত প্ৰাৰ্থনা কৰক ।"

"বেছ।... তেনেহ'লে তুমি এতিয়া যোৱাঁ। মই পোছাকপাতি পিন্ধি লওঁ।" হঠাৎ তেওঁৰ মুখখন ৰঙা পৰি উঠিল।

ষাঠি বছৰৰ বুঢ়াৰ পৰা কুৰি বছৰৰ ডেকা, অভিনেতা, মন্ত্ৰী, ব্যৱসায়ী, এড্‌ভোকেট জেনেৰেল আদি সকলো পৰিচিত ব্যক্তিৰ লগত অবলনস্কিৰ অন্তৰঙ্গতা আছিল। তেওঁ

সমাজৰ সৰু-বৰ সকলো শ্ৰেণীৰ মানুহৰ লগত চাম্পেন পান কৰিছিল আৰু সেইসকল মানুহৰ লগত তেওঁৰ 'তুমি' সম্পৰ্ক গঢ়ি উঠিছিল। লেভিনে তেওঁক দেখা কৰিবলৈ আহোঁতে তেওঁৰ অধীনস্থ কৰ্মচাৰীসকলৰ আগত অবলনস্কিয়ে তেওঁক 'তুমি' বুলি সম্বোধন কৰি অনধিকাৰ দেখুৱাটো উচিত নহ'ব বুলি ভাবি তেওঁক নিজৰ ব্যক্তিগত অফিচলৈ হাতত ধৰি লৈ গ'ল।

লেভিন অবলনস্কিৰ প্ৰায় সমবয়সীয়া আৰু তেওঁলোকৰ 'তুমি' সম্পৰ্কটো কেৱল চাম্পেন পানৰ মাজতে আৱদ্ধ নহয়। দুয়ো বাল্যবন্ধু আৰু দুয়োৰে মাজত চৰিত্ৰগত আৰু ৰুচিগত প্ৰভেদ থকা সত্ত্বেও ইজনে সিজনক ভাল পায়; আৰু আলোচনা প্ৰসঙ্গত ইজনে সিজনৰ জীৱিকা ভাল বুলি স্বীকাৰ কৰিলেও মনে মনে কিন্তু বিপৰীত মনোভাব পোষণ কৰে। প্ৰত্যেকে ভাবে তেওঁৰ জীৱনটো আচল জীৱন, বন্ধুৰ জীৱনটো ছায়ামূৰ্ত্তি মাত্ৰ। গতিকে লেভিনক দেখি অবলনস্কিয়ে তেওঁৰ বিদ্ৰূপাত্মক হাঁহিটো সামৰিব নোৱাৰিলে। বহুবাৰ তেওঁ এই মানুহজনক গাঁৱৰ পৰা মস্কোলৈ অহা দেখিছে। গাঁৱত তেওঁ কিবা এটা কৰে, কিন্তু প্ৰকৃততে কি কৰে তাক অবলনস্কিয়ে নাজানে আৰু জানিবৰ কাৰণে আগ্ৰহো নকৰে। আৰু লেভিনেও মনে মনে অবলনস্কিৰ নগৰীয়া জীৱন আৰু চৰকাৰী কামক ঘৃণাৰ চকুৰে চায় — তেওঁৰ মানত এইবোৰ কাম তুচ্ছ আৰু হাস্যাস্পদ।

কেবিনেটৰ ভিতৰত সোমাই হাতখন এৰি দি অবলনস্কিয়ে ক'লে, "আজি বহুদিনৰ পৰা তোমাৰ অপেক্ষাত আছো। তোমাক দেখি বৰ আনন্দ পাইছো। এতিয়া কি কৰিছা? কেনে আছা? কেতিয়া আহিলা?"

লেভিনে অবলনস্কিৰ সহকৰ্মী দুজনৰ অপৰিচিত মুখৰ ফালে চাই আছিল। অবলনস্কিযে ঈষৎ হাঁহি "আহা, তোমালোকক পৰিচয় কৰাই দিওঁ" বুলি ক'লে। এওঁলোক মোৰ সহকৰ্মী ফিলিপ, ইভানিচ, নিকিতিন আৰু মিহাইল স্তানিস্লাভিচ গ্ৰিনেভিচ।" ইয়াৰ পিচত লেভিনৰ পিনে চাই "এওঁ মোৰ বন্ধু কনস্তান্তিন দিমিত্ৰিচ লেভিন — গাওঁ পঞ্চায়তৰ এজন সক্ৰিয় সদস্য, ক্ৰীড়াবিদ, ব্যায়ামবীৰ যি এখন হাতেৰে এশ আশী পাউণ্ড ওজন দাঙিব পাৰে পশুপালক আৰু ছেৰ্গেই ইভানিচ কজ্‌নিশেভৰ ভ্ৰাতৃ।"

"পৰিচিত হৈ বৰ আনন্দ পালো," বৃদ্ধ ভদ্ৰলোকজনে ক'লে।

"আপোনাৰ দাদা ছেৰ্গেই ইভানিচৰ লগত মোৰ পৰিচয় হোৱাৰ সৌভাগ্য হৈছে," গ্ৰিনেভিচে তেওঁৰ দীঘল দীঘল নখযুক্ত হাতখন আগবঢ়াই দি ক'লে।

লেভিনে ভ্ৰূ কুঞ্চিত কৰি আবেগহীন উদাসীনতা সহকাৰে কৰমৰ্দন কৰিলে আৰু ততালিকে অবলনস্কিৰ ফালে ঘূৰি চালে। ৰাছিয়াৰ খ্যাতনামা সাহিত্যিক সতীয়া ভায়েক কজ্‌নিশেভৰ প্ৰতি যথেষ্ট শ্ৰদ্ধা থকা সত্ত্বেও কনস্তান্তিন লেভিনৰ পৰিৱৰ্তে বিখ্যাত লোক কজ্‌নিশেভৰ ভায়েক হিচাপে পৰিচিত হোৱাৰ কথাটো তেওঁ সমূলি সহ্য কৰিব নোৱাৰিলে।

"নাই, মই এতিয়া গাওঁ পঞ্চায়তত নাই," লেভিনে অবলনস্কিক জনালে, "সকলোৰে লগত কাজিয়া হৈছে, সভা-সমিতিলৈও যাবলৈ এৰিছো।"

"ইমান সোনকালে!" মৃদু হাঁহি এটা মাৰি অবলনস্কিয়ে ক'লে, "কিন্তু কেনেকৈ? কি কাৰণে?"

"সেইটো এটা দীঘলীয়া কাহিনী। আন এসময়ত ক'ম।" কিন্তু লগে লগে লেভিনে কোৱাত লাগি গ'ল "মানে, সংক্ষেপতে ক'ব লাগিলে গাওঁ পঞ্চায়তৰ দ্বাৰা কোনো কাম হোৱা নাই, আৰু নহবও। ই এটা খেলাৰ বাহিৰে একো নহয়। কিন্তু এতিয়া খেলা-ধূলা কৰি আনন্দ কৰাৰ মোৰ সময় নাই। মই সিমান ডেকাও নহওঁ, সিমান বুঢ়াও নহওঁ।" লেভিনে এনে ভঙ্গিত কথা ক'লে যে কোনোবাই যেন তেওঁক অপমান হে কৰিছে। "আচলতে সেইখন হৈছে স্থানীয় গোষ্ঠীৰ পক্ষে টকা ঘটাৰ এটা ফন্দি। উৎকোচ নহয়, বিনা কামে পোৱা বেতন।"

"তেনেহ'লে দেখিছো তোমাৰ পুনৰ এটা নতুন অধ্যায় আৰম্ভ হ'ল—তুমি এজন ৰক্ষণশীল," অবলনস্কিয়ে ক'লে, "ঠিক আছে পিচত আমি এই বিষয়ে আলোচনা কৰিম।"

"হ'ব, পিচত হ'লেও হ'ব।" বিৰূপ মনোভাব লৈ গ্ৰিনেভিচৰ হাতৰ ফালে চালে লেভিনে, "কিন্তু তোমাৰ লগত মোৰ এটা দৰকাৰী কথা আছিল।"

"তুমি দেখোন কৈছিলা, তুমি আৰু কেতিয়াও ইউৰোপীয় পোছাক নিপিন্ধা!" লেভিনৰ নতুন ফৰাচী কাটৰ ছুটযোৰ দেখি অবলনস্কিয়ে ক'লে। "তেনেহ'লে তুমি সঁচাসঁচিকৈ এটা নতুন অধ্যায় আৰম্ভ কৰি দিছা!"

হঠাৎ ৰঙা পৰি উঠিল লেভিন। তেওঁৰ পৰিৱৰ্তন দেখি অবলনস্কিয়ে চকু দুটা ঘূৰাই আনিলে।

"তেনেহ'লে ক'ত আমাৰ দেখা-দেখি হ'ব?" লেভিনে প্ৰশ্ন কৰিলে, "তোমাৰ লগত মই অলপ কথা-বতৰা পাতিবই লাগিব।"

অবলনস্কিয়ে অলপ চিন্তা কৰি ক'লে, "যদি আমি 'গুৰিন'লৈ গৈ লাঞ্চ কৰাৰ সময়ত কথা পাতো, কেনে হয়?"

লেভিনে অলপ চিন্তা কৰি উত্তৰ দিলে, "নাই, তাৰ আগতে মই আন ঠাইলৈ যাবলগীয়া আছে।"

"তেনেহ'লে তুমি যি ক'ব খোজা কৈ লোৱা— ডিনাৰত আমি আড্ডা মাৰিম।"

"কথাটো হৈছে...এই, মানে... সিমান জৰুৰী নহয়," লাজ কৰি কথাটো ক'বলৈ চেষ্টা কৰোতে তেওঁৰ মুখত যেন এক খণ্ডৰ অভিব্যক্তি ফুটি উঠিল। "আচ্ছা, শ্চেৰবাৎস্কিইতে এতিয়া কি কৰিছে? সকলো আগৰ দৰে আছেনে?"

অবলনস্কিয়ে বহুদিন আগৰ পৰাই জানিছিল যে লেভিনে তেওঁৰ খুলশালী কিটিক ভাল পায়। তেওঁ হাঁহিছিল আৰু আনন্দতে তেওঁৰ চকু দুটা জলমল কৰি উঠিছিল।

"তুমি ক'লা অলপ কথা; কিন্তু ভাই, মইতো অলপ উত্তৰ দিব নোৱাৰিম! কাৰণ..."

"ঠিক আছে, ঠিক আছে আমি পিচতো এই বিষয়ে কথা পাতিব পাৰিম।"

"বেছ, বুজিলো...। তোমাক আমাৰ ঘৰলৈ মাতি নিয়াই উচিত আছিল। মোৰ স্ত্ৰীৰ শৰীৰ সিমান ভাল নহয়। তথাপি তুমি যদি তেওঁলোকৰ লগত কথা পাতিব খোজা, তেনেহ'লে চিৰিয়াখানালৈ যাব পাৰা। চাৰি বজাৰ পৰা পাঁচ বজালৈ তেওঁলোক নিশ্চয় তাত থাকিব। কিটিয়ে তাত স্কেট কৰে। তুমি এতিয়া তালৈ যোৱাঁ, মই পিচত গৈ তোমাক লগ ধৰিম। তাৰপিচত দুয়ো একেলগে কৰবাত ডিনাৰ খাম।"

"বৰ ভাল কথা। তেনেহ'লে এতিয়া বিদায়হে।"

"কথাটো মনত ৰাখিবা কিন্তু!" হাঁহি হাঁহি পাচফালৰ পৰা অবলনস্কিয়ে ক'লে, "মইতো তোমাক জানো—তুমি হয়তো সকলো কথা পাহৰি গৈ হঠাৎ তোমাৰ গাঁৱৰ ফালে ঢাপলি মেলিবা।"

"নাই, নাই নাপাহৰোঁ!"

কেবিনেটৰ পৰা ওলাই আহিল লেভিন। দুৱাৰডলিৰ ওচৰলৈ আহি তেওঁৰ মনত পৰিল—অবলনস্কিৰ সহকৰ্মী সকলৰ পৰা তেওঁৰ বিদায় লোৱা নহ'ল।

"ভদ্ৰলোক নিশ্চয় এজন খুব উদ্যোগী পুৰুষ।" লেভিন যোৱাৰ পিচত গ্ৰিনেভিচে ক'লে।

"এৰা," মূৰ দুপিয়াই ক'লে অবলনস্কিয়ে, "বৰ সুখী মানুহ। কাৰাজিনস্কি জিলাত ছয় হাজাৰ একৰৰো অধিক মাটি পৰি আছে তেওঁৰ সমুখত কি যে শক্তি, কি যে উদ্দীপনা! আমাৰ দৰে নহয় ভাই।"

"তোমাৰ জানো কিবা আপত্তি কৰিবলগীয়া আছে, স্তেপান আৰ্কাদিয়েভিচ?"

"আছে, নিশ্চয় আছে। মোৰ অৱস্থা একেবাৰে কাহিল," দীঘলকৈ এটা হুমুনিয়াহ কাঢ়ি স্তেপান আৰ্কাদিয়েভিচে ক'লে।

অবলনস্কিয়ে যেতিয়া লেভিনক মস্কোলৈ অহাৰ কাৰণ সুধিছিল, তেতিয়া লাজতে লেভিনৰ মুখখন ৰঙচুৱা হৈ পৰিছিল আৰু তেওঁ যে অবলনস্কিৰ খুলশালীয়েকৰ পাণি-প্ৰাৰ্থনা কৰিবলৈ আহিছিল সেই কথা ক'ব পৰা নাছিল।

মস্কোৰ দুটা প্ৰাচীন সম্ভ্ৰান্ত পৰিয়াল লেভিন আৰু শ্চেৰবাৎস্কিহঁতৰ মাজত ঘনিষ্ঠতা আৰু বন্ধুত্বৰ সম্পৰ্ক আছিল। লেভিনে বিশ্ববিদ্যালয়ত পঢ়াৰ সময়ত এই সম্পৰ্ক গাঢ়তৰ হৈ উঠিছিল। ডলি, নাটালিয়া আৰু কিটিৰ ভায়েক পিন্স শ্চেৰবাৎস্কি আৰু লেভিন একে সময়তে বিশ্ববিদ্যালয়ত ভৰ্তি হৈছিল। সেই সময়ত লেভিনে প্ৰায়ে শ্চেৰবাৎস্কিহঁতৰ ঘৰলৈ আহিছিল আৰু ঘৰখন তেওঁৰ অতি আপোন হৈ উঠিছিল। নিজৰ মাকৰ কথা লেভিনৰ মনত নাছিল, ভনীয়েকজনীও বয়সত তেওঁতকৈ বহুত ডাঙৰ আছিল। গতিকে শ্চেৰবাৎস্কিহঁতৰ ঘৰতে তেওঁ প্ৰথমতে এটা প্ৰাচীন সম্ভ্ৰান্ত পৰিয়ালৰ জীৱন-ধাৰাৰ লগত পৰিচিত হৈছিল—নিজৰ মাক-দেউতাকৰ মৃত্যুৰ হেতুকে যি আস্বাদৰ পৰা তেওঁ ইমান দিনে বঞ্চিত হৈ আছিল। সেই পৰিয়ালৰ সকলো সদস্য বিশেষকৈ, ছোৱালীবিলাক যেন এক ৰহস্যময় কাব্যিক অৱগুণ্ঠনৰ মাজত আবদ্ধ আছিল। তেওঁ সিহঁতৰ মাজত কোনো ত্ৰুটিকে দেখা নাছিল, বৰং তেওঁ কল্পনা কৰিছিল,

সেই কাব্যিক আৱগুণ্ঠনৰ অন্তৰালত আছিল ৰাশি ৰাশি কোমল অনুভূতি আৰু সম্ভাব্য সমস্ত পৰিপূৰ্ণতা।... সেই ঘৰৰ তিনিওজনী তৰুণীয়ে কিয় এদিন ফৰাচী আৰু তাৰ পিচৰ দিন ইংৰাজী ভাষাত কথা কবলগীয়া হয়, কিয় এক নিৰ্দিষ্ট সময়ত ইজনীৰ পিচত সিজনীকৈ পিয়ানো বজাবলগীয়া হয়, যাৰ শব্দ ওপৰ তলাত সিহঁতৰ ভায়েকৰ ঘৰলৈ যায়, য'ত সিঁহতে পঢ়া-শুনা কৰে; কিয় সেই ফৰাচী সাহিত্য, সঙ্গীত, চিত্ৰাঙ্কন আৰু নাচৰ শিক্ষকসকল সেই ঘৰলৈ যায়; কিয় এক নিৰ্দিষ্ট সময়ত মাদমোয়াজেল লিনঁৰ লগত সেই ছোৱালী তিনিজনীক চাৰি চকাৰ গাড়ীত উঠাই তিভাৰস্কোয়ে ব্যুলেভালৈ লৈ যোৱা হয়; কিয় তাত এজন চাপ্ৰাচীৰ লগত সিহঁতে পায়চাৰি কৰি ফুৰিবলগীয়া হয়; এই সকলোবোৰ আৰু কিবা কিবি বহুতো; যি সিহঁতৰ ৰহস্যময় পৃথিৱীখনত সততে ঘটি থাকে তাৰ বহুতকে তেওঁ নুবুজে, কিন্তু তেওঁ জানে যে তাত ঘটা সকলো ঘটনাই নিখুঁত, সকলো ঘটনাই অপৰূপ। —এই ৰহস্যময়তাৰ লগতে লেভিন প্ৰেমত পৰিছিল।

ছাত্ৰজীৱনত লেভিন ডলিৰ প্ৰেমত পৰাৰ দৰেই হৈছিল, কিন্তু শীঘ্ৰেই অবলনস্কিৰ লগত তেওঁৰ বিয়া হৈ গৈছিল। তেতিয়া দ্বিতীয়গৰাকী ছোৱালীকে তেওঁ ভাল পাবলৈ ধৰিলে। লেভিনে যেন আগধৰি বুজিব পাৰিছিল যে সিহঁতৰ যি কোনো এজনীৰ লগত তেওঁ প্ৰেমত পৰিব লাগিব। অৱশ্যে কোনজনীৰ লগত সেই বিষয়ে একো নিশ্চয়তা নাছিল। কিন্তু ডাঙৰ হোৱাৰ লগে লগে নাটালিৰো কূটনীতিক লেভভৰ লগত বিয়া হৈ গৈছিল। লেভিনে বিশ্ববিদ্যালয় এৰাৰ সময়ত কিটিও সৰু ছোৱালী হৈয়ে আছিল। ইপিনে তৰুণ শ্চেৰবাৎস্কিয়ে নৌবাহিনীত যোগদান কৰিছিল আৰু বাল্টিক সাগৰত মৃত্যুমুখত পৰিছিল। গতিকে অবলনস্কিৰ লগত বন্ধুত্ব থকা সত্ত্বেও শ্চেৰবাৎস্কি পৰিয়ালৰ লগত লেভিনৰ ঘনিষ্ঠতা ক্ৰমে কমি গৈছিল। অৱশেষত এটা বছৰ গাঁৱত কটাই শীতৰ প্ৰাৰম্ভণিতে লেভিন যেতিয়া মস্কোলৈ আহি শ্চেৰবাৎস্কিহঁতক দেখা কৰিবলৈ যায়, তেতিয়া তেওঁ বুজি পায় যে তিনিজনীৰ মাজত সঁচাকৈয়ে কাক ভাল পোৱাটো তেওঁৰ নিৰ্বন্ধ।

যি কোনো লোকে ভাবিব যে লেভিনৰ দৰে বংশমৰ্য্যাদাসম্পন্ন লোকৰ পক্ষে, যাক দুখীয়া নুবুলি বৰং ধনী বুলিব পাৰি আৰু যাৰ বয়স বত্ৰিশ বছৰ, প্ৰিন্সেছ শ্চেৰবাৎস্কায়াৰ পাণিপ্ৰাৰ্থনা কৰাতকৈ আন একো সহজ কাম হ'ব নোৱাৰে। কিন্তু লেভিন প্ৰেমত পৰিছিল আৰু তেওঁৰ মনত খেলাইছিল যে কিটি সকলো ফালৰ পৰা ইমান নিখুঁত আৰু পাৰ্থিৱ বস্তুৰ উৰ্দ্ধত আৰু তেওঁ ইমান পাৰ্থিৱ আৰু হীন যে কিটিৰ উপযুক্ত পাত্ৰ হিচাপে গণ্য হোৱাৰ মুঠেই যোগ্যতা নাই। মন্ত্ৰমুগ্ধৰ দৰে প্ৰতিদিন কিটিক দেখা-সাক্ষাৎ কৰি মস্কোত তেওঁ দুমাহ কটালে আৰু এদিন হঠাতে ঠিক কৰিলে যে এই বিয়া অসম্ভৱ। পুনৰ তেওঁ গাঁৱলৈ উভতি গ'ল। এই সিদ্ধান্তৰ কাৰণ লেভিনে কিটিৰ পৰিজনবৰ্গৰ দৃষ্টিকোণৰ পৰা বিচাৰ কৰি বুজিব পাৰিছিল যে মনোমোহিনী কিটিৰ পাত্ৰ হিচাপে তেওঁ উপযুক্ত নহয় আৰু কিটিয়েও তেওঁক

কেতিয়াও ভাল পাব নোৱাৰিব। তেওঁৰ সমবয়সী বন্ধু-বান্ধৱ সকল ইতিমধ্যে কৰ্ণেল, সামৰিক কৰ্তৃপক্ষৰ ব্যক্তিগত সচিব, অধ্যাপক, বেঙ্ক আৰু ৰেল কোম্পানীৰ গুৰুত্বপূৰ্ণ পৰিচালক অথবা অবলনস্কিৰ দৰে নিৰ্দিষ্ট কাৰণে গঠিত বিচাৰ-সভাৰ সভাপতি পদত নিযুক্ত হৈছে। কিন্তু তেওঁ নিজে এজন সামান্য গ্ৰাম্য জমিদাৰ মাত্ৰ। কেৱল পশুপালন, চিকাৰ আৰু ভঁৰালঘৰ নিৰ্মাণ কৰি সময় কটায়। আন কথাত ক'বলৈ গ'লে তেওঁৰ কোনো যোগ্যতাই নাই। ৰহস্যময়ী, মনোমোহিনী কিটিয়ে এনেকুৱা এজন সাধাৰণ মানুহক কোনোমতে ভাল পাব নোৱাৰে। তদুপৰি কিটিৰ ককায়েকৰ লগত তেওঁৰ বন্ধুত্ব গঢ়ি উঠাৰ কাৰণে কিটিৰ প্ৰতি তেওঁৰ আগৰ মনোভাব সৰু ল'ৰা-ছোৱালীৰ প্ৰতি এজন প্ৰাপ্তবয়স্ক লোকৰ মনোভাবৰ দৰে আছিল, যি লেভিনৰ প্ৰেমৰ পথত অন্য এক হেঙাৰ হৈছিল। লেভিনে ভাবিছিল, তেওঁৰ দৰে এজন চাধা-চিধা সদাশয় লোকক বন্ধু হিচাপে পছন্দ কৰিব পাৰে, কিন্তু তেওঁ কিটিক যেনেদৰে ভাল পায়, কিটিৰ পৰা তেনেদৰে ভালপোৱা পাবলৈ হ'লে মানুহজন হোৱা উচিত সুদৰ্শন আৰু বিশেষকৈ অসাধাৰণ বৈশিষ্ট্যপূৰ্ণ। তেওঁ শুনিছে যে তিৰোতা মানুহে প্ৰায়ে অসুন্দৰ সাধাৰণ লোকক ভাল পায়, কিন্তু সেইটো তেওঁ বিশ্বাস নকৰে, কিয়নো তেওঁৰ মতে তেওঁ কেৱল সুন্দৰী, ৰহস্যময়ী, অনন্যসাধাৰণ নাৰীকহে ভাল পাব পাৰে।

কিন্তু গাঁৱত অকলে অকলে দুমাহ কটাই তেওঁ সুনিশ্চিত হৈছিল যে প্ৰথম যৌৱনৰ অভিজ্ঞতাবোৰৰ লগত আজিৰ এই প্ৰেমৰ কোনো সম্পৰ্ক নাই। এই প্ৰেমে তেওঁক মুহূৰ্তৰ বাবেও শান্তি দিয়া নাই। কিটি তেওঁৰ স্ত্ৰী হবনে নে নহয় এই প্ৰশ্নটোৰ স্থায়ী সমাধান নোহোৱাকৈ তেওঁ বাচি থাকিব নোৱাৰিব। ইমান দিনে তেওঁ কল্পনা কৰিছিল যে তেওঁ প্ৰত্যাখ্যাত হ'ব বুলি অলীক কল্পনা কৰি ইমান দিনে হতাশ হৈ আছিল, কিন্তু তেওঁ যে প্ৰত্যাখ্যাত হ'ব তাৰ কোনো প্ৰমাণ নাই। সেই কাৰণে এইবাৰ তেওঁ পাণিপ্ৰাৰ্থনা কৰাৰ উদ্দেশ্যে আৰু গৃহীত হ'লে বিবাহ কৰাৰ দৃঢ় সংকল্প লৈ মস্কোলৈ আহিছিল। অৱশ্যে প্ৰত্যাখ্যাত হ'লে তেওঁৰ কি গতি হ'ব তাক তেওঁ ভাবিব পৰা নাছিল।

আবেলি চাৰি বজাত বুকুত ধপ্‌ধপনি লৈ লেভিন চিৰিয়াখানৰ সন্মুখত এখন ভাড়াতীয়া শ্লেজৰ পৰা নামি বৰফৰ পাহাৰ আৰু স্কেটিং পথাৰবৰ ফালে আগবাঢ়ি গ'ল। তেওঁ কিটিক যে তাত লগ পাব সেই বিষয়ে নিশ্চিত আছিল, কাৰণ গেটৰ ওচৰত শ্চেৰবাংস্কিহঁতৰ গাড়ীখন তেওঁ দেখিবলৈ পাইছিল।

দিনটো আছিল বৰফযুক্ত আৰু ফৰচা। গেটৰ ওচৰত শাৰীয়ে শাৰীয়ে গাড়ী, শ্লেজ, কচোৱান আৰু আৰক্ষী বাহিনীৰ লোক থিয় হৈ আছিল। মূৰত টুপীসহ পৰিপাটিকৈ সাজপাৰ পিন্ধা মানুহবিলাক জুম বান্ধি থিয় হৈ আছিল। বাগিচাৰ পুৰণি বাৰ্চবোৰৰ ডাল-পাতবোৰৰ ওপৰত বৰফ জমা হৈ থকাৰ কাৰণে এনে অনুমান হৈছিল যে কোনো পবিত্ৰ ধৰ্মানুষ্ঠানলৈ যাবৰ কাৰণে সিহঁতক নতুনকৈ পোছাক পিন্ধাই দিয়া হৈছিল।

তেওঁ স্কেটিং পথাৰলৈ যোৱা পথেদি আগবাঢ়ি গ'ল আৰু নিজকে নিজে ক'বলৈ ধৰিলে, "উত্তেজিত নহ'বি। শান্ত হৈ থাক মূৰ্খ।" কিন্তু যিমানেই তেওঁ নিজকে শান্ত কৰিবলৈ চেষ্টা কৰিলে, সিমানেই তেওঁ উত্তেজিত হৈ উঠিল। এজন পৰিচিত মানুহে তেওঁক প্ৰীতি-সম্ভাষণ জনালে, কিন্তু মানুহজন কোন তালৈ তেওঁ ভ্ৰূক্ষেপ নকৰিলে। কিছুদূৰ আগবাঢ়ি গৈ তেওঁ স্কেটিং-পথাৰখন আৰু অগণন স্কেটাৰৰ মাজত কিটিক পালে।

পথাৰৰ অন্য প্ৰান্তত থিয় হৈ কিটি এজনী ভদ্ৰ মহিলাৰ লগত কথা পাতি আছিল। কিটিৰ পৰিচ্ছদত একো বিশেষত্ব নাথাকিলেও লেভিনে সহজে তেওঁক চিনি পাইছিল, যেনেকৈ কাঁটাগছৰ জঙ্গলৰ মাজত গোলাপ ফুল এটাক সহজে দেখা পোৱা যায়। সকলোকে উজ্জ্বল কৰি তুলিছিল কিটিয়ে। কিটিৰ হাঁহিটোৰ কিৰণ যেন পৰিছিল চৰ্তুদিশে। লেভিনে ভাবিছিল— "মই জানো বৰফৰ ওপৰেদি তেওঁৰ ওচৰলৈ যাব পাৰিম?" কিটি যি ঠাইত থিয় হৈ আছিল সেই ঠাইখিনি তেওঁৰ মানত এখন অনধিগম্য পবিত্ৰভূমি আছিল আৰু তেওঁ এবাৰ ইমান সন্ত্ৰস্ত হৈ উঠিছিল যে তেওঁ তাৰ পৰা উলটি আহিবলৈ বিচাৰিছিল। কিন্তু পিছ মুহূৰ্ততে তেওঁ মনটো ডাঠ কৰিলে। নানা ধৰণৰ মানুহ তেওঁৰ ওচৰেদি অহা-যোৱা কৰিছে। তেৱোঁ স্কেট কৰাৰ কাৰণে তালৈ যাব পাৰিব। তেওঁ কিটিৰ পিনে নোচোৱাকৈ নামি গ'ল। কিন্তু সূৰ্য্যৰ পিনে নাচালেও যেনেকৈ সূৰ্য্যক দেখা পোৱা যায়, তেনেকৈ তেওঁ কিটিকো দেখা পাইছিল।

চুটি জেকেট আৰু আটিল পেন্ট পিন্ধা কিটিৰ খুড়াকৰ পুতেক নিকোলাই শ্চেৰবাৎস্কি ভৰিত স্কেট বন্ধা অৱস্থাত এখন বেঞ্চিত বহি আছিল। লেভিনক দেখি তেওঁ কৈ উঠিল, "এই যে ৰাছিয়াৰ এক নম্বৰ স্কেটবিদ! তুমি ইয়াত বহুদিন ধৰি আছা নেকি?... তোমাৰ স্কেটযোৰ পিন্ধি লোৱাঁ।"

"মোৰ লগত স্কেট নাই," অলপো সংকোচ আৰু কুণ্ঠাবোধ নকৰি কিটিৰ উপস্থিতিত এনেকৈ উত্তৰ দিব পাৰি লেভিনে অবাক মানিলে।

কিটিয়ে কিছুদূৰৰ পৰা লেভিনক চিনি পাই মৃদু হাঁহি এটা মাৰি শ্চেৰবাৎস্কিৰ আগত উপস্থিত হ'ল আৰু নিজকে চম্ভালি লৈ লেভিনৰ ফালে চাই মূৰ দোঁৱালে। লেভিনে যি কল্পনা কৰিছিল তাতোকৈ এতিয়া কিটি অপৰূপা। তেওঁৰ কল্পনা চকুৰ সন্মুখত জীৱন্ত হৈ ভাহি উঠিল কিটিৰ শিশুসুলভ অভিব্যক্তি, দেহৰ সূক্ষ্ম সৌন্দৰ্য্য, নম্ৰ শান্ত সত্যনিষ্ঠ চকুৰ দৃষ্টি আৰু বিশেষকৈ সেই হাঁহিটো যি তেওঁক লৈ গৈছিল এক মায়াময় জগতলৈ।

"অহা বহুদিন হ'ল নেকি?" লেভিনৰ ফালে হাত আগবঢ়াই দি কিটিয়ে সুধিলে।

"নাই, বেছি দিন হোৱা নাই। কালি আহিছো...মানে, আজি..." উত্তেজনাত কিটিৰ প্ৰশ্নটো তেওঁ বুজি পোৱা নাছিল। "তোমাক দেখা কৰাৰ উদ্দেশ্য লৈয়ে আহিছো।" কথাটো কৈ যথাৰ্থ উদ্দেশ্যটোৰ কথা মনতে ভাবি ৰঙা পৰি উঠিল তেওঁৰ মুখখন। "তুমি যে ইমান ভালকৈ স্কেট কৰিব পাৰা, সেই কথা মই জনা নাছিলো।"

"আপোনাৰ পৰা প্ৰশংসা পোৱাটো সঁচাকৈয়ে ভাগ্যৰ কথা।" ক'লা দস্তানা পিন্ধা আৰু হাতদুখনৰ পৰা বৰফৰ কণাবোৰ জোঁকাৰি পেলাই দি কিটিয়ে ক'লে, "ইযাত সকলোৱে আজিও কয়, আপোনাৰ দৰে দ্বিতীয় এগৰাকী স্কেটাৰ আজিও ওলোৱা নাই।"

"এৰা, এসময়ত মই স্কেট কৰিছিলো পাগল হৈ। ইচ্ছা হৈছিল সুপৰিপক্কতা লাভ কৰিবলৈ।"

"বোধহয় আপুনি সকলো কামকে কৰে পাগল হৈ," হাঁহি হাঁহি কিটিয়ে ক'লে। "আপুনি কেনেকৈ স্কেট কৰে চাবৰ কাৰণে মোৰ বৰ মন গৈছে। স্কেট পিন্ধি আহক, আমি দুয়ো একেলগে স্কেট কৰিম।"

"একেলগে স্কেটিং! ই জানো সম্ভৱ?" লেভিনে ভাবিলে। কিটিৰ ফালে চাই তেওঁ ক'লে, "অলপ অপেক্ষা কৰা। মই এতিয়াই স্কেট লৈ আহোঁগৈ।"

তেওঁ স্কেটিঙৰ জোতা পিন্ধিবলৈ গ'ল।

"বহু দিনৰ মূৰত আজি আপোনাক দেখা পালো, ছাৰ।" স্কেটিং পৰিচালকজনে লেভিনৰ ভৰিত স্কেট পিন্ধাই দিয়াৰ সময়ত ক'লে। "এতিয়া আপোনাক আৰু কোনেও স্পৰ্শ কৰিব নোৱাৰিব... ঠিক আছেতো ছাৰ! ফিটাডাল আঁটি পিন্ধাই দি পৰিচালকে ক'লে।

"ঠিক আছে, চমৎকাৰ হৈছে!" হাঁহি হাঁহি তেওঁ ক'লে "হয়, এয়ে হৈছে জীৱন আৰু ইয়াৰ নামেই সুখ।" চিন্তা কৰিলে লেভিনে। তেওঁ কৈছে, "আমি একেলগে স্কেট কৰিম।" এইবাৰ তেওঁক কথাটো কব লাগিব। নহয়, সেই কাৰণে মোৰ কথাটো ক'বলৈ ভয় লাগিছে কাৰণ এতিয়া মই সুখী, আশাক লৈয়ে মই সুখী।...। কিন্তু বিচত? ...নাই, মই কথাটো ক'ব লাগিব, ক'ব লাগিব, ক'ব লাগিব! দুৰ্বলতা দূৰ হ!"

লেভিনে ওভাৰকোটটো খুলি থৈ কুটিৰৰ সন্মুখৰ খৰখৰীয়া বৰফৰ ওপৰেদি গৈ মসৃণ বৰফৰ ওপৰত উঠিল আৰু অনায়াসে গতিবেগ বঢ়াই দি কিটিৰ ওচৰত সসংকোচে উপস্থিত হ'ল, কিন্তু কিটিৰ হাঁহিয়ে পুনৰ তেওঁক আশ্বস্ত কৰিলে। কিটিয়ে হাতখন আগবঢ়াই দিলে আৰু দুয়ো হাতত ধৰা-ধৰি কৰি বেগাই যাবলৈ ধৰিলে। যিমানেই বেগৰ মাত্ৰা বাঢ়িল সিমানেই কিটিয়ে লেভিনৰ হাতখনত জোৰেৰে খামোচ মাৰি ধৰিলে।

"আপুনি ওচৰত থাকিলে মই সোনকালে শিকি লব পাৰিম, কিয়নো আপোনাৰ ওপৰত মোৰ বিশ্বাস আছে।"

"তুমি যেতিয়া মোৰ ওপৰত নিৰ্ভৰ কৰিছা মোৰো মোৰ ওপৰত বিশ্বাস হৈছে।" কিন্তু এনেদৰে কোৱাৰ লগে লগে লেভিন আতঙ্কিত হৈ উঠিল আৰু সঁচাকৈ মেঘাচ্ছন্ন সূৰ্য্যৰ দৰে কিটিৰ মুখৰ পৰা অন্তৰঙ্গতা নোহোৱা হ'ল।

লেভিনে এই কথা লক্ষ্য কৰি তৎক্ষণাৎ কৈ উঠিল, "তোমাৰ কিবা অসুবিধা হৈছে নেকি? অৱশ্যে এই কথা সোধাৰ মোৰ কোনো অধিকাৰ নাই।"

"অসুবিধা কিয় হ'ব? ...নাই, কোনো অসুবিধা হোৱা নাই।" নিৰুত্তাপ কণ্ঠে উত্তৰ দিলে তেওঁ আৰু লগে লগে তেওঁ ক'লে, "আপুনি জানো মাদমোয়াজেল লিনঁৰ লগত দেখা কৰিছে?"

"এতিয়াও দেখা কৰা নাই।"

"যাওক, তেওঁৰ ওচৰলৈ যাওক। তেওঁ আপোনাক বৰ ভাল পায়।"

"কি হ'ল? মই তেওঁক আঘাত দিছো। ভগৱান, তুমি মোক সহায় কৰাঁ।" ভাবি ভাবি দ্রুত গতিত স্কেট কৰি তেওঁ বেঞ্চিত বহি থকা ফৰাচী বুঢ়ীজনীৰ ওচৰলৈ গ'ল আৰু তেওঁ বন্ধা দাঁত দুপাৰি উলিয়াই হাঁহি হাঁহি লেভিনক ক'লে, "দেখিছা নহয় মই কিমান বুঢ়ী হৈ আহিছো... বয়স বাঢ়িছে," আৰু কিটিৰ ফালে চাই ক'লে, 'সৌ পোৱালি ভালুকটোও এতিয়া ডাঙৰ হৈ উঠিছে। তুমি কেতিয়া তেওঁক সেই নামত মাতিছিলা মনত আছে?"

কথাটো লেভিনৰ মনত নাই। কিন্তু বুঢ়ীযে যোৱা দহ বছৰ ধৰি কথাটো মনত ৰাখি আনন্দ পাই আহিছে, আজিও পাইছে।

"এতিয়া তেনেহ'লে তুমি যোৱাঁ, স্কেট কৰাগৈ," মাদমোয়াজেল লিনঁৱে ক'লে "আমাৰ কিটিয়ে আজিকালি ভালেই স্কেট নকৰে জানো?"

লেভিন যেতিয়া কিটিৰ ওচৰলৈ উভতি আহিল, তেতিয়া তেওঁৰ মুখত আৰু সেই কঠোৰতা নাই। চকুযুৰি পুনৰ প্ৰীতিময হৈ উঠিছে। বৃদ্ধা গৃহশিক্ষয়িত্ৰীৰ বিষয়ে কিছু সময় কথা-বার্তা কৈ লেভিনৰ জীৱন-যাত্রা সম্পর্কে জানিবলৈ বিচাৰিলে তেওঁ।

"শীতৰ দিনত গাঁৱত থাকিবলৈ আপোনাৰ নিশ্চয় খুব একঘেঁয়া লাগে—নালাগে জানো?"

"অলপো নালাগে, মই বৰ ব্যস্ত থাকোঁ।"

"ইয়াত বেছি দিন থাকিব নেকি?"

"নাজানো।"

"কিয় নাজানে?"

"সকলো নির্ভৰ কৰিছে তোমাৰ ওপৰত।"

কিটিয়ে কথাটো নুশুনিলে বা শুনিবলৈ ইচ্ছা নকৰিলে। জোতাৰে বৰফৰ ওপৰত কেইটামান গোৰ মাৰি, হঠাৎ দ্রুতগতিত স্কেট কৰি মাদমোয়াজেল লিনঁৰ ফালে আগুৱাই গ'ল। তাৰপিচত তেওঁৰ লগত কিছু সময় কথা পাতি যিটো কোঠাত মাইকী মানুহে স্কেট খুলি ৰাখে সেইটোৰ ফালে গুচি গ'ল।

"হে ভগৱান, মই কি কাম কৰিলো? কৰুণাময়, তুমি মোক সহায় কৰা... মোক পথৰ সন্ধান দিয়াঁ," মনে মনে প্রার্থনা কৰিলে লেভিনে। লগতে তেওঁ ভাবিলে, এতিয়া তেওঁ প্রচণ্ডভাৱে কিছু সময় শাৰীৰিক পৰিশ্ৰম কৰা উচিত। সেই কাৰণে তেওঁ পূর্ণগতিত স্কেট কৰিবলৈ আৰম্ভ কৰিলে।

কোঠাটোৰ পৰা ওলাই আহি কিটিয়ে দেখিলে লেভিনে পগলাৰ দৰে স্কেট কৰিবলৈ আৰম্ভ কৰিছে। "ইমান ভাল মানুহ এইজন!" হাঁহিভৰা মুখে কিটিয়ে ক'লে যেন

লেভিন তেওঁৰ প্ৰিয় ভ্ৰাতৃহে। "এইটো জানো মোৰ অন্যায় হৈছে? লোকে ক'ব মই প্ৰেমৰ অভিনয় কৰি ফুৰোঁ।...মই জানো তেওঁ সেইজন মানুহ নহয়, যাক মই ভাল পাওঁ। কিন্তু তেওঁৰ কাষত থাকিবলৈ ভাল লাগে...আৰু তেওঁ ইমান ভাল! কিয় যে তেওঁ সেই কথাটো ক'লে....." ভাবি ভাবি অন্যমনা হৈ উঠিল কিটি।

কিটিৰ মাক চিঁড়ি পৰ্য্যন্ত নামি আহিছিল। মাকৰ লগত কিটি গুচি যাবলৈ ওলোৱা দেখি লেভিনে কছৰৎ কৰিবলৈ এৰি দি অলপ সময় স্থিৰ হৈ চিন্তা কৰিলে। পিচত স্কেট খুলি প্ৰৱেশদ্বাৰলৈ আহি তেওঁবিলাকক লগ ধৰিলে।

"তোমাক দেখি বৰ ভাল লাগিল," প্ৰিন্সেছ শ্চেৰবাৎস্কিয়ে ক'লে। "বৃহস্পতিবাৰে সাধাৰণতে আমি ঘৰতে থাকোঁ।"

"তাৰ মানে আজি?"

"তোমাক দেখা পালে আমি আনন্দিত হ'ম," কৰ্কশ সুৰত উত্তৰ দিলে প্ৰিন্সেছে।

মাকৰ ব্যৱহাৰত কিটি দুঃখিত হ'ল আৰু তাক শুধৰাই দিয়াৰ বাসনাটো তেওঁ কোনোমতে দমাই ৰাখিব নোৱাৰিলে। মুখ ঘূৰাই হাঁহি হাঁহি তেওঁ ক'লে, "গধূলি পুনৰ লগ পাম।"

ঠিক সেই সময়তে হাঁহিভৰা মুখ লৈ বিজয়ী বীৰৰ দৰে অবলনস্কি বাগানৰ ভিতৰলৈ সোমাই আহিল। ডলিৰ স্বাস্থ্য সম্পৰ্কে শাশুৰেকৰ প্ৰশ্নৰ উত্তৰত মন মাৰি আৰু মুখত দোষী দোষী ভাব লৈ দুই-এটা কথা কৈ তেওঁ লেভিনৰ হাতত ধৰিলে।

"তেনেহ'লে এতিয়া কলৈ যাবা?" লেভিনৰ চকুৰ পিনে অৰ্থপূৰ্ণ দৃষ্টিৰে চাই অবলনস্কিয়ে ক'লে, "মই কেৱল তোমাৰ কথাই ভাবি আছিলো, তুমি অহাৰ কাৰণে মই বৰ আনন্দ পাইছোঁ।"

"বলা তেন্তে" লেভিনে ক'লে। তেতিয়াও তেওঁৰ কৰ্ণকুহৰত কিটিৰ কণ্ঠস্বৰ ঝংকৃত হৈ আছিল—"গধূলি পুনৰ লগ পাম।" তেওঁৰ চকুৰ আগত ভাহি আছিল কিটিৰ সেই সময়ৰ মুখৰ হাঁহিটো।

"কলৈ যাবা? —দি ইংলেণ্ডলৈ নে হাৰ্মিটেজলৈ?"

"মোৰ কোনোটোতে আপত্তি নাই।"

"বেছ, তেনেহ'লে দি ইংলণ্ডতে খোৱা যাওক।" হাৰ্মিটেজতকৈ তাত অবলনস্কিৰ দেনা বেছি আছিল। গতিকে সেই হোটেলটো এৰি আন হোটেললৈ যোৱাটো উচিত নহ'ব বুলি তেওঁ ভাবিছিল।

লেভিনে তেওঁৰ পানপাত্ৰটো নিঃশেষ কৰিলে। অলপ সময় দুয়ো নীৰৱে বহি থাকিল। পিচত অবলনস্কিয়ে ক'লে,"এটা কথা মই তোমাক কোৱা উচিত। তুমি ভ্ৰনস্কিক জানা?"

"নাই, নাজানো। কিন্তু কিয়?"

"জনা উচিত, কাৰণ তেওঁ তোমাৰ এজন প্ৰতিদ্বন্দী"

"কোন এই ভ্ৰনস্কি?" লেভিনৰ শিশুসুলভ উল্লাসিত মুখৰ ভাবটো হঠাৎ ক্ৰুদ্ধ আৰু বিসদৃশ হৈ উঠিল।

"কোনোবা এক কাউন্ট কিৰিল ইভানোভিচৰ পুত্ৰ, পিটাৰ্ছবুৰ্গৰ গিল্টি কৰা যুৱ সমাজৰ এটি শ্ৰেষ্ঠ নিদৰ্শন। অফিচৰ কামত মই যেতিয়া তিভাৰলৈ গৈছিলো তেতিয়াই তেওঁৰ লগত মোৰ পৰিচয় হয়। সৈন্য ৰিক্ৰুটিঙৰ সম্পৰ্কত তেওঁ তালৈ গৈছিল। মানুহজন বৰ চহকী, দেখনিয়াৰ, সম্ৰাটৰ এগৰাকী ব্যক্তিগত কৰ্মচাৰী, তাদুপৰি তেওঁৰ প্ৰভাৱশালী যোগাযোগো আছে বহুত। তেওঁ সুশিক্ষিত, বুদ্ধিমান। তেওঁ নিজৰ নাম ৰাখিবই।"

মুখ বিকটাই লেভিন মনে মনে বহি থাকিল।

"তুমি যোৱাৰ কিছুদিন পিচতে ভ্ৰন্স্কি ইয়াত আহি ওলাইছেহি আৰু মই যিমানদূৰ জানো তেওঁ কিটিৰ প্ৰেমত পৰিছে আৰু তুমিতো জানাই, তেওঁৰ মাক।"

"ক্ষমা কৰিবা, মই একোকে নাজানো," লেভিনে চকু ঘোপা কৰি বিষণ্ণমনে ক'লে।

"বহাঁ, বহাঁ" হাঁহি হাঁহি লেভিনৰ হাতত ধৰিলে অবলনস্কিয়ে। "মই যি জানো তাকেই তোমাক কৈছো, তথাপি পুনৰ কৈছো এই সূক্ষ্ম, সুকোমল বিষয়ে মই যিমানদূৰ অনুমান কৰিব পাৰিছো, মোৰ বিশ্বাস সম্ভাৱনা তোমাৰ ফালেই বেছি।"

লেভিন পুনৰ চকীত বহিল আৰু তেওঁৰ মুখখন বিবৰ্ণ হৈ উঠিল।

লেভিনৰ পানপাত্ৰটো ভৰাই দি থাকোঁতে অবলনস্কিয়ে ক'লে "অৱশ্যে মই তোমাক এটা পৰামৰ্শ দিওঁ, তুমি অতি সোনকালে ইয়াৰ এটা মীমাংসা কৰি পেলোৱা।"

"নাই, ধন্যবাদ। মই আৰু নাখাওঁ," গিলাচটো ঠেলি দি লেভিনে ক'লে, "বাৰু এতিয়া কোৱা, তুমি কেনে আছা?" স্পষ্টতঃ কথাৰ মোৰ সলাবৰ কাৰণে তেওঁ ক'লে।

"শীঘ্ৰে তুমি ইয়াৰ এটা নিষ্পত্তি কৰা। অৱশ্যে আজি ৰাতিৰ কথা কোৱা নাই। কাইলৈ ৰাতিপুৱাৰ ভাগতে এবাৰ যোৱাঁ, যথা নিয়মে এটা প্ৰস্তাৱ দিয়া। ঈশ্বৰ তোমাৰ সহায় হওক।"

"তুমিতো প্ৰায়ে চিকাৰৰ কাৰণে আমাৰ তালৈ যোৱাৰ কথা কোৱা। আহিবা, অহা বসন্তকালত আহিবা।"

অবলনস্কিয়ে হাঁহিলে। লেভিনৰ মনৰ কথা তেওঁ বুজি পাইছিল।

তেওঁ ক'লে, "যাম, কোনো এসময়ত যাম। কিন্তু ভাই, নাৰী, নাৰী —এই স্ক্ৰুটোৰ দ্বাৰা সকলো ঘূৰে। যেনে, মোৰ কথাটোকে ধৰা। মোৰ অৱস্থাটো বেয়া—অতি বেয়া আৰু ইও নাৰীৰ কাৰণেই।

যুদ্ধৰ পূৰ্বমুহূৰ্তত এজন তৰুণ সৈনিকৰ মানসিক অৱস্থা যেনে হয়, ডিনাৰ আৰু অভ্যাগতসকল অহাৰ অন্তৰ্বৰ্তী সময়ছোৱাত কিটিৰো অনুভূতি ঠিক তেনেকুৱা হৈছিল।

তেওঁৰ বুকুত ধপ্‌ধপনি উঠিছিল আৰু কোনো বিষয়তে তেওঁ মন বহুৱাব পৰা নাছিল।

আজি এই সন্ধিয়াতে দুজন পুৰুষ একে ঠাইতে মিলিত হব আৰু ইয়ে তেওঁৰ জীৱনৰ এক সন্ধিক্ষণ হৈ উঠিব। শৈশৱৰ স্মৃতি আৰু পৰলোকগত ভায়েকৰ লগত লেভিনৰ বন্ধুত্বই কিটিৰ লগত লেভিনৰ সম্পৰ্কৰ ওপৰত এক কাব্যিক মাধুৰ্য্য প্ৰদান কৰিছিল। অথচ ভ্ৰন্‌স্কিৰ লগত নিজৰ ভৱিষ্যতৰ কথা কল্পনা কৰিলে কিটিৰ সন্মুখত ভাহি উঠে এক চমকপ্ৰদ সুখৰ ছবি আৰু লেভিনৰ লগত তেওঁৰ ভৱিষ্যত যেন ধোঁৱা-কোৱা।

চাৰে সাত বজাত কিটি বৈঠকখানালৈ অহাৰ লগে লগে দুৱৰীয়ে ঘোষণা কৰিলেঃ কনস্তান্তিন দিমিত্ৰিচ লেভিন। প্ৰিন্সেছ তেতিয়াও নিজৰ কোঠাটোৰ ভিতৰত আছিল। প্ৰিন্সো ওপৰ তলাৰ পৰা নামি অহা নাছিল। কিটিয়ে ভাবিলে,"মই ভবা কথা ঠিকেই।" আৰু লগে লগেই তেওঁৰ সমস্ত ৰক্ত ধাবিত হ'ল হৃৎপিণ্ডলৈ। আয়নাত নিজৰ মুখৰ ৰং পাণ্ডুবৰণীয়া হোৱা দেখি তেওঁ আতঙ্কিত হৈ উঠিল।

কিটিয়ে এতিয়া নিশ্চিতভাৱে বুজিব পাৰিলে যে বিয়াৰ প্ৰস্তাৱ দিবৰ কাৰণে তেওঁ লৰালৰিকৈ ইয়ালৈ আহিছে। এইবাৰ কিটিৰ সন্মুখত এটা নতুন সমস্যাই দেখা দিলে। কিটিয়ে চিন্তা কৰিলে—কাৰ লগত তেওঁ সুখী হ'ব। কোনজন পুৰুষক তেওঁ ভাল পায় —এই প্ৰশ্নৰ লগত অকল এয়েঁই জড়িত নহয়, আৰু কেইমিনিটমানৰ ভিতৰতে তেওঁ এজনক নিষ্ঠুৰভাৱে আঘাত কৰিব লাগিব। কিয়? কাৰণ, মানুহজনে তেওঁক ভাল পায়। কিন্তু একোকে কৰাৰ উপায় নাই। কপালত যি হ'বলগীয়া আছে হ'বই।

"হে ভগৱান! কথাটো জানো মই নিজেই ক'ব লাগিব? এতিয়া মই তেওঁক কি ক'ম? সঁচাকৈ তেওঁক ক'ব লাগিব নেকি যে মই তেওঁক ভাল নাপাওঁ? কিন্তু তেতিয়া হ'লেতো সত্য কথা কোৱা নহব। তেনেহ'লে কি ক'ম? ক'ম যে মই অন্য এজনক ভাল পাওঁ। নাই, সেইটো অসম্ভৱ। তাতকৈ মই বৰং ইয়াৰ পৰা গুচি যাওঁ, ইয়াৰ পৰা পলাই যাওঁ।"

দৰজাৰ কাষলৈ আগুৱাই যোৱাৰ লগে লগে কিটিয়ে লেভিনৰ ভৰিৰ শব্দ শুনিবলৈ পালে। "নাই এইটো সন্মানজনক নহ'ব। ভয় কৰিবলগীয়া কিটো আছে? মইতো একো অন্যায় কৰা নাই। যি হ'বলগীয়া আছে হ'বই। মই সত্য কথাই ক'ম, তেওঁৰ ওচৰত মই অস্বস্তি বোধ নকৰোঁ" উজ্জ্বল চকু দুটাৰে কিটিৰ ফালে স্থিৰ দৃষ্টিৰে চাই চাই ভিতৰলৈ সোমাই অহা লেভিনৰ বলিষ্ঠ দেহটো দেখি কিটিয়ে নিজকে নিজে ক'লে — "তেওঁ আহি পালেহিয়েই।" কিটিয়ে হাতখন আগুৱাই দি·চিধাচিধি লেভিনৰ মুখৰ ফালে চাই যেন ক্ষমা প্ৰাৰ্থনা কৰিলে।

"মই বোধহয় ঠিক সময়ত অহা নাই। বৰ আগতীয়াকৈ আহিছো।" বৈঠকখানাত কাকো নেদেখি লেভিনে ক'লে।

"নাই, নাই," এখন টেবুলৰ ওচৰলৈ গৈ কিটি ৰহিল।

"অৱশ্যে মই কিন্তু ঠিক এইটোকে বিচাৰিছিলো, মানে তোমাক অকলে পাবলৈ," নৱহাঁকে আৰু কিটিৰ ফালে নোচোৱাকৈ লেভিনে ক'লে, যাতে তেওঁ সাহস নেহেৰুৱায়।

"মা, এতিয়াই তললৈ নামি আহিব। কালিৰে পৰা তেওঁ বৰ ক্লান্ত হৈ পৰিছে' তেওঁ কথা কৈছিল যদিও নিজেই জনা নাছিল কি কৈছিল আৰু লেভিনৰ ওপৰৰ পৰা মিনতিভৰা কোমল দৃষ্টি তেওঁ আঁতৰাই নিয়া নাছিল।

লেভিনে এবাৰ কিটিৰ পিনে চালে। কিটিৰ মুখখন ৰঙা হৈ উঠিল।

"মই তোমাক কৈছিলো, মই ইয়াত বেছি দিন থকা-নথকাটো তোমাৰ ওপৰত নির্ভৰ কৰিছে...'

কিটিয়ে ক্রমশঃ মূৰটো নমাই আনিলে। ভাবি নাপালে কথাটোৰ কি উত্তৰ দিব।

লেভিনে পুনৰুক্তি কৰিলে, "সকলো কথা তোমাৰ ওপৰত নির্ভৰ কৰিছে, মই ক'বলৈ বিচাৰিছিলো... মই ক'বলৈ বিচাৰিছিলো ...মই এই কাৰণেই আহিছো ...যে ...ক'ম, মোক বিয়া কৰোৱা।" কি কৈছে তালৈ ভ্রূক্ষেপ নকৰি তেওঁ কৈ গৈছিল, কিন্তু সবাতোকৈ সাংঘাতিক কথাটো কোৱা হৈ গৈছে বুলি জানিব পাৰি তেওঁ ৰৈ গ'ল আৰু চালে কিটিৰ ফালে।

লেভিনৰ ফালে নোচোৱাকৈ কিটিয়ে সঘনে নিশ্বাস কাঢ়িলে। পৰম আনন্দত তেওঁৰ মন উপচি পৰিল। বুকুখন সুখৰ আতিশয্যত ফাটি যাওঁ যাওঁ হ'ল। কথাটোৱে যে তেওঁৰ মনৰ ওপৰত ইমানখিনি প্রভাৱ বিস্তাৰ কৰিব, তাক তেওঁ কোনো দিনে ভাবিব পৰা নাছিল—কিন্তু এই অনুভূতিটোৰ স্থায়িত্ব আছিল অতি ক্ষন্তেকীয়া। ভ্রন্স্কিৰ কথা তেওঁৰ মনত পৰিল। তেওঁ তেওঁৰ স্বচ্ছ, আন্তৰিকতাপূর্ণ চকুযুৰি ওপৰলৈ তুলি লেভিনৰ নিৰাশ মুখখন দেখি ততালিকে ক'লে, "নাই, সেইটো হ'ব নোৱাৰে ........মোক ক্ষমা কৰিব।"

মুহূর্তৰ আগতে কিটি আছিল লেভিনৰ কিমান আপোন, আৰু এতিয়া হৈ পৰিল কিমান পৰ, তেওঁৰ কাষৰ পৰা কিমান দূৰ!

কিটিৰ ফালে নোচোৱাকৈ তেওঁ ক'লে, "ইয়াৰ বাহিৰে আন একো হোৱাৰ সম্ভাৱনা নাছিল।"

তেওঁ মূৰ দোঁৱালে আৰু উভতি যাবলৈ উপক্রম কৰিলে।

সেই মুহূর্ততে প্রিন্সেছ ভিতৰলৈ সোমাই আহিল। দুয়োকে একেলগে দেখি আৰু দুয়োৰে মুখত হতাশাৰ ভাব লক্ষ্য কৰি তেওঁ আতঙ্কিত হৈ উঠিল। লেভিনে নতশিৰে তেওঁক অভিবাদন কৰিলে, কিন্তু একো নকলে। কিটিও তলমূৰ কৰি মনে মনে ৰহি থাকিল। মাকে ভাবিলে, "ঈশ্বৰক ধন্যবাদ, কিটিয়ে তেওঁক প্রত্যাখ্যান কৰিছে," আৰু প্রতি বৃহস্পতিবাৰে সঁচৰাচৰ যি হাঁহিৰে তেওঁ অভ্যাগতসকলক অভিবাদন কৰে সেই হাঁহিটো তেওঁৰ মুখত ফুটি উঠিল। আসন গ্রহণ কৰি লেভিনৰ গাঁৱৰ জীৱন সম্পর্কে

তেওঁ কথা-বতৰা পাতিবলৈ আৰম্ভ কৰিলে। লেভিন পুনৰ বহিল আৰু অতিথিসকল অহালৈকে বাট চালে, যাতে অলক্ষিতে তেওঁ তাৰ পৰা গুচি যাব পাৰে।

পাঁচ মিনিট পিচত সোমাই আহিল কিটিৰ বান্ধৱী কাউন্টেছ নৰ্দস্তন। যোৱা শীতকালত তেওঁৰ বিয়া হৈ গৈছিল। কিটিয়ে ভ্ৰনস্কিক বিয়া কৰাই সুখী হোৱাটোকে তেওঁ কামনা কৰে। লেভিনক তেওঁ অপছন্দ কৰে আৰু লেভিনক লৈ মজা কৰাটো তেওঁৰ এটা প্ৰিয় আমোদৰ বিষয়। লেভিনক তেওঁ দেখিব নোৱাৰে আৰু তেওঁ ভাল পোৱা বস্তুবোৰ লেভিনৰ কাৰণে ঘৃণাৰ বস্তু।

অনতিপলমে কাউন্টেছ নৰ্দস্তন জঁপিয়াই পৰিল লেভিনৰ ওপৰত।

"এই যে কনস্তান্তিন দিমিত্ৰিচ! আকৌ আহিল আমাৰ কলুষিত বেবিলনলৈ।" ভদ্ৰ মহিলাৰ মনত পৰিল যে এবাৰ শীতৰ আৰম্ভণিতে লেভিনে মস্কো আৰু বেবিলনক সমগোত্ৰীয় বুলি উপহাস কৰিছিল। "তেনেহ'লে বেবিলনৰ চৰিত্ৰ সংশোধিত হ'ল নে আপোনাৰ চৰিত্ৰ নষ্ট হ'ল?" মিচিকিয়া হাঁহি মাৰি কিটিৰ ফালে চাই তেওঁ ক'লে।

"আপুনি যে মোৰ কথাবোৰ ইমান ভালকৈ মনত ৰাখিছে, তাৰ কাৰণে মই গৰ্ব অনুভৱ কৰিছো, কাউন্টেছ!" মুহূৰ্তৰ ভিতৰতে নিজৰ কণ্ঠস্বৰত শ্লেষৰ তীক্ষ্ণতা বিচাৰি পালে লেভিনে, "বুজিবলৈ বাকী নাই, মোৰ কথাবোৰে আপোনাৰ মনত গভীৰ ছাপ পেলাইছে।"

"নেপেলাব কিয়? আপুনি যি কয়, মই সেই সকলোকে টুকি ৰাখো নহয়। কিটি তই জানো আকৌ স্কেটিং কৰিবলৈ গৈছিলি?"

কাউন্টেছে কিটিৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। এই মুহূৰ্ততে ইয়াৰ পৰা গুচি যোৱাটো ভাল নেদেখি। কিন্তু কিটিয়ে বাৰে বাৰে লেভিনৰ ফালে চাইছে, অথচ লেভিনৰ চকু দুটা এৰাই গৈছে। এনে অৱস্থাত গোটেই সন্ধিয়াটো বহি বহি কিটিক লক্ষ্য কৰাতকৈ গুচি যোৱাই ভাল। তেওঁ উঠিব খোজোতেই প্ৰিন্সেছে তেওঁক সুধিলে, "মস্কোত জানো তুমি বেছি দিন থাকিবা? অৱশ্যে তুমিতো তোমাৰ গাওঁ পঞ্চায়তক লৈয়ে ব্যস্ত থাকা। গতিকে বেছি দিন আঁতৰি থকাটো তোমাৰ পক্ষে সম্ভৱ নহব।

"নাই, প্ৰিন্সেছ, এতিয়া মই গাওঁ পঞ্চায়তত নাই," লেভিনে ক'লে, "তথাপি এইবাৰ কিছুদিনৰ কাৰণে আহিছো।"

"মানুহজনৰ আজি কি হৈছে?" লেভিনৰ গভীৰ মুখখন লক্ষ্য কৰি কাউন্টেছ নৰ্দস্তনে ভাবিলে, "আজি তেওঁ তৰ্কত নমা নাই। কিন্তু মই তেওঁক তৰ্ক কৰিবলৈ বাধ্য কৰাম। কিটিৰ আগত তেওঁক বুৰ্বক বনাব পাৰিলে বৰ ভাল লাগিব আৰু মই সেইখিনি কৰিহে এৰিম।"

কাউন্টেছে ক'লে, "কনস্তান্তিন দিমিত্ৰিচ দয়া কৰি মোক এটা কথা বুজাই দিয়ক, আমাৰ কালুগা গাঁৱৰ জমিদাৰীত খেতিয়কবিলাক তিৰোতাবিলাকৰ সৈতে মদ খাই সৰ্বস্বান্ত হৈছে। এতিয়া আমাক খাজনাপাতি একো নিদেয়ে। ইয়াৰ কাৰণ কি? আপুনিতো সকলো সময়তে খেতিয়কবিলাকৰ প্ৰশংসাত পঞ্চমুখ।"

এই সময়তে আন এগৰাকী মহিলা আহি ঘৰৰ ভিতৰত সোমাল। লেভিন থিয় হ'ল, "মাফ কৰিব, কাউন্টেছ; এই সম্পৰ্কে মই সঁচাই একোকে নাজানো, গতিকে আপোনাকো একো বুজাব নোৱাৰোঁ।" এইদৰে কৈ তেওঁ চালে মহিলাৰ পাচে পাচে অহা এজন সামৰিক বিষয়াৰ ফালে।

"এয়েই নিশ্চয় ভ্ৰনস্কি," ভাবিলে লেভিনে আৰু নিজৰ সিদ্ধান্তটো পৰীক্ষা কৰি চোৱাৰ কাৰণে চালে কিটিৰ ফালে। কিটিৰ আলোকিত চকুযুৰি দেখি বুজিব পাৰিলে, এই মানুহজনকে কিটিয়ে ভাল পায়। কিন্তু কেনে ধৰণৰ মানুহ এই ভ্ৰনস্কি? ভালেই হওক বা বেয়াই হওক, লেভিন এতিয়া আৰু ইয়াৰ পৰা যাব নোৱাৰে। কিটিয়ে যাক ভাল পায়, তেওঁ কি ধৰণৰ মানুহ, তাক লেভিনে জানিবই লাগিব।

কোনো কোনো লোকে সৌভাগ্যবান প্ৰতিদ্বন্দ্বীক দেখা পালে মানুহজনৰ গুণৰ ফালে পিঠি দিয়ে, কেৱল দোষকে দেখিবলৈ পায়; আন হাতে কিছুমান লোকে বিচাৰি উলিয়াবলৈ চেষ্টা কৰে কি কি গুণৰ বলত বলীয়ান হৈ মানুহজনে সফলতা অৰ্জন কৰি লৈছে। লেভিন এই দ্বিতীয় শ্ৰেণীৰ মানুহ। ভ্ৰনস্কিৰ মাজত কি কি আকৰ্ষণীয় বস্তু আছে তাক বুজিবলৈ তেওঁৰ অলপো অসুবিধা নহ'ল। ভ্ৰনস্কিৰ গাৰ ৰং ঘন, উচ্চতা মজলীয়াঁ, সুস্থ সবল চেহেৰা, কান্তিমান মুখত অসাধাৰণ প্ৰশান্তি আৰু দৃঢ়তা। মূৰৰ ক'লা চুলি চুটিকৈ কটা, মুখখন মিহিকৈ খুৰোৱা, গাত টিলা নতুন উৰ্দি -—সকলো চাধাচিধা অথচ সুৰুচিপূৰ্ণ। ঘৰৰ সকলোকে অভিবাদন জনাই, লেভিনৰ ফালে এবাৰো নোচোৱাকৈ ভ্ৰনস্কিয়ে আসন গ্ৰহণ কৰিলে। লেভিনে কিন্তু তেতিয়াও এবাৰৰ কাৰণেও ভ্ৰনস্কিৰ ফালৰ পৰা চকু আঁতৰাই অনা নাছিল।

লেভিনক দেখুৱাই প্ৰিন্সেছে ক'লে, "আহাঁ, তোমালোকক পৰিচয় কৰাই দিওঁ, —এওঁ হৈছে কনস্তান্তিন দিমিত্ৰিচ লেভিন, এওঁ কাউন্ট এলেক্সি কিৰিলোভিচ ভ্ৰনস্কি।"

থিয় হৈ ভ্ৰনস্কিয়ে আন্তৰিকতা সহকাৰে লেভিনক কৰমৰ্দন কৰিলে।

"মোৰ বিশ্বাস এই শীতকালত আপোনাৰ লগত ডিনাৰ কৰাৰ কথা আছিল, কিন্তু আপুনি হঠাৎ গাঁৱলৈ গুচি গ'ল।"

"কনস্তান্তিন দিমিত্ৰিচে কিন্তু চহৰ আৰু চহৰীয়া মানুহবিলাকক ঘৃণাৰ চকুৰে চায়," কাউন্টেছ নৰ্দস্তনে বিদ্ৰূপ কৰি ক'লে।

"মোৰ কথাবোৰ আপুনি ইমান ভালদৰে মনত ৰাখিছে?...কথাবোৰে আপোনাৰ মনৰ ওপৰত নিশ্চয় গভীৰ ছাপ পেলাই গৈছে," লেভিনে ক'লে। কিন্তু খন্তেক আগতে এই একেই মন্তব্য কৰাৰ কথা মনত পৰি তেওঁৰ মুখখন ৰঙা হৈ উঠিল।

"আপুনি সকলো সময়তে গাঁৱতে থাকে নেকি?" ভ্ৰনস্কিয়ে সুধিলে, "শীতকালত তাত নিশ্চয় একঘেঁয়া লাগে।"

"নাই, কাম থাকিলে একঘেঁয়া নালাগে। তদুপৰি নিজৰ সাহচৰ্য্যত নিজকে কেতিয়াও একঘেঁয়া বুলি অনুভৱ নহয়," ৰূঢ় স্বৰে লেভিনে ক'লে।

"গাওঁ মই ভাল পাওঁ," লেভিনৰ সুৰ লক্ষ্য কৰিও লক্ষ্য নকৰাৰ ভাব দেখুৱাই ভ্ৰনস্কিয়ে ক'লে।

কাউন্টেছ নর্দস্তনে ক'লে, "কিন্তু মই আশা কৰো আপুনি সদায় গাঁৱত থকাটোৰ পক্ষপাতী নহয়।"

"নাজানো, বহুদিন সেইটো চেষ্টা কৰা নাই। এবাৰ মোৰ এটা অদ্ভুত অভিজ্ঞতা হৈছিল।" ভ্ৰনস্কিয়ে কৈ গ'ল, "সেইবাৰ শীতকালটো মই মাৰ লগত নিচত কটাইছিলো। গাঁৱৰ কাৰণে, ৰাছিয়াৰ গাঁৱৰ কাৰণে সেইবাৰৰ দৰে মোৰ মন কোনো দিনে বেয়া লগা নাছিল। নিচ এনেয়ে বেছ একেঘেঁয়া। নেপল্‌চ্ আৰু ছোৰেন্টোকো কিছুদিনৰ কাৰণেহে ভাল লাগে। কিন্তু তথাপি, সেই ঠাইৰ পৰা ৰাছিয়াৰ কাৰণে মন পুৰে, বিশেষকৈ ৰাছিয়াৰ গাওঁবোৰৰ কথা, সেইবোৰ যেন....।"

এবাৰ কিটি আৰু এবাৰ লেভিনৰ ফালে চাই মনত যি আহে তাকে কৈ থাকে ভ্ৰনস্কিয়ে। তাৰপিচত এসময়ত কাউন্টেছ নৰ্দস্তনে কিবা ক'বলৈ বিচাৰিছে বুলি জানিব পাৰি নিজৰ মুখ বন্ধ কৰি মনোযোগ সহকাৰে তেওঁৰ কথা শুনিবলৈ ধৰে। শেষত কাউন্টেছৰ লগত অহা সপ্তাহৰ বলনাচ সম্পৰ্কে আলোচনা হয়।" আশা কৰো তুমি তালৈ আহিবা," কিটিৰ ফালে চাই তেওঁ ক'লে।

লেভিন সকলোৰে অলক্ষ্যে ঘৰৰ পৰা ওলাই গ'ল। লেভিনে লগত লৈ গ'ল সেই দিনা সন্ধ্যাৰ শেষ স্মৃতিকণ—বলনাচ সম্পৰ্কে ভ্ৰনস্কিৰ প্ৰশ্নৰ উত্তৰ দিয়া সময়ত কিটিৰ হাঁহিভৰা সুখী মুখখন।

ভ্ৰনস্কিৰ প্ৰকৃত পাৰিবাৰিক জীৱন বুলিবৰ একোৱেই নাছিল। যৌৱনত তেওঁৰ মাতৃ উচ্চ সমাজৰ এগৰাকী মনোমোহিনী নাৰী আছিল। স্বামীৰ জীৱন-কালত আৰু তেওঁৰ মৃত্যুৰ পিচতো তেওঁ প্ৰেমলীলা কৰিছিল। সমাজৰ সকলো লোকে এই কথা জানিছিল। দেউতাকৰ কথা তেওঁৰ প্ৰায়ে মনত নাছিল। তেওঁ শিক্ষালাভ কৰিছিল পেজেছ ক'ৰত।

শিক্ষা সাং কৰি তেওঁ এজন তৰুণ অফিচাৰ হিচাপে পিটাৰ্চবুৰ্গৰ ধনী সামৰিক অফিচাৰ সকলৰ মহলত সোমাই পৰিল। বিলাসপূৰ্ণ আৰু ৰুক্ষ পিটাৰ্চবুৰ্গৰ জীৱনৰ পিচত ভ্ৰনস্কিয়ে মস্কোলৈ আহি পোন প্ৰথমবাৰৰ কাৰণে অনুভৱ কৰিলে তেওঁৰ সমপৰ্যায়ৰ এনেকুৱা এজনী মনোৰমা নিষ্পাপ ছোৱালীৰ সান্নিধ্যৰ মাধুৰ্য্য, যি তেওঁৰ কথা চিন্তা কৰে। এই কথাটো তেওঁৰ মূৰত কোনোমতে নোসোমাল যে কিটিৰ লগত তেওঁৰ এই সম্পৰ্কটো কিটিৰ কাৰণে ক্ষতিকৰ হ'ব পাৰে। বলনাচৰ সময়ত তেওঁ সাধাৰণতে কিটিৰ লগতে নাচে আৰু তেওঁলোকৰ ঘৰলৈ আহ্-যাহ্ কৰে যদিও তেওঁ কোনো দিনে কিটিক এনে কথা কোৱা নাছিল যাক সকলোৰে আগত ব্যক্ত কৰিব নোৱাৰি। তথাপি ভ্ৰনস্কিয়ে অনুভৱ কৰিছিল যে ছোৱালীজনী ক্ৰমে তেওঁৰ মুখাপেক্ষী হৈ উঠিছে। আৰু যিমানেই তেওঁ এই কথাটো অনুভৱ কৰিছিল সিমানেই তেওঁৰ মনোভাব হৈ উঠিছিল কোমল। তেওঁ জনা নাছিল যে কিটিৰ প্ৰতি তেওঁৰ এনে ধৰণৰ আচৰণৰ এটা বিশেষ নাম আছে। সেইটো হ'ল বিবাহৰ সংকল্প নকৰাকৈ ছোৱালীৰ মন ভুলোৱা আৰু এই ভুলোৱাটোৱেই হ'ল তেওঁৰ দৰে চমৎকাৰ যুবক সকলৰ মাজত প্ৰচলিত গৰ্হিত আচৰণৰ অন্যতম। তেওঁ ভাবিছিল যে তেঁৱেই এই তৃপ্তিৰ প্ৰথম আবিষ্কাৰক আৰু এই কাৰণেই তেওঁ পৰম আনন্দ পাইছিল।

সিদিনা সন্ধিয়া ভ্ৰন্‌স্কিয়ে যদি কিটিৰ মাক-দেউতাকৰ মাজত হোৱা কথা-বতৰাবোৰ শুনিলেহেঁতেন, যদি নিজাকে তেওঁ সেই পৰিয়ালৰ এজন ব্যক্তি বুলি ভাবিব পাৰিলেহেঁতেন আৰু জানিলেহেঁতেন যে তেওঁ কিটিক বিয়া নকৰালে কিটি অসুখী হ'ব, তেনেহ'লে তেওঁ নিশ্চয় অবাক হৈ গ'লহেঁতেন আৰু কথাটো বিশ্বাস নকৰিলেহেঁতেন। তেওঁ বিশ্বাস কৰিলেহেঁতেন যে যি তেওঁক আৰু সৰ্বোপৰি কিটিকো ইমানখিনি সুখ আৰু আনন্দ দিয়ে সি কেতিয়াবা অন্যায় হ'ব পাৰে। তেওঁক বিয়া কৰোৱা সম্পৰ্কে তেওঁৰ যে কিবা এটা নৈতিক ৰাধ্যবাধকতা থাকিব পাৰে তাকো তেওঁ বিশ্বাস কৰিবলৈ টান পাইছিল।

বিয়াৰ কথাটো সম্ভৱপৰ বুলি ভ্ৰনস্কিয়ে কেতিয়াও ভবা নাছিল। তেওঁ যে কেৱল পাৰিবাৰিক জীৱন বেয়া পাইছিল এনে নহয়, যি অবিবাহিত দুনিয়াৰ তেওঁ বাসিন্দা আছিল তাৰ সাধাৰণ দৃষ্টিভঙ্গী অনুসৰি পৰিয়াল, বিশেষকৈ স্বামী আছিল তেওঁৰ মানত বিজাতীয়, পৰিপন্থী, উপহাস্যাস্পদ। তথাপি সিদিনা ৰাতি শ্চেৰবাৎস্কিহঁতৰ ঘৰৰ পৰা উভতি অহাৰ পথত ভ্ৰনস্কিয়ে অনুভৱ কৰিছিল যে তেওঁৰ আৰু কিটিৰ মাজত যি গোপন আত্মিক বন্ধন আছিল, সি সেই সন্ধিয়া ইমান দৃঢ়ীভূত হৈ উঠিছিল যে কিবা এটা ব্যৱস্থা কৰা উচিত হ'ব; কিন্তু কি কৰা সম্ভৱ আৰু উচিত হ'ব সেই কথা তেওঁ ভাবি পোৱা নাছিল।

আজি গোটেই সন্ধিয়াটো ধূমপান নকৰাৰ কাৰণে আৰু লগতে তেওঁৰ প্ৰতি থকা কিটিৰ ভালপোৱাত কোমলতাৰ এটা নতুন অনুভূতি পৰিলক্ষিত হোৱাৰ কাৰণে পবিত্ৰতা আৰু স্নিগ্ধতাৰ এক প্ৰীতিকৰ অনুভূতি লৈ শ্চেৰবাৎস্কিহঁতৰ ঘৰৰ পৰা ওলাই আহোতে ভ্ৰনস্কিয়ে ভাবিছিল, "সবাতোকৈ অপূৰ্ব কথাটো হৈছে– আমি কোনেও কাকো একো নোকোৱাকৈ চকুৰ চাৱনি আৰু কথাৰ সুৰৰ অদৃশ্য কথোপকথনেৰে ইজনে সিজনক ইমান ভালকৈ বুজিব পাৰিছিলো যে মুখেৰে ফুটাই কোৱাতকৈ ই বেছি স্পষ্ট হৈ উঠিছিল যে মোক তেওঁ ভাল পায়— মনে-প্ৰাণে, সহজ-সৰলভাৱে আৰু সৰ্বোপৰি বিশ্বস্তভাৱে মই নিজক নিজে অনুভৱ কৰিছো আৰু ভাল আৰু পবিত্ৰ বুলি। মই অনুভৱ কৰিছো যে মোৰ এখন হৃদয় আছে আৰু কিবাকিবি বহুত ভাল বস্তু আছে মোৰ ভিতৰত। সৌ মধুৰ, প্ৰেমাকুল চকুযুৰি!

"কিনো হ'ব তেন্তে? একো নহয়। ই মোৰ কাৰণেও ভাল, তেওঁৰ কাৰণেও ভাল।" এতিয়া ক'লৈ যাব আৰু সন্ধিয়াটো কেনেভাৱে কটাব সেই বিষয়ে চিন্তা কৰিবলৈ ধৰিলে ভ্ৰনস্কিয়ে।

"ক্লাবলৈ? বেজিক খেলিবলৈ, ইগ্নাতভৰ লগত চাম্পেন পান কৰিবলৈ ? নাই, নাযাওঁ। Château des Fleurs; তাত থাকিব অবলনস্কি, গান, কেনকেন নাচ। নাই, বৰ বিৰিক্তিকৰ। সেই কাৰণে মই শ্চেৰবাৎস্কিহঁতক ভাল পাওঁ, যাতে মই ভাল

হৈ উঠিব পাৰোঁ। মই ঘৰলৈ যাম।" চিধাই তেওঁ গ'ল ডুছছো হোটেলৰ নিজাৰ কোঠাটোলৈ। নিশাৰ আহাৰ আনিবলৈ হুকুম দিলে। তাৰপিচত পোছাক খুলিলে আৰু গাৰুত মূৰটো থোৱা মাত্ৰকে তেওঁৰ গভীৰ টোপনি আহিল।

পিটাৰ্ছবুৰ্গৰ পৰা ৰাওনা হোৱা মাকৰ লগ ধৰিবলৈ ভ্ৰন্স্কি পিচদিনা দিনৰ এঘাৰ বজাত ৰেল ষ্টেচনলৈ গ'ল। প্ৰথমতে তেওঁ চিড়িৰ ওপৰত অবলনস্কিক দেখা পালে। সেই একেখন ট্ৰেইনত তেওঁৰ ভনীয়েক আহিব বুলি আশা কৰি তেৰোঁ ষ্টেচনলৈ গৈছিল।

"আৰে, চাহেব দেখোন! কাক নিবলৈ আহিছে?"— চিঞৰি চিঞৰি অবলনস্কিয়ে ক'লে।

"মাক। আজি তেওঁ পিটাৰ্ছবুৰ্গৰ পৰা অহাৰ কথা," হাঁহি হাঁহি কৰমৰ্দন কৰি দুয়ো চিঁড়িযেদি ওপৰলৈ উঠি গ'ল।

"ইপিনে কালি ৰাতি দুই বজালৈকে মই আপোনাক অপেক্ষা কৰিছিলো। শ্চেৰবাৎস্কিইঁতৰ ঘৰৰ পৰা ক'লৈ গৈছিল, চাহেব?"

"হোটেললৈ। সঁচা কথা ক'ব লাগিলে, শ্চেৰবাৎস্কিইঁতৰ ঘৰৰ পৰা ওলাই অহাৰ সময়ত মনটো ইমান ভাল লাগিছিল যে আন কোনো ঠাইলৈ যোৱাৰ ইচ্ছা নহ'ল।"

"ঘোঁৰাৰ লক্ষণে বুজায় কি কুলত তাৰ জন্ম,
চকুৰ চাৱনিয়ে বুজায় যুৱক ক'ত প্ৰেমাসক্ত।"

ভ্ৰনস্কিয়ে যিমানখিনি হাঁহিলে কথাটো অস্বীকাৰ কৰা নহয় ঠিক সিমানখিনি হাঁহিলে। কিন্তু পিচমুহূৰ্ততে তেওঁ প্ৰসঙ্গ সলাই প্ৰশ্ন কৰিলে,—"আৰু আপুনি কাক নিবলৈ আহিছে?"

"মই? মই আহিছো এজনী সুন্দৰী মহিলাক দেখা কৰিবলৈ।"

"হয় নেকি?"

"মোৰ ভনী, আনা কাৰেনিনৰ স্ত্ৰী।"

"আপুনি তেওঁক নিচিনে নেকি?"

"বোধ হয়, তথাপি নহ'বও পাৰে ভালকৈ মনত পেলাব পৰা নাই," অন্যমনস্ক ভাৱে উত্তৰ দিলে ভ্ৰন্স্কিয়ে।

"কিন্তু মোৰ খ্যাতনামা ভগ্নীপতি এলেক্সি আলক্জান্দ্ৰোভিচক আপুনি নিশ্চয় চিনে সমস্ত দুনিয়াই তেওঁক চিনে।"

"চকুৰ চিনাকি, আৰু তেওঁৰ খ্যাতিৰ কথা শুনিছো। তেওঁ বুদ্ধিমান, সু-শিক্ষিত আৰু কিছু ধৰ্মভীৰু ব্যক্তি, তথাপি তেওঁ মোৰ পৰ্য্যায়ৰ মানুহ নহয়।"

"কিন্তু তেওঁ এগৰাকী অসাধাৰণ ব্যক্তি; অৱশ্যে অলপ ৰক্ষণশীল, কিন্তু বৰ ভাল মানুহ। বাৰু, যোৱা কালি মোৰ বন্ধু লেভিনৰ লগত আপোনাৰ কিবা কথা-বতৰা হৈছিল নেকি?"

"হয়, হৈছিল; নাজানো কিয় তেওঁ লৰালৰিকৈ আগতেই গুচি গ'ল।"

"কিন্তু তেওঁ বৰ ভাল মানুহ। নহয় জানো?" অৱশ্যে যিজনৰ লগত কথা কৈছে তেওঁক বাদ দি"— ৰসিকতা কৰি যোগ দিলে ভ্ৰনস্কিয়ে, "কিবা এটা আপোচবিৰোধী মনোভাব যেন আছে। সকলোৱে নিজৰ মতটো বাহাল ৰখাৰ কাৰণে উগ্ৰমূৰ্তি ধৰে আৰু আনবিলাকৰ মাজত উত্তেজনা জগাই তুলিবলৈ বিচাৰে?"

"হয়, হয়, আপুনি সঁচা কথাই কৈছে" হাঁহি মুখে কথাটো মানি ললে অবলনস্কিয়ে।

"ট্ৰেইনখন অহাৰ সময় হৈছে নেকি?" ভ্ৰনস্কিয়ে ৰেল বিভাগৰ এজন কৰ্ম্মচাৰীক সুধিলে।

"ছিগনেল দিয়া হৈছে," তেওঁ উত্তৰ দিলে।

ট্ৰেইনখন যে ওচৰ চাপি আহিছিল সেই কথা প্লেটফৰ্মৰ ভিতৰত হোৱা কোৰ্হাল আৰু মানুহবিলাকৰ তৎপৰতাৰ পৰা বুজা গৈছিল। কুলিবিলাকে দৌৰা-দৌৰি কৰিছিল। আৰক্ষী বাহিনী আৰু পৰিচালকবৰ্গ সতৰ্ক হৈছিল। আত্মীয় লোক আৰু বন্ধু-বান্ধৱৰ লগত মিলিত হ'বলৈ অহা মানুহবিলাকৰ ভিৰ হৈছিল।

কিটিৰ সম্পৰ্কে ভ্ৰনস্কিক লেভিনৰ সংকল্পৰ কথা জনাবৰ কাৰণে অবলনস্কি উদগ্ৰীৱ হৈ উঠিছিল। তেওঁ ক'লে "নাই, আমাৰ লেভিনক আপুনি সঠিকভাৱে বুজিব পৰা নাই। সঁচা কথা, তেওঁ মাজে মাজে উত্তেজনাপ্ৰৱণ হয়। কিন্তু তেওঁ বৰ সৎ লোক, চিধা কথাৰ মানুহ আৰু তেওঁৰ মনটো একেবাৰে খাঁটি সোণৰ। কালি অৱশ্যে এটা বিশেষ কাৰণ আছিল..." অবলনস্কিয়ে কালি তেওঁৰ বন্ধু লেভিনৰ কাৰণে সহানুভূতি অনুভৱ কৰিছিল, কিন্তু আজি সেই কথা পাহৰি তেওঁ ভ্ৰনস্কিৰ কাৰণে সেই একেই অনুভূতি অনুভৱ কৰিছিল।

ভ্ৰনস্কিয়ে থমকা মাৰি প্ৰশ্ন কৰিলে, "তাৰ মানে কালি নিশা তেওঁ আপোনাৰ খুলশালীৰ ওচৰত বিয়াৰ প্ৰস্তাৱ দাঙি ধৰিছিল নেকি?"

"দাঙি ধৰিব পাৰে। কালি মই তেনে এটা আভাস পাইছিলো। এৰা, তেওঁ যদি আগতেই গুচি গৈছিল আৰু তেওঁৰ মেজাজো ভালে নাছিল, তেনেহ'লে সেইটো হ'ব পাৰে— বহুদিনৰ পৰা তেওঁ প্ৰেমত পৰিছিল, তেওঁৰ কাৰণে মোৰ বৰ দুখ লাগে।"

"নিশ্চয়।...কিন্তু মোৰ বিশ্বাস কিটিয়ে তেওঁতকৈ ভাল পাত্ৰ পাব পাৰে।" ভ্ৰনস্কিয়ে বুকু ফিন্দাই পুনৰ কবলৈ ধৰিলে, "মই তেওঁক নাজানো, কিন্তু পৰিস্থিতিটো তেওঁৰ পক্ষে সঁচাকৈয়ে অতি যন্ত্ৰণাদায়ক হৈছে। এই কাৰণেই আমাৰ মাজত বহুতেই আমাৰ 'ক্লাৰা'বিলাকক, মানে চৌখিন সমাজৰ ছোৱালীবিলাকক পছন্দ কৰে। সিহঁতৰ ওচৰত সফল নহ'লে বুজিব লাগিব আপোনাৰ টকা-পইচাৰ সিমান জোৰ নাই, কিন্তু এই ক্ষেত্ৰত এজনৰ মৰ্যাদা বিপন্ন হয়।"

ইতিপূৰ্বে দূৰৈত ইঞ্জিনৰ উকি শুনা গৈছিল। অলপ পিচতে প্লেটফৰ্মটো কঁপিবলৈ ধৰিলে। ফোঁচফোঁচাই ইঞ্জিনৰ পৰা ধোঁৱা ওলাই ওপৰৰ আকাশখন ঢাকি ধৰিলে। ধীৰে ধীৰে গাড়ীৰ চকাবোৰ আগুৱাই আহিল। পাচফালৰ মালবাহী বগিত এটা কুকুৰে

ভুকিবলৈ ধৰিলে। অৱশেষত যাত্ৰীবাহী বগিবোৰ এটা জোকাৰণি মাৰি স্থিৰ হৈ ৰ'ল। চটফটীয়া গাৰ্ডজন একেলাফে ট্ৰেইনৰ পৰা নামি আহি যথাৰীতি হুইচেল বজোৱাৰ লগে লগে অধৈৰ্য যাত্ৰীবিলাক এজন এজনকৈ নামিবলৈ ধৰিলে। প্ৰথমতে পোন হৈ থিয় হৈ থকা ৰক্ষীবাহিনীৰ এজন বিষয়া; হাঁহিভৰা মুখে হাতত বেগ লোৱা এজন খেতিয়ক...।

মাকৰ কথা সম্পূৰ্ণ পাহৰি গৈ ভ্ৰনস্কিয়ে অবলনস্কিৰ কাষত থিয় হৈ বগিৰ পৰা ওলাই অহা যাত্ৰী বিলাকৰ ফালে চাই আছিল। কিটি সম্পৰ্কে শুনা কথাবোৰে তেওঁক উত্তেজিত আৰু পুলকিত কৰি তুলিছিল। নিজৰ অজ্ঞাতে তেওঁৰ বুকুখন ফুলি উঠিছিল আৰু নিজকে তেওঁ বিজয়ী বুলি ভাবিছিল।

"কাউন্টেছ ভ্ৰনস্কি সৌ বগিটোত আছে," ভ্ৰন্স্কিৰ ওচৰলৈ গৈ গাৰ্ডজন ক'লে।

গাৰ্ডৰ কথা শুনি তেওঁৰ চৈতন্য ঘূৰি আহিল আৰু মাকৰ কথা ভাবিবলৈ তেওঁ বাধ্য হ'ল। আচলতে মাকৰ প্ৰতি তেওঁৰ কোনো শ্ৰদ্ধা-ভক্তি নাছিল আৰু নিজে স্বীকাৰ নকৰিলেও মাকক তেওঁ সিমান ভাল নাপাইছিল। তথাপি তেওঁৰ নিজস্ব শিক্ষা-দীক্ষা আৰু যি সমাজৰ তেওঁ মানুহ সেই সমাজৰ ৰীতি-নীত অনুসৰি মাকৰ প্ৰতি কৰ্তব্যনিষ্ঠ আৰু শ্ৰদ্ধাৱান হোৱাৰ বাহিৰে আন একো তেওঁ কল্পনাও কৰিব নোৱাৰিছিল। বাহিৰত মাকৰ প্ৰতি যিমানখিনি বাধ্য আৰু সশ্ৰদ্ধ হৈছিল মনে মনে কিন্তু সিমানখিনি তাৰ ওলোটাটোহে কৰিছিল।

গাৰ্ডক অনুসৰণ কৰি নিৰ্দ্দিষ্ট বগিটোৰ সমুখলৈ আহি বগিটোৰ ভিতৰৰ পৰা ওলাই অহা মহিলা গৰাকীক বাট এৰি দিয়াৰ উদ্দেশ্যে মুহূৰ্তৰ কাৰণে থমকি ৰব লগা হ'ল ভ্ৰন্স্কি। মহিলাৰ চেহেৰা দেখি ভ্ৰন্স্কিয়ে বুজিব পাৰিলে যে তেওঁ উচ্চ সমাজৰ ভদ্ৰ মহিলা। মহিলাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি তেওঁ ভিতৰলৈ যোৱাৰ উপক্ৰম কৰিলে। কিন্তু মহিলাৰ ফালে আকৌ এবাৰ চাবৰ কাৰণে তেওঁৰ মন গ'ল— এই কাৰণে নহয় যে তেওঁ অতীব ধুনীয়া আছিল, নাইবা এই কাৰণেও নহয় যে তেওঁৰ সমস্ত দেহলতাত সৌন্দৰ্য্য-সুষমা বিকশিত হৈ উঠিছিল— এই কাৰণে যে তেওঁৰ চকুৱে-মুখে এক কমনীয় আৰু কৰুণাময় ভাব ফুটি উঠিছিল। ভ্ৰন্স্কিয়ে ঘূৰি চাই দেখিলে মহিলা গৰাকীয়েও তেওঁৰ ফালে চাই আছে। ঘন নেত্ৰলোম থকা হেতুকে তেওঁৰ উজ্জ্বল ধূসৰবৰ্ণ চকু দুটা কৃষ্ণবৰ্ণ যেন লাগিছিল। তেওঁ ভ্ৰন্স্কিৰ মুখৰ ফালে এনেদৰে চাইছিল যেন তেওঁ এজন পৰিচিত ব্যক্তিহে। পিচমুহূৰ্ততে কাৰোবাক বিচাৰি তেওঁ যেন ভিৰৰ মাজত সোমাই পৰিছিল। এই সংক্ষিপ্ত দৃষ্টি বিনিময়ৰ অৱকাশতে ভ্ৰনস্কিয়ে লক্ষ্য কৰিলে, কোনো কাৰণত মহিলাৰ মন-প্ৰাণ উচ্ছ্বসিত হৈ উঠিছে আৰু আত্মপ্ৰকাশ কৰিছে কেতিয়াবা মহিলাৰ চকুৰ পতাত আৰু কেতিয়াবা হাঁহিত। বিবেচনা পূৰ্বক তেওঁ নয়নৰ দীপ্তি ঢাকি ৰাখিছিল, কিন্তু তেওঁৰ অনিচ্ছা সত্ত্বেও ই বিকীৰ্ণ হৈছিল তেওঁৰ ওষ্ঠাধৰৰ ঈষৎ বক্তিম ভঙ্গিমাত।

ভ্ৰনস্কি বগিটোৰ ভিতৰলৈ সোমাই যোৱাৰ লগে লগে মাকৰ মুখত হাঁহি ফুটি উঠিল। চুমা খাবৰ কাৰণে মাকে তেওঁৰ শোতোৰা-শোতোৰ হাতখন ভ্ৰনস্কিৰ ফালে আগবঢ়াই দিলে আৰু তাৰপিচত নিজৰ ল'ৰাৰ গালত চুমা খাই প্ৰশ্ন কৰিলে, "তুমি মোৰ টেলিগ্ৰাম পাইছিলা? ভালে আছা তো?"

"বাটত তোমাৰ একো অসুবিধা হোৱা নাইতো?" মাকৰ ওচৰত বহি সুধিলে পুতেকে। অজানিতে তেওঁ শুনিবলৈ পালে কোনো নাৰীৰ কণ্ঠস্বৰ। তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে যিজনী মহিলাক তেওঁ বাট এৰি দিছিল তেওঁৰেই আছিল সেই কণ্ঠস্বৰ।

"সি যিয়েই নহওক মই কিন্তু আপোনাৰ লগত একমত হ'ব নোৱাৰো," মহিলাজনীয়ে কৈছিল।

"এইটো পিটাৰ্ছবুৰ্গীয়া ৰীতি।"

"পিটাৰ্ছবুৰ্গীয়া নহয়, নিতান্ত নাৰীসুলভ ৰীতি।"

"আচ্ছা ভাল। এতিয়া আপোনাৰ হাতত এটা চুমা খাবলৈ দিয়ক।" "বিদায় ইভান পেত্ৰোভিচ! আপুনি অনুগ্ৰহ কৰি এবাৰ চাওক, মোৰ ভাই ইয়াত আছে নে নাই। আছে যদি, তেওঁক মোৰ ওচৰলৈ পঠাই দিব।" দৰজাৰ ওচৰৰ পৰা এনেকৈ কৈ পুনৰ তেওঁ বগিটোৰ ভিতৰলৈ সোমাই গ'ল।

ভ্ৰনস্কায়াই প্ৰশ্ন কৰিলে, "ভায়েৰাক পালা জানো?"

এতিয়া ভ্ৰনস্কিয়ে বুজিলে যে এৱেঁই মাদাম কাৰেনিনা।

উঠি থিয় হৈ তেওঁ ক'লে, "আপোনাৰ ভায়েক ইয়াতেই আছে। মাফ কৰিব, মই তেতিয়া আপোনাক চিনিব পৰা নাছিলো।"

"মই আপোনাক চিনি পোৱাটো উচিত আছিল। সমস্ত পথটো আপোনাৰ মাক আৰু মই বোধহয় আপোনাৰ বাহিৰে আৰু কাৰো কথাই আলোচনা কৰা নাছিলো। ইমান পৰে চেপি ৰখা মানসিক উচ্ছ্বাসটো এতিয়া মহিলাৰ মুখত হাঁহি হৈ ফুটি উঠিল। কিন্তু মোৰ ভাই তো এতিয়াও নাহিল।

"এলেক্সি, তুমি গৈ তেওঁক মাতি আনা," বৃদ্ধা কাউন্টেছে ক'লে।

ভ্ৰনস্কিয়ে প্লেটফৰ্মত নামি চিঞৰিলে ,"অবলনস্কি, এইপিনে!"

কিন্তু ভায়েকৰ কাৰণে তেওঁ অপেক্ষা কৰি নাথাকিল, তেওঁক দেখা পোৱা মাত্ৰকে দৃঢ় লঘু পদে প্লেটফৰ্মলৈ ওলাই আহিল।

তাৰ পিচত একেকোবে অবলনস্কিৰ ওচৰলৈ গৈ বাওঁহাতেৰে ডিঙিত সাৱটি ধৰি চুমা এটা খালে।

ভ্ৰনস্কিয়ে তেওঁৰ পিনে চাই চকু ঘূৰাই আনিব নোৱাৰিলে; আৰু কিয়, তাক নাজানি এটি মৃদু হাঁহি মাৰিলে। কিন্তু পিচমুহূৰ্ততে মাকে তেওঁৰ কাৰণে অপেক্ষা কৰি থকা বুলি জানি, পুনৰ মাকৰ ওচৰলৈ গ'ল।

"বৰ ভাল লাগে মানুহজনীক!" বৃদ্ধা কাউন্টেছে ক'লে। তেওঁৰ স্বামীয়ে তেওঁক মোৰ ওচৰত বহুৱাই দি গৈছিল। আমি ওৰে বাটে কথা পাতি আহিছো।"

ভ্ৰনস্কিয়ে ক'লে, "মা, এতিয়া আমি যাওঁ বলা।"

কাউন্টেছৰ পৰা বিদায় লবৰ কাৰণে মাদাম কাৰেনিনা পুনৰ কোঠাটোৰ ভিতৰত সোমাল আৰু স্ফূৰ্তিৰ সুৰত তেওঁ ক'লে,"তেনেহ'লে কাউন্টেছ, আপুনি আপোনাৰ ল'ৰাক দেখা পাইছে আৰু মযো মোৰ ভাইক পাইছো। এতিয়া ইমানতে মোৰ কাহিনীৰ অন্ত পৰিল, ইয়াৰ পিচত মোৰ আৰু একো ক'বলগীয়া নাই।"

"তোমাৰ লগত গোটেই পৃথিৱীখন ঘূৰি ফুৰিলেও মোৰ অলপো একঘেঁয়া নালাগিব।" কাউন্টেছে তেওঁৰ হাতখন নিজৰ হাতত তুলি ললে, "ল'ৰাৰ কাৰণে মন মাৰি নাথাকিবা— ল'ৰাৰ লগত কোনো দিনে এৰা—এৰি নহব বুলি তুমি নিশ্চয় আশা কৰিব নোৱাৰা।"

"আনা আৰ্কাদিয়েভনাৰ আঠ বছৰীয়া এটা সৰু ল'ৰা আছে," কাউন্টেছে বুজাই ক'লে,"এয়াই বোধহয় প্ৰথমবাৰৰ কাৰণে ল'ৰাৰ লগত তেওঁৰ এৰাএৰি। সেইকাৰণে বেচাৰীৰ মনটো বৰ বেয়া লাগিছিল।

কাৰেনিনাই ক'লে,"গোটেইখিনি সময় আমি আমাৰ ল'ৰাৰ কথাই আলোচনা কৰিছিলো— মই কৈছিলো মোৰ ল'ৰাৰ কথা আৰু কাউন্টেছে কৈছিল তেখেতৰ ল'ৰাৰ কথা।" ভ্ৰনস্কিৰ উদ্দেশে এটা মধুৰ হাঁহি মাৰিলত তেওঁৰ মুখখন পুনৰ আলোকিত হৈ উঠিল।

"আপোনাৰ পক্ষে এই বিষয়টো নিশ্চয় বৰ ক্লান্তিকৰ হৈ উঠিছিল," কাৰেনিনাই নিক্ষেপ কৰা ৰঙ্গলীলাৰ বলটো তৎপৰতা সহকাৰে ধৰি লৈ ভ্ৰনস্কিয়ে ক'লে। কিন্তু আপাত দৃষ্টিত মাদাম কাৰেনিনাই সেই বিষয়ে কথা হ'বলৈ উৎসাহিত নহৈ কাউন্টেছৰ ফালে ঘূৰি চালে।

"বহুত ধন্যবাদ আপোনাক। কেনেকৈ যে সময়খিনি পাৰ হৈ গ'ল গমকে নাপালো...এতিয়া বিদায়হে কাউন্টেছ!"

"বাৰু, যোৱাঁ," কাউন্টেছে ক'লে, "চাওঁ, তোমাৰ মুখখত এটা চুমা খাওঁ।"

মাদাম কাৰেনিনাই তেওঁৰ ৰঙা পৰি উঠা গালখন কাউন্টেছৰ মুখৰ ওচৰলৈ আগবঢ়াই দিলে। তাৰপিচত ওষ্ঠাধৰ আৰু অক্ষিতাৰকাত ভাহি উঠা অস্পষ্ট হাঁহিটো অম্লান ৰাখি এখন হাত আগবঢ়াই দিলে ভ্ৰনস্কিৰ ফালে। ভ্ৰনস্কিয়ে তেওঁৰ সৰু হাতখনত লাহেকৈ চুমা এটা দিলে। মহিলাৰ উৎসুক মুঠি আৰু দ্বিধাহীন কৰমৰ্দনৰ ভঙ্গিমাই তেওঁৰ মনটো আনন্দত আপ্লুত কৰি তুলিলে।

"বৰ মৰম লগা ছোৱালী," মাদাম কাৰেনিনা বগিটোৰ পৰা যোৱা মাত্ৰকে কাউন্টেছে পুনৰ মন্তব্য কৰিলে।

পুতেকেও ঠিক তেনেকৈয়ে ভাবিছিল। কাৰেনিনাৰ সুগঠিত মূৰ্তি দৃষ্টিৰ অগোচৰ নোহোৱা পৰ্যন্ত ভ্ৰনস্কিয়ে তেওঁৰ ফালে চাই আছিল, মুখত তেওঁৰ হাঁহিটো লাগিয়েই আছিল। খিড়িকীৰে তেওঁ দেখিলে কাৰেনিনাই ভায়েকৰ ওচৰলৈ গৈ তেওঁৰ কান্ধত ধৰি কিবা এটা ক'বলৈ আৰম্ভ কৰিছে।

"বলা, মা, এতিয়া ভিৰ কমিছে," ভ্ৰনস্কিয়ে ক'লে।

পৰিচাৰিকাই হাতবেগটো আৰু কুকুৰটো ললে আৰু খানচামা আৰু কুলীয়ে আন আন বস্তুবোৰ ললে। ভ্ৰনস্কিয়ে মাকক হাতত ধৰি গাড়ীৰ পৰা নমাব ধৰোঁতেই বহুত মানুহ বিচলিত হৈ দৌৰি দৌৰি ডবাটোৰ কাষেদি গ'ল। সিহঁতৰ লগত অদ্ভুত ৰঙৰ টুপী পিন্ধা ষ্টেছন মাষ্টৰো আছিল। স্পষ্টকৈ বুজা গৈছিল যে কিবা এটা অস্বাভাৱিক ঘটনা ঘটিছিল। ট্ৰেইনৰ যাত্ৰীবোৰ দৌৰি গ'ল পাচৰ ফালে।

"কি? কি কথা? ক'ত? ... জঁপিয়াই পৰিছিল।..। কটা গৈছে!..."—মানুহবিলাকৰ মাজত শুনা গৈছিল এইবোৰ কথা।

অবলনস্কি আৰু তেওঁক বাহুলগ্না ভনীয়েকো ভীত মুখে উভতি আহি থিয় হ'ল ওৱাগনৰ আগত।

মহিলাসকল গাড়ীত উঠিল। ভ্ৰনস্কি আৰু অবলনস্কি দুৰ্ঘটনাস্থলীলৈ গ'ল।

এজন পহৰাদাৰ, হয় সি আছিল মাতাল নহয় প্ৰচণ্ড শীতৰ কাৰণে সি গায়ে-মূৰে ইমান কাপোৰ মেৰিয়াই লৈছিল যে গাড়ীৰ চান্টিঙৰ আৱাজ শুনিবলৈ নাপাই চেপা খাইছিল। ভ্ৰনস্কি আৰু অবলনস্কি উভতি অহাৰ আগতেই মহিলাবিলাকে এই খবৰ পাইছিল খানচামাৰ মুখৰ পৰা।

অবলনস্কি আৰু ভ্ৰনস্কি দুয়ো বিকৃত লাচটো দেখিছিল। অবলনস্কিয়ে মনত বৰ আঘাত পাইছিল, চকু-মুখ কোঁচাইছিল আৰু কন্দনামুৱা হৈছিল। "আহ, কি সাংঘাতিক! আনা তুমি যদি দেখিলাহেঁতেন! ইস, কি বীভৎস!..." ভ্ৰনস্কিয়ে কোনো কথা কোৱা নাছিল।

"অহ্, আপুনি যদি দেখিলেহেঁতেন কাউন্টেছ!" অবলনস্কিয়ে কৈছিল,"মানুহজনৰ তিৰোতাজনী তাতেই আছিল...। তেওঁৰ ফালে চাবই নোৱাৰি। লাচটোৰ ওপৰত জঁপিয়াই পৰিছিল বেচেৰী। সকলোৰে কোৱা-কুই কৰিছিল, মানুহজন হেনো এটা ডাঙৰ পৰিয়ালৰ একমাত্ৰ কাম কৰা মানুহ আছিল। কি সাংঘাতিক কথা! এতিয়া ঘৰখন কেনেকৈ চলিব।"

"তেওঁৰ কাৰণে কিবা এটা কৰিব নোৱাৰিনে?" বিচলিত হৈ কাৰেনিনাই প্ৰশ্ন কৰিলে।

তেওঁৰ ফালে চাই ভ্ৰনস্কি তৎক্ষণাৎ গাড়ীৰ পৰা নামি গ'ল আৰু দৰজাৰ কাষত মুখ ঘূৰাই ক'লে,"মই এতিয়াই আহিছো, মা!" কেইমিনিটমান পিচত তেওঁ যেতিয়া ঘূৰি আহিল তেতিয়া অবলনস্কিয়ে কাউন্টেছৰ লগৰ অপেৰাৰ নতুন গায়িকা এজনীৰ কথা কৈছিল আৰু ল'ৰাটোৰ প্ৰতীক্ষাত কাউন্টেছে অধীৰ হৈ দৰজাৰ ফালে চাই আছিল।

ভিতৰত সোমাই ভ্ৰনস্কিয়ে ক'লে,"এতিয়া আমি যাব পাৰো।"

একেলগে সকলোৱে ওলাই আহিল। মাকৰ লগত ভ্ৰনস্কি আগে আগে গ'ল। পাচত ভায়েকৰ লগত কাৰেনিনা। গেটৰ মুখত ভ্ৰনস্কিক লগ ধৰি ষ্টেছন মাষ্টৰে ক'লে,"আপুনি মোৰ সহকাৰীক দুশ কৰল দিছে। অনুগ্ৰহ কৰি কওক এই পইচাখিনি কাৰ কাৰণে?"

"বিধৱাৰ কাৰণে।" ভ্ৰন্স্কিয়ে কান্ধ জোকাৰি ক'লে, "এই বিষয়ে আৰু কিবা কোৱাৰ প্ৰয়োজন আছে বুলি মই নাভাবোঁ।"

"আপুনি দিছে?" পাচফালৰ পৰা অবলনস্কি চিঞৰি উঠিল আৰু ভনীয়েকৰ হাতত টিপি দি ক'লে, "বৰ ভাল কৰিছে, বৰ ভাল কৰিছে। বৰ ভাল ল'ৰা, বৰ ভাল। বিদায় কাউন্টেছ।"

ভনীয়েকৰ লগত তেওঁ তাতে বৈ কাৰেনিনাৰ পৰিচাৰিকাৰ কাৰণে বাট চালে।

সিহঁত ওলাই অহাৰ আগতে ভ্ৰনস্কি তাৰ পৰা আঁতৰি গৈছিল। ষ্টেছনৰ পৰা ওলাই অহা মানুহবিলাকে তেতিয়াও দুৰ্ঘটনাটোৰ বিষয়ে কোৱাকুই কৰি আছিল।

"চোৱাঁ, কেনে বীভৎস মৰণ!" ওচৰেদি গৈ থকা মানুহবিলাকৰ এজনে ক'লে, "শুনিছো, দুটুকুৰা হৈ গৈছে।"

আৰু এজনে ক'লে,"এনে মৰণ আটাইতকৈ সহজ মৰণ। এককেবাৰে।"

"তেওঁলোকে ব্যৱস্থা নলয় কিয়?" তৃতীয়জনে ক'লে।

গাড়ীত বহি অবলনস্কিয়ে অবাক হৈ লক্ষ্য কৰিলে ভনীয়েকৰ ওঁঠ দুটা কঁপি কঁপি উঠিছে ...চকুৰ পানী কোনোমতে সম্বৰণ কৰিছে।

"কি হ'ল আনা?" কিছুদূৰ যোৱাৰ পিচত অবলনস্কিয়ে প্ৰশ্ন কৰিলে।

আনাই ক'লে, "এইটো এটা অশুভ পূৰ্বলক্ষণ।"

"কি বাজে কথা কৈছো!" অবৱলনস্কিয়ে ক'লে, "তুমি যে আহিছা সেইটোৱে আটাইতকৈ ডাঙৰ কথা। তোমাৰ ওপৰত যে কিমান ভাৰসা কৰিছো তাক তুমি কল্পনাই কৰিব নোৱাৰিবা।"

"আচ্ছা, ভ্ৰনস্কিক তুমি বহুদিন আগৰ পৰা চিনা নেকি?"

"অঁ, চিনো। আমি আশা কৰিছো তেও কিটিক বিয়া কৰাব।"

"হয় নেকি?" লাহেকৈ ক'লে আনাই। তাৰপিচত যেন অনাৱশ্যাক আৰু অসুবিধাজনক কিবা এটা গাৰ পৰা জোকাৰি পেলাই দিলে। "এতিয়া তোমাৰ কথা শুনা যাওক। কোৱাঁ, তোমাৰ কি খবৰ? তোমাৰ চিঠি পাই আহিছো।"

"এৰা, তোমাৰ ওপৰতে সৰ্বভাৰসা।"

"তেনেহ'লে, এতিয়া সকলো কথা খুলি কোৱাঁ।"

অবলনস্কিয়ে ক'বলৈ আৰম্ভ কৰিলে।

ঘৰলৈ আহি অবলনস্কিয়ে ভনীয়েকক নমাই দীৰ্ঘশ্বাস ত্যাগ কৰি আনাৰ হাতত হাপ দি গুচি গ'ল অফিচলৈ।

আনা যেতিয়া ঘৰৰ ভিতৰত সোমাইছিল, ডলিয়ে তেতিয়া সৰু ড্ৰয়িং ৰুমটোত বহি সৰু ল'ৰা এটাই ফৰাচী পঢ়া শুনি আছিল। ল'ৰাটোৰ মূৰত বগা চুলি, নোদোকা চেহেৰা আৰু ইতিমধ্যে সি দেখাত বাপেকৰ দৰে গঢ় লৈছে। পঢ়ি থাকোতে ল'ৰাটোৱে কোটত ওলমি থকা বুতাম এটা টানি টানি ছিঙিবলৈ চেষ্টা কৰিছিল। মাকে কেইবাবাৰো হাতখন একৰাই দিছিল, কিন্তু প্ৰতিবাৰেই সুপুষ্ট সৰু হাতখনে বুতামটো বিচাৰি পাইছিল। শেষত ডলিয়ে নিজে বুতামটো ছিঙি নিজৰ জেপত ৰাখিছিল।

"তোমাৰ হাতখন স্থিৰ কৰি ৰাখা, গ্ৰিশা," বুলি কৈ মাকে পুনৰ বিছনাৰ চাদৰখন গুঁথাত লাগিছিল। বহুদিনৰ পৰা তেওঁ এই কামটো কৰি আছিল। মন বেয়া লাগিলে তেওঁ এই কামটোত ধৰিছিল। আগদিনাখন তেওঁ গিৰিয়েকলৈ খবৰ পঠাইছিল যে তেওঁৰ ভনীয়েক আহকেই বা নাহকেই, সেই কথা ভাবি তেওঁৰ মূৰ ঘমাবলগীয়া একো নাই, কিন্তু আনাৰ কাৰণে তেওঁ সকলো ৰকমৰ বন্দবস্ত পকা কৰি ৰাখিছিল আৰু নিজেও উদগ্ৰীৱ হৈ তেওঁৰ কাৰণে অপেক্ষা কৰি আছিল।

ডলি নিজৰ দুখত একেবাৰে অভিভূত হৈ পৰিছিল আৰু ই তেওঁক সম্পূৰ্ণ গ্ৰাস কৰি পেলাইছিল। তথাপি তেওঁৰ ননদ আনা যে পিটাৰ্ছবুৰ্গৰ এজন গণ্যমান্য ব্যক্তিৰ পত্নী আৰু পিটাৰ্ছবুৰ্গৰ অভিজাত সমাজৰ এগৰাকী আকৰ্ষণীয়া মহীয়সী মহিলা আছিল তাকো তেওঁ পাহৰি যোৱা নাছিল। গতিকে স্বামীক তেওঁ আগতে ভয় খুৱাইছিল যদিও শেষত তাক পালন কৰা নাছিল আৰু ননদৰ আগমনৰ কথাটো উপেক্ষাও কৰা নাছিল। "হাজাৰ হওক, দোষটোতো আনাৰ নহয়।" ডলিয়ে চিন্তা কৰিছিল। "মই তেওঁৰ সম্পৰ্কে ভালৰ বাহিৰে আন একো নাজানো। আৰু মোৰ সম্পৰ্কে তেওঁৰ ব্যৱহাৰত মই কেৱল প্ৰীতি আৰু বন্ধুত্বই দেখিছো।" অৱশ্যে এই কথা সত্য যে ডলিৰ যিমান দূৰ মনত পৰে তেওঁ যেতিয়া পিটাৰ্ছবুৰ্গত কাৰেনিন হঁতৰ ঘৰলৈ গৈছিল, তেতিয়া তেওঁলোকৰ ঘৰখন সিমান পছন্দ হোৱা নাছিল। তেওঁলোকৰ সাংসাৰিক জীৱনৰ পূৰা কাঠামোটোৰ মাজত কিবা যেন এটা কৃত্ৰিমতা আছিল। "কিন্তু সেই বুলি মই তেওঁক অভ্যৰ্থনা নকৰিম কিয়? অন্ততঃ তেওঁ যদি মোক সান্ত্বনা দিবলৈ অহা নাই," ডলিয়ে ভাবিছিল, "সমস্ত সান্ত্বনা আৰু উপদেশ আৰু খৃষ্টীয় ক্ষমাৰ কথা মই হাজাৰবাৰ চিন্তা কৰি চাইছো, সেইবোৰ কোনো কামত নাহিব।"

এইকেইদিন ডলি ল'ৰা-ছোৱালীকেইটাৰ লগত অকলে আছিল। নিজৰ দুখৰ কাহিনী তেওঁ কাকো ক'বলৈ বিচৰা নাছিল আৰু মনৰ ভিতৰত সেই দুখ পুহি ৰাখি তেওঁ আন কোনো কথা ক'ব পৰাও নাছিল। কিন্তু তেওঁ জানিছিল যে আনাক যিকোনো প্ৰকাৰে সকলো কথা খুলি কব লাগিব। আৰু কথাবোৰ তেওঁক কবৰ কাৰণেই ডলিয়ে অপেক্ষা কৰি আছিল। অথচ নিজৰ অপমানৰ কথা এই মানুহজনৰ ভনীয়েকৰ ওচৰত ক'ব লাগিব আৰু তেওঁৰ মুখৰ পৰা যথাৰীতি সেই একেই পৰামৰ্শ আৰু সান্ত্বনাৰ বাণী শুনিব লাগিব—এই কথা ভাবি তেওঁৰ কেতিয়াবা খঙো উঠিছিল।

তেওঁ ঘড়ীৰ ফালে মুখ কৰি চাই অতিথিৰ কাৰণে অপক্ষো কৰি আছিল, কিন্তু সাধাৰণতে ঘটাৰ দৰে ঘন্টাৰ শব্দ তেওঁৰ কাণত পৰা নাছিল।

দৰজাৰ কাষত গাউনৰ খচ্‌খচ্‌ আৰু লঘু পদধ্বনি শুনি তেওঁ ঘূৰি চালে। তেওঁৰ কাতৰ মুখখনত আপোনা আপুনি ফুটি উঠিল আনন্দ নহয়, বিস্ময়। উঠি গৈ তেওঁ ননদক আঁকোৱালি ধৰিলে।

আনাক চুমা এটা খাই তেওঁ ক'লে, "আৰে তুমি ইতিমধ্যে আহি পাইছাহি।"

"তোমাক দেখি কিমান যে আনন্দ পাইছো, ডলি!" আনাই ক'লে।

"ময়ো আনন্দিত হৈছো," ঈষৎ হাঁহি ডলিয়ে ক'লে আৰু আনাৰ মুখৰ ফালে চাই বুজিবৰ চেষ্টা কৰিলে তেওঁ কথাটোৰ উমান পাইছে নে নাই। আনাৰ মুখমণ্ডলত সহানুভূতিৰ ছায়া দেখি তেওঁ ভাবিলে, নিশ্চয় গম পাইছে। "বলা, তোমাক তোমাৰ কোঠালিটোত থৈ আহোগৈ।" বুজা-বুজিৰ বিশেষ মুহূৰ্তটোক যিমান পাৰে সিমান পিচুৱাই দিবলৈ চেষ্টা কৰি ডলিয়ে ক'লে।

"এইয়া গ্ৰিশা নেকি? ইমান ডাঙৰ হৈছে!" ডলিৰ মুখৰ ফালে চাই থাকি তাক চুমা এটা খাই আনাই ক'লে, "নাই, এতিয়া আমি ইয়াতেই থাকোঁহক।"

"আহা! তুমি যে কিমান সুখী, কিমান সুন্দৰী!" প্ৰায় ঈৰ্ষাৰ সুৰত ডলিয়ে ক'লে।

"মই?...হয়," আনাই ক'লে "আৰে, তানিয়া নহয় জানো? হে ভগৱান! আমাৰ ছেৰিওঝাৰ সমবয়সৰ," দৌৰি অহা এজনী ছোৱালীক দেখি কৈ উঠিল আনাই আৰু কোলাত লৈ তাইক এটা চুমা খালে। "ইমান সুন্দৰ ছোৱালী, ইমান সুন্দৰ। বলা, সিহঁত আটাইকেইটিক মোক দেখুৱা।"

ল'ৰা-ছোৱালীকেইটিৰ নামেই নহয়, সিহঁতৰ বয়স, স্বভাৱ আৰু সিহঁতৰ কি কি অসুখ হৈছিল সেই সকলোবোৰ কথা আনাৰ মনত থকা দেখি ডলি মুগ্ধ নহৈ নোৱাৰিলে।

"তেনেহ'লে বলা সিহঁতৰ ওচৰলৈ যাওঁ।" ডলিয়ে ক'লে। "দুখৰ বিষয়, ভাছিয়া শুইছে।"

ল'ৰা-ছোৱালীবিলাকক চাই আহি দুয়ো কফিৰ কাপ হাতত ললে। কিন্তু আনাই কাপটো আঁতৰাই থৈ ক'লে, "ডলি, তেওঁ মোক সকলো কথা কৈছে।"

ডলিয়ে গোথোৰামুৱাকৈ আনাৰ ফালে চালে। স্বাভাৱিকতে আনাই তেওঁৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰিব বুলি ভাবিছিল, কিন্তু আনাই তেনে ধৰণৰ কোনো কথাই নক'লে।

'ডলি, সোণজনী," আনাই কবলৈ ধৰিলে,"মই তেওঁৰ হৈ তোমাক কোনো কথা ক'ব নোখোজোঁ, নাইবা তোমাক সান্ত্বনা দিবৰ কাৰণেও চেষ্টা নকৰোঁ, সেইটো অসম্ভৱ। কিন্তু সোণজনী, মই দুঃখিত, মই তোমাৰ কাৰণে সৰ্বান্তঃকৰণে দুঃখিত।"

ঘন নেত্ৰলোমৰ তলত আনাৰ উজ্জ্বল চকু দুটা হঠাৎ অশ্ৰুপূৰ্ণ হৈ উঠিল। তেওঁ আগুৱাই গৈ ডলিৰ হাত দুখনত ধৰিলে। ডলি পিচুৱাই নগ'ল, কিন্তু তেওঁৰ মুখৰ চেহেৰাৰ পৰিবৰ্তন নহ'ল।

"মোক সান্ত্বনা দি লাভ নাই," ডলিয়ে ক'লে। যি ঘটিছে তাৰপিচত সকলো শেষ হৈ গৈছে, সকলো ডুবি গৈছে।

এনেকৈ কোৱাৰ লগে লগে হঠাৎ ডলিৰ মুখৰ ভাব কিছু নৰম হ'ল। ডলিৰ শুকান হাতখনত চুমা খাই আনাই ক'লে, "কিন্তু ডলি, এতিয়া কি কৰা যায়, কি কৰা যায়? এই ভয়ঙ্কৰ অৱস্থাত কি কৰিলে ভাল হয় তাকে কৰাটোহে উচিত হ'ব।"

ডলিয়ে ক'লে,"সকলো শেষ, সকলো শেষ হৈ গৈছে। কিন্তু আটাইতকৈ বেয়া কথাটো কি জানা? মই তেওঁক ত্যাগ কৰিব নোৱাৰোঁ। ল'ৰা-ছোৱালীকেইটাৰ লগত

মই বান্ধ খাই আছো। কিন্তু তেওঁৰ লগত মই একেলগে বাস কৰিবও নোৱাৰিম, তেওঁক দেখাও মোৰ পক্ষে যন্ত্ৰণাদায়ক।"

"ডলি, মোৰ সোণজনী! তেওঁ মোক সকলো কথা কৈছে, কিন্তু কথাটো মই তোমাৰ মুখৰ পৰা শুনিব বিচাৰিছো। তুমি এই বিষয়ে মোক সকলো কথা খুলি কোৱা।"

প্ৰশ্নালু দৃষ্টিত ডলিয়ে তেওঁৰ ফালে চালে।

আনাৰ মুখত দেখা গ'ল সহানুভূতি আৰু অকৃত্ৰিম ভালপোৱা।

"মই প্ৰথমৰে পৰা আৰম্ভ কৰিছো," ডলিয়ে ক'বলৈ ধৰিলে, "তুমি তো জানা কেনেকৈ আমাৰ বিয়া হৈছিল। মাৰ শাসনৰ মাজত মই যে কেৱল নিস্পাপ আছিলো, সেয়ে নহয়, মই মুৰ্খকো আছিলো। মই একোকে জনা নাছিলো। মই জানো, সকলোৱে কয়, স্বামীয়ে স্ত্ৰীৰ ওচৰত তেওঁৰ অতীত জীৱনৰ সকলো কথা কয়। কিন্তু স্তিভাই..." নিজকে সংশোধন কৰি লয় তেওঁ,"স্তেপান আৰ্কাদিয়েভিচে মোক একোকে কোৱা নাছিল। হয়তো তুমি বিশ্বাস নকৰিবা, কিন্তু এই ঘটনাটো ঘটাৰ আগলৈকে মই ভাবিছিলো—ময়ে একমাত্ৰ নাৰী, যাক তেওঁ এতিয়ালৈকে ভাল পাই আহিছে। এই ধাৰণাটো লৈয়ে মই আঠবছৰ কটাইছো। মোৰ লগত অবিশ্বস্ত হোৱাৰ কথাটো মোৰ মূৰত কোনো দিনে সোমোৱা নাছিল। এনেকুৱা সম্ভাৱনাক মই অসম্ভৱ বুলিয়েই বিশ্বাস কৰিছিলো। আৰু তাৰ পিচত...ভাবি চোঁৱা, তাৰ পিচত এই সমস্ত জঘন্যতা আৰু নীচতাৰ কথা জ্ঞাত হ'লে মনৰ অৱস্থা কেনেকুৱা হয়। তুমি বুজিবলৈ চেষ্টা কৰা, আনা, নিজৰ সুখ সম্বন্ধে নিশ্চিত থকা অৱস্থাত...এনেকুৱা এখন চিঠি...প্ৰেমিকালৈ লিখা তেওঁৰ চিঠি...যিজনী ছোৱালী তাতে আকৌ মোৰ ল'ৰা-ছোৱালীহঁতৰ শিক্ষয়িত্ৰী"...ৰুমালখন উলিয়াই লৈ নিজৰ মুখখন ঢাকি ধৰিলে ডলিয়ে, "অ'হ, কি যে সাংঘাতিক কথা!...তুমি বুজিব নোৱাৰিবা, আনা...।"

"বুজিব পাৰিছো, ডলি...। মই বুজিব পাৰিছো," তেওঁৰ হাতত হাপ দি ক'লে আনাই।

"তুমি ভাবা নেকি, মোৰ যে কি সাংঘাতিক অৱস্থা হৈছে, সেই কথা তেওঁ বুজিব পাৰিছে? নাই, মুঠেই বুজিব পৰা নাই! তেওঁ দিব্য সুখত আছে।"

"নাই, নাই!" ততালিকে বাধা দিলে আনাই "তেওঁৰ অৱস্থাও অতি কৰুণ, তেৱোঁ অনুতাপত দগ্ধ হৈছে..."

"তেওঁৰ পক্ষে জানো অনুতাপ সম্ভৱ?" স্থিৰনেত্ৰে ননদৰ মুখৰ ফালে চাই বাধা দিলে ডলিয়ে।

"নিশ্চয়, নিশ্চয় মই তেওঁক জানো। তেওঁক দেখি মোৰ বেয়া লাগিছিল। আমি দুয়ো তেওঁক জানো। তেওঁৰ মনটো ভাল, কিন্তু তেওঁ গৰ্বীও। এতিয়া তেওঁ নিজকে অপমানিত বোধ কৰিছে। ঘাইকৈ দুটা কথাৰ কাৰণে তেওঁ মানসিকভাৱে ভীষণ আঘাত পাইছে—প্ৰথমতে, ল'ৰা-ছোৱালীহঁতৰ আগত লজ্জা আৰু দ্বিতীয়তে তোমাক ভাল পোৱা সত্ত্বেও...হয়, সমস্ত পৃথিৱীৰ ভিতৰতে তোমাক আটাইতকৈ বেছি ভালপোৱা

সত্ত্বেও —আপত্তি কৰা ডলিক বাধা দি তেওঁ ক'লে,"অথচ তোমাক তেওঁ আঘাত দিছে, তোমাক শেষ কৰি পেলাইছে। তেওঁ কেৱল কৈছে, নাই নাই ডলিয়ে মোক কেতিয়াও ক্ষমা কৰিব নোৱাৰিব।"

"কিন্তু মই কেনেকৈ তেওঁক ক্ষমা কৰিম? এতিয়া তেওঁৰ লগত বাস কৰাটো মোৰ পক্ষে নিদাৰুণ যন্ত্ৰণাৰ বাহিৰে আন একো নহব। কেৱল তেওঁক ভাল পাইছিলো বুলি আৰু তেওঁৰ প্ৰতি থকা অতীতৰ প্ৰেম সযত্নে মনত ৰাখি থকা বুলি..." কান্দোনৰ আবেগত ডলিৰ কথাৰ আঁত হেৰাই যায়, "অৱশ্যে ছোৱালীজনীৰ বয়স কম, দেখাত ধুনীয়া," পুনৰ ক'বলৈ আৰম্ভ কৰিলে তেওঁ, "আৰু মোৰ সম্পৰ্ক, মোৰ যৌৱন, মোৰ সৌন্দৰ্য্য সকলো শেষ হৈ গৈছে। কিন্তু কোনে সেইবোৰ হৰণ কৰি নিছে, আনা? নিছে তেওঁ নিজে আৰু তেওঁৰ সন্তানবোৰে। এদিন যি মোক আনন্দ দিছিল এতিয়া সেই সকলোবোৰ শেষ হৈ গৈছে। এদিন গ্ৰিশ্বাক পঢ়োৱাটো আছিল আনন্দদায়ক, কিন্তু এতিয়া সি হৈ পৰিছে বিৰক্তিকৰ, পৰিশ্ৰম কৰি কি লাভ? ল'ৰা-ছোৱালী হ'লে কি হ'ব?... মোৰ মনটো একেবাৰে উলটি গৈছে... ভালপোৱা আৰু কোমলতাৰ সলনি মই তেওঁৰ কাৰণে ঘৃণাৰ বাহিৰে আন একো অনুভৱ নকৰোঁ-এৰা ঘৃণা। মই তেওঁক খুন কৰি পেলাব পাৰো, আৰু..."

"ডলি, সোণজনী! মই বুজিব পাৰিছো, কিন্তু তুমি এনেকৈ নিজকে কষ্ট নিদিবা। তুমি ইমানেই আহত আৰু বিচলিত হৈছা যে তুমি বহু কথাকে ভুল দৃষ্টি-ভঙ্গিত দেখিবলৈ পাইছা।"

ডলি শান্ত হৈ আছিল আৰু দুই-এক মিনিট মনে মনে থাকিল।

"মই কি কৰিম ভাবি পোৱা নাই। মোক সহায় কৰা আনা! মই বহু কথা ভাবি চাইছো। কিন্তু পথৰ সন্ধান পোৱা নাই।"

আনাই একো চিন্তা কৰিব নোৱাৰিছিল। কিন্তু ডলিৰ প্ৰতিটো কথাই প্ৰতিটো অভিব্যক্তিয়ে তেওঁৰ মৰ্মস্থল ভেদ কৰিছিল।

"এটা কথা মই তোমাক ক'ম," আনাই আৰম্ভ কৰিলে,"মই তেওঁৰ ভনী— মই তেওঁৰ স্বভাৱ-চৰিত্ৰ জানো। তেওঁ সকলো কথা পাহৰি যাব পাৰে, আবেগৰ বশত নিজকে উটুৱাই দিব পাৰে। কিন্তু তেওঁ প্ৰাণ খুলি অনুতাপ কৰিবও পাৰে। তেওঁ যি কামটো কৰিছে, কেনেকৈ যে সেই কামটো কৰিলে তাক এতিয়া বিশ্বাস কৰিব নোৱাৰে, বুজিব নোৱাৰে।"

ডলিয়ে বাধা দিলে, "নাই, বুজে বুজিছে! কিন্তু মোৰ কথা তুমি পাহৰি গৈছা... মোৰ পক্ষে জানো ই সহজ?"

"ৰ'বা। যেতিয়া তেওঁ মোক এই কথাবোৰ কৈছিল, তেতিয়া মই তোমাৰ এই ভয়ঙ্কৰ অৱস্থাটোৰ কথা যে বুজিব পৰা নাছিলো সেই কথা মই স্বীকাৰ কৰিছো। মই তেতিয়া কেৱল তেওঁৰ দিশটো দেখিছিলো। আৰু দেখিছিলো সংসাৰখন ভাঙি-ছিঙি চুৰমাৰ হৈ গৈছে। তেওঁৰ কাৰণে মোৰ দুখ হৈছিল। কিন্তু এতিয়া এজনী নাৰী হিচাপে তোমাৰ লগত কথা পাতি মই আন এটা দিশো দেখিছো; দেখিছো তোমাৰ

যন্ত্ৰণা, ক'ব নোৱাৰিম মই যে তোমাৰ কাৰণে কিমান কষ্ট পাইছো। কিন্তু ডলি, তোমাৰ যন্ত্ৰণা মই বেছ বুজিব পাৰিছো, কিন্তু এটা কথা মাথো মই নাজানো, মই নাজানো...মই নাজানো তেওঁৰ কাৰণে তোমাৰ প্ৰাণৰ ভিতৰত কিমানখিনি ভালপোৱা এতিয়াও বিদ্যামান। সেইটো তুমি জানা— ইমানখিনি জানো আছে যাতে তেওঁক ক্ষমা কৰা সম্ভৱ। যদি আছে তেন্তে ক্ষমা কৰা।"

"নাই।" —ডলিয়ে আৰম্ভ কৰাৰ লগে লগে আনাই তেওঁৰ হাতত ধৰি চুমা এটা খাই থমাই দিলে।

"ডলি, পৃথিৱীখনক মই তোমাতকৈ বেছি জানো," আনাই ক'লে, "স্তিভাৰ দৰে লোকসকলে কেনেকৈ এই কথাবোৰ গ্ৰহণ কৰে তাক মই জানো। তুমি কৈছা ছোৱালীজনীৰ লগত তেওঁ তোমাৰ বিষয়ে আলোচনা কৰিছে। সেইটো তোমাৰ ভুল ধাৰণা। তেওঁলোক অবিশ্বস্ত হ'ব পাৰে, কিন্তু তেওঁলোকে নিজৰ ঘৰখনক আৰু নিজৰ স্ত্ৰীক পবিত্ৰ জ্ঞান কৰে। এনে ধৰণৰ ছোৱালীবিলাকক তেওঁলোকে যেন অৱজ্ঞাৰ চকুৰে চায় আৰু সিহঁত পৰিয়ালৰ ক্ষেত্ৰত বাধা হৈ নুঠে। তেওঁলোকে যেন পৰিয়াল আৰু সিহঁতৰ মাজত কিবা এটা ৰেখা টানে যাক পাৰ হৈ যাব নোৱাৰি।...

"কিন্তু তেওঁতো তাইক চুমা খাইছিল..."

"শুনা, ডলি! স্তিভা যেতিয়া তোমাৰ প্ৰেমত পৰিছিল তেতিয়াতো মই তেওঁক দেখিছো, সেই সময়ৰ কথা মোৰ ভালদৰে মনত আছে, যেতিয়া তোমাৰ কথা কৈ তেওঁ কান্দি পেলাইছিল আৰু তেওঁৰ ওচৰত কত কবিতা, কত উচ্চ ধাৰণাৰে ভৰা আছিলা তুমি! মই এই কথাও জানো যে তোমাৰ লগত তেওঁৰ যিমানেই দিন অতিবাহিত হৈছিল, সিমানেই তুমি তেওঁৰ মানত উচ্চ হৈ উঠিছিলা। তেওঁক লৈ আমি হাঁহিছিলো। প্ৰতিটো কথাতে তেওঁ কৈছিল, "ডলি আশ্চৰ্য ছোৱালী।' তেওঁৰ ওচৰত তুমি সদায় সৰগৰ দেৱী হৈ আছিলা আৰু এতিয়াও আছা, আৰু ই তেওঁৰ অন্তৰৰ বিশ্বাসঘাতকতা নহয়..."

"কিন্তু ইয়াৰ যদি পুনৰাবৃত্তি হয়?"

"মোৰ বোধেৰে নহয়..."

"কিন্তু তুমি জানো ইয়াক ক্ষমা কৰিব পাৰিলাহেঁতেন?"

"নাজানো, বিচাৰ কৰি চোৱা মোৰ পক্ষে সম্ভৱ নহয়...নহয়, সম্ভৱ"— কিছু সময় চিন্তা কৰি আনাই ক'লে, "নহয়, সম্ভৱ, সম্ভৱ। এৰা, মই হ'লে ক্ষমা কৰিলোহেঁতেন।...নিজে পুনৰ আগৰ দৰে হব নোৱাৰিলোহেঁতেন সঁচা কিন্তু ক্ষমা কৰিলোহেঁতেন, যেন এনেকুৱা ঘটনা কোনো দিনে ঘটা নাছিল, সমূলি ঘটনা নাছিল...।"

"অৱশ্যে সেয়েতো কথা," যি কথাটো ডলিয়ে মনে মনে একাধিকবাৰ চিন্তা কৰিছিল, সেই কথাটোকে যেন তেওঁ ক'লে, "সেইটো নকৰিলে সি ক্ষমা নহয়। ক্ষমা কৰিব

লাগিলে সম্পূৰ্ণভাৱেই কৰিব লাগে, একেবাৰে সম্পূৰ্ণভাৱে।...। এতিয়া বলা তোমাক তোমাৰ কোঠালিটোলৈ লৈ যাওঁ।" এখন হাতেৰে আনাক ধৰি আগুৱাই গৈ থাকে ডলি,"তুমি অহাৰ কাৰণে মই যে কিমান আনন্দ পাইছো! এতিয়া আগতকৈ ভালেখিনি ভাল লাগিছে —মনটো পাতল পাতল লাগিছে।"

দিনটো আনাই ঘৰত, অৰ্থাৎ অবলনস্কিইঁতৰ তাত কটালে। আনা অহাৰ খবৰ পাই পৰিচিত বহু ব্যক্তি আনাক দেখা কৰিবলৈ আহিছিল যদিও তেওঁ কাকো দেখা নকৰিলে। ৰাতিপুৱাটো তেওঁ ডলি আৰু ল'ৰা-ছোৱালীকেইটাৰ লগতে কটালে। অবলনস্কিলৈ এখন চিঠি লিখি তেওঁক যেনে তেনে ঘৰত আহাৰ কৰিবলৈ অনুৰোধ কৰিলে। লিখিলে,"আহিবা, ঈশ্বৰ করুণাময়।"

অবলনস্কিয়ে ঘৰত খালে, কথা-বতৰা সাধাৰণ ধৰণৰ হ'ল। স্ত্ৰীয়ে তেওঁৰ লগত কথা ক'লে 'স্তিভা' বুলি, যাক আগতে কোৱা নাছিল। স্ত্ৰী-স্বামীৰ মাজৰ সম্পৰ্কত এক অনাত্মীয়তা ৰৈ গ'ল, কিন্তু বিচ্ছেদৰ প্ৰশ্ন নুঠিল আৰু স্তেপান আৰ্কাদিয়েভিচে কিবা এটা মিট-মাট হোৱাৰ সম্ভাৱনা দেখিবলৈ পালে।

ডিনাৰৰ ঠিক পিচতেই কিটি আহিল। আনাক তেওঁ চিনিছিল, কিন্তু এই চিনাকি অতি সামান্য আছিল। পিটাৰ্ছবুৰ্গৰ উচ্চ সমাজৰ এই মহিলা গৰাকীয়ে, যাৰ প্ৰশংসা মানুহৰ মুখে মুখে, কিটিক কেনেভাৱে গ্ৰহণ কৰে সেই কথা চিন্তা কৰি ভয়ে ভয়ে তেওঁ বায়েকৰ ঘৰলৈ আহিছিল। কিটিক দেখি আনাৰ যে ভাল লাগিছিল সেই কথা কিটিয়ে গম পালে। আনা মুগ্ধ হৈছিল কিটিৰ ৰূপ আৰু তাৰুণ্যত আৰু কিটিয়ে অনুভৱ কৰিলে যে তেওঁ কেৱল আনাৰ প্ৰভাৱতে পৰা নাই, কোনো তৰুণীয়ে বয়সত ডাঙৰ কোনো বিবাহিতা মহিলাক ভাল পোৱাৰ দৰে আনাই তেওঁক ভালো পাইছে। আনাক উচ্চ সমাজৰ মহিলা বা আঠবছৰ বয়সৰ ল'ৰাৰ মাক যেনো নালাগিল, বৰং তেওঁৰ নমনীয় চলন ভঙ্গিমা, সতেজ সৌন্দৰ্য আৰু অনবৰত মুখত লাগি থকা প্ৰাণচঞ্চলতা যি কেতিয়াবা মৃদু হাঁহিত আৰু কেতিয়াবা চকিত চাৱনিত ফুটি উঠে —এই সকলোবোৰৰ কাৰণে তেওঁক এজনী কুৰি বছৰীয়া গাভৰু যেন লাগে, অৱশ্যে যদি তেওঁৰ মুখত মাজে মাজে ফুটি নুঠে এক আশ্চৰ্য আৰু বিষাদৰ ছবি। ইয়াৰ কাৰণে বিস্মিত আৰু আকৃষ্ট বোধ কৰিলে কিটিয়ে। কিটিয়ে অনুভৱ কৰিলে আনাৰ আচাৰ-ব্যৱহাৰ সহজ সৰল আৰু তেওঁৰ কোনো লুক-ঢাক নাই, তথাপি তাৰ মাজতো তেওঁৰ এখন জটিল আৰু কাব্যিক অনুভূতিৰ উচ্চ পৃথিৱী বিৰাজমান, যি কিটিৰ বাবে অনধিগম্য।

আহাৰৰ পিচত ডলি গ'ল নিজৰ ঘৰলৈ আৰু আনা গ'ল ধূমপানৰত তেওঁৰ ভায়েকৰ ওচৰলৈ।

চকুৰে ইঙ্গিত দি দৰজাৰ ফালে দেখুৱাই আনাই ক'লে,"যোৱাঁ, স্তিভা, ভগৱানে তোমৰ মঙ্গল কৰক।"

আনাৰ ইঙ্গিত বুজিব পাৰি চিগাৰেটটো মুখৰ পৰা পেলাই দি তেওঁ দৰজাইদি ওলাই গ'ল।

ষ্টেপান আৰ্কাদিয়েভিচ যোৱাৰ পিচত আনা পুনৰ ল'ৰা-ছোৱালীবিলাকৰ দ্বাৰা পৰিবৃত হৈ ছোফাখনত বহিল। মাকে সিহঁতৰ এই পেহীয়েকজনীক পছন্দ কৰে বুলিয়েই হওক বা তেওঁৰ অদ্ভুত আকৰ্ষণত মুগ্ধ হৈয়ে হওক, ল'ৰা-ছোৱালীবিলাকে ডিনাৰৰ আগৰ পৰাই আনাৰ লগত লাগি আছিল— ল'ৰা-ছোৱালীবোৰৰ ক্ষেত্ৰত সাধাৰণতে যিটো হয়... প্ৰথমতে ডাঙৰ দুটা আৰু সিহঁতৰ পাচে পাচে সৰুবোৰ আনাৰ লগত লাগি আছিল। যথাসম্ভৱ তেওঁৰ কাষত লগালগিকৈ বহা, তেওঁক চোৱা, তেওঁৰ সৰু হাতখনত ধৰি থকা, হাতত চুমা দিয়া, তেওঁৰ আঙঠিটো লৈ খেলা কৰা এনেকি তেওঁৰ স্কাৰ্টৰ কুঁচিবোৰ চুই চোৱাটোও সিহঁতৰ কাৰণে এটা খেলাৰ দৰে হৈ উঠিছিল।

"তেনেহ'লে এতিয়া পুনৰ আমি আগৰ দৰে বহোঁ," নিজৰ ঠাইত পুনৰ বহি আনাই ক'লে।

গ্ৰিশ্বাই পুনৰ তাৰ সৰু মুখখন আনাৰ হাতৰ তলেদি সুমুৱাই দি গাউনৰ ওপৰত ৰাখিলে।...

"বলনাচ কেতিয়া হ'ব?" কিটিৰ ফালে চাই প্ৰশ্ন কৰিলে আনাই।

"অহা সপ্তাহত...। চমৎকাৰ হ'ব। এইটো হৈছে সেই ধৰণৰ বল, য'ত সৰ্বদাই স্ফূৰ্তি পোৱা যায়।"

"সৰ্বদাই স্ফূৰ্তি পোৱা যায়— তেনে ধৰণৰ বলো আছে নেকি?" ঈষৎ ব্যঙ্গ সুৰত প্ৰশ্ন কৰিলে আনাই।

"কথাটো অদ্ভুত যেন লাগিলেও আছে কিন্তু। বব্ৰিশ্চেভহঁতৰ বলত আমাৰ সৰ্বদাই স্ফূৰ্তি লাগে। নিকিতিনহঁতৰ তাতো, কিন্তু মোঝকোভহঁতৰ বলত অলপো ৰস পোৱা নাযায়। আপুনি জানো এই কথাটো লক্ষ্য কৰা নাই?"

"নাই ভাই, মোৰ পক্ষে এতিয়া আৰু তেনে কোনো বল নাই, য'ত কেৱল মজা পোৱা যায়," আনাই ক'লে আৰু কিটিয়ে মুহূৰ্তৰ কাৰণে আনাৰ চকুত সেই ৰহস্যময় পৃথিৱীখন দেখিবলৈ পালে, "তথাপি এনেকুৱা কিছুমান বল আছে, যিবোৰ বাকীবোৰৰ তুলনাত কম দুঃসহ, কম একঘেঁয়া।"

"কিয় একঘেঁয়া নালাগিব মোৰ?" প্ৰশ্ন কৰিলে আনাই।

কিটিয়ে লক্ষ্য কৰিলে যে কি উত্তৰ আহিব সেইটো আনাৰ অৱগত।

"কাৰণ, তোমাক সকলো সময়তে সৱাতোকৈ সুন্দৰ দেখা যায়।"

ৰঙা পৰি উঠাৰ সামৰ্থ্য আনাৰ আছিল। ৰঙা পৰি তেওঁ ক'লে :

"প্ৰথমতে কেতিয়াও তেনে নহয়। দ্বিতীয়তে, হ'লেও মোৰ কোনো ক্ষতি নাই।"

কিটিয়ে সুধিলে, "আপুনি এই বলনাচলৈ যাবনে?"

"ভাবিছো, যাব লাগিব।" তানিয়াই আনাৰ আঙঠি এটা টনাটনি কৰি থকা দেখি ঢিলা হোৱা আঙঠিটো "এই নিয়া" বুলি কৈ দি দিলে।

"আপুনি গ'লে পৰম আনন্দিত হ'ম। বলনাচত আপোনাক দেখাৰ মোৰ বৰ ইচ্ছা হৈছে।"

"যদি যোৱা হয়, এই ভাবি নিজকে সান্ত্বনা দিব পাৰিম যে মোৰ উপস্থিতিয়ে তোমাক আনন্দ দিছে।...গ্ৰিশা, মোৰ চুলিবোৰ নাটানিবা। এনেয়ে সেইবোৰ আলিমুলি হৈ আছে "একোছা অবিন্যস্ত চুলি লৈ খেলা কৰি থকা গ্ৰিশ্বাক ক'লে আনাই।

"বলনাচত মই আপোনাক কল্পনা কৰিছো লাইলাক ৰঙৰ পোছাকত।"

"বিশেষকৈ লাইলাক ৰং কিয়?" হাঁহি প্ৰশ্ন কৰিলে আনাই। "মইনাইত, এতিয়া যোৱাঁ। তোমালোকক মিছ হুলিয়ে চাহ খাবৰ কাৰণে মাতিছে।" সিহঁতক ডাইনিং ৰুমলৈ পঠাই দি তেওঁ ক'লে, "মই জানো কিয় তুমি মোক বলনাচলৈ আহ্বান কৰিছা। এই বলনাচৰ পৰা তুমি বহুত আশা কৰিছা আৰু তুমি বিচাৰিছা সকলোৱে উপস্থিত থাকি তাত অংশগ্ৰহণ কৰক।"

"হয়, আপুনি কেনেকৈ জানিলে?"

"তোমাৰ এই বয়সটো বৰ সুন্দৰ, কিটি! ছুইজাৰলেণ্ডৰ পাহাৰবোৰৰ ওপৰৰ নীলা কুঁৱলীৰ কথা আজিও মনত পৰে। শৈশৱ যেতিয়া প্ৰায় শেষ হৈ আহে তেতিয়া সেই কুঁৱলীয়ে সেই সুখৰ দিনবোৰৰ সকলোকে সস্নেহে ঢাকি ৰাখে, তাৰপিচত সুখৰ সেই বিশাল বৃত্তটো ক্ৰমশঃ সৰু হৈ হৈ এটা পথত পৰিণত হয় আৰু এই পথেদি সকলোৱে আনন্দ মনে, অথচ ভয়ে ভয়ে গৈ এক উজ্জ্বল আৰু অপৰূপ অট্টালিকাৰ ভিতৰত প্ৰবেশ কৰে...কোন যোৱা নাই ইয়াৰ ভিতৰেদি?"

কিটিয়ে মিচিক্ কৰে হাঁহিলে, কোনো কথা নক'লে। "তেওঁ কেনেকৈ সেই পথ অতিক্ৰম কৰি আহিছে? তেওঁৰ ৰোমান্সৰ কথা জানিবৰ কাৰণে মোৰ যে কিমান ইচ্ছা হৈছে!" আনাৰ স্বামীৰ অকাৰিব্যক চেহেৰাটোৰ কথা কিটিৰ মনত পৰিল।

"মই কিছু কথা জানো— স্তিভাই মোক কৈছে। তোমাক মই অভিনন্দন জনাইছে। ভ্ৰন্স্কিৰ লগত মোৰ ৰেল ষ্টেছনত দেখা হৈছিল। মানুহজনক দেখি ভাল লাগিছে।"

"তেওঁ তালৈ গৈছিল নেকি?" কিটিৰ চকু-মুখ ৰঙা হৈ উঠিল। "স্তিভাই আপোনাক কি কৈছে।"

"সকলো কথাই কৈছে।"...কালি ভ্ৰন্স্কিৰ মাক আৰু মই একেলগে আহিছো। তেওঁ ওৰে বাটে অনৰ্গল তেওঁৰ ল'ৰাটোৰ কথাকে কৈ আহিছে। ভ্ৰন্স্কি তেওঁৰ প্ৰিয় সন্তান, মাকসকল কেনে ধৰণৰ পক্ষপাতী সেই কথা মই জানো, কিন্তু...

"তেওঁৰ মাকে আপোনাক কি কৈছে।"

"বহু কথা! তেওঁ মাকৰ আদৰৰ ল'ৰা, দেখিলেই বুজা যায় যে ভ্ৰনস্কিৰ চৰিত্ৰত দুৰ্বলক ৰক্ষা কৰাৰ প্ৰবৃত্তি বেছি... যেনে, মাকে কৈছে, তেওঁ সমস্ত সম্পত্তি ভায়েকক দিবলৈ বিচাৰিছিল। বাল্যকালতে এটা অসাধাৰণ কাণ্ড কৰিছিল তেওঁ, পানীত পৰা এজনী ছোৱালীক বচাইছিল। মুঠৰ ওপৰত তেওঁ এজন বীৰ..." হাঁহি হাঁহি ক'লে আনাই।

ষ্টেছনত ভ্রন্‌স্কিয়ে দুশ ৰুবল দিয়াৰ কথাটো কিন্তু আনাই উল্লেখ নকৰিলে কাৰণ সেই ঘটনাটোৰ লগত আনাৰো ব্যক্তিগতভাৱে সম্পৰ্ক আছিল—যিটো থকা উচিত নাছিল।

আনাই ক'লে,"কাউণ্টেছে মোক তেওঁলোকৰ তালৈ যাবৰ কাৰণে বৰকৈ অনুৰোধ কৰিছে। কাইলৈয়ে এবাৰ যাব লাগিব... ঈশ্বৰক ধন্যবাদ, স্তিভা কিন্তু বহু সময় ধৰি ডলিৰ ঘৰত আছে।" হঠাৎ প্ৰসঙ্গ সলনি কৰি থিয় হয় আনা। কিটিয়ে ভাবিলে, কিবা কাৰণত আনা অসন্তুষ্ট হৈছে।

"নাই, মই আগতে! নাই, মই আগতে!" চাহ খাই উঠি আনা পেহীয়েকৰ ফালে দৌৰি দৌৰি আহি ল'ৰা-ছোৱালীবিলাকে চিঞৰিবলৈ ধৰিলে।

"আমি সকলোৱে একেলগে" বুলি কৈ আনাই দৌৰি গৈ সিহঁতক একেলগে আঁকোৱালি ধৰিলে।

বয়োজ্যেষ্ঠ সকলৰ চাহ খোৱাৰ সময়ত ডলি তেওঁৰ ঘৰৰ পৰা ওলাই আহিল। অবলনস্কি অহা নাছিল। নিশ্চয় তেওঁ পিচ দুৱাৰেদি ওলাই গৈছিল।

ডলিয়ে আনাক ক'লে, "মোৰ ভয় হৈছে ওপৰত তুমি ঠাণ্ডা পাবা। গতিকে তোমাক তললৈ আনি আমি দুয়ো ওচৰা-উচৰিকৈ থাকিম।"

"নাই, মোৰ কাৰণে ভাবি তুমি মূৰ ঘমাব নালাগে।" ডলিৰ মুখৰ ফালে চাই আনাই বুজিবলৈ চেষ্টা কৰিলে, স্বামী-স্ত্ৰীৰ মাজত কিবা বুজা-পৰা হ'ল নে নাই!

"তুমি বিশ্বাস কৰা মই য'তে ত'তে এন্দুৰৰ দৰে শুব পাৰোঁ।"

"কি কথা পাতিছা?" পাঠাগাৰৰ পৰা ওলাই আহি বৈঠকখানাত সোমাই অবলনস্কিয়ে ডলিক প্ৰশ্ন কৰিলে। তেওঁৰ কথাৰ সুৰৰ পৰা কিটি আৰু আনাই বুজিলে উভয়ৰে মাজত কিবা এটা মীমাংসা হৈ গৈছে।

"মই আনাক তল তলালৈ নিব বিচাৰিছো। কিন্তু তাত নতুনকৈ পৰ্দা লগাব লাগিব। কিন্তু ময়ে সেইটো কৰিব লাগিব। মোৰ বাহিৰে আনে সেইটো কৰিব নোৱাৰিব," অবলনস্কিৰ ফালে ঘূৰি চাই জবাব দিলে ডলিয়ে।

দুয়োৰে মাজত মিট-মাট হৈছেনে নাই ঈশ্বৰেহে জানে; ডলিৰ নিৰুত্তাপ আৰু-সংযত কণ্ঠস্বৰ শুনি আনাই ভাবিলে।

"কি বাজে কথা কৈছা, ডলি? তুমি সকলো সময়তে কেৱল জামেলাহে লগোৱা!" অবলনস্কিয়ে ক'লে, "তুমি যদি আপত্তি নকৰা, ময়ে সকলো কৰি দিম..."

"তুমি যি সোপা কৰিবা তাক মোৰ জনা আছে," ডলিয়ে উত্তৰ দিলে। "তুমি মাতভেক কিছুমান অদ্ভুত অদ্ভুত হুকুম দিবা আৰু সি সকলোতে জোঁট লগাব," স্বাভাৱিক বিদ্ৰূপাত্মক হাঁহি এটা মাৰি ডলিয়ে ক'লে।

একেবাৰে মিট-মাট হৈ গৈছে— আনাই ভাবিলে— ঈশ্বৰক ধন্যবাদ। আৰু তেওঁৰ কাৰণেই যে এইটো হ'ব পাৰিলে সেই কথা ভাবি আনন্দিত হ'ল। তেওঁ ডলিক এটা চুমা খালে।

"মুঠেই নহয়। মোক আৰু মাতভেক তুমি ইমান তাচ্ছিল্য কৰা কিয়?" ডলিৰ ফালে চাই ঈষৎ হাঁহি স্তেপান আৰ্কাদিভিচে ক'লে।

ওৰে সন্ধ্যাটো ডলিয়ে আগৰ দৰে স্বামীক ঠাট্টা-মস্কৰা কৰিলেও তেওঁ হাঁহি মুখে থাকিল। কিন্তু তেওঁক ক্ষমা কৰিলেও তেওঁ নিজৰ অপৰাধৰ কথা পাহৰি যাব পৰা নাছিল।

চাৰে ন বজাত চাহ খোৱাৰ সময়ত অবলনস্কিহঁতৰ ঘৰত হোৱা প্ৰীতিকৰ পাৰিবাৰিক আলোচনাটো বিঘ্নিত হ'ল। আপাত দৃষ্টিত ঘটনাটো অতি নগণ্য হ'লেও কিছু অদ্ভুত যেন লাগিল। তেওঁলোকৰ মাজত পিটাৰ্ছবুৰ্গৰ কিছুমান পৰিচিত ব্যক্তিৰ বিষয়ে আলোচনা চলিছিল। হঠাৎ আনাই আসন ত্যাগ কৰি থিয় হ'ল, "মোৰ এলবামত সেই মহিলাগৰাকীৰ ছবি আছে, লৈ আহো। লগতে মোৰ ছেৰিওঝাকো তোমালোকক দেখুৱাব পাৰিম।" মাতৃত্বৰ গৰ্ববোধ কৰি আৰু ঈষৎ হাঁহি আনাই ক'লে।

ৰাতি প্ৰায় দহ বজাত সাধাৰণতে আনাই নিজৰ ল'ৰাৰ পৰা ৰাতিটোৰ কাৰণে বিদায় লয় আৰু প্ৰায়ে নাচৰ মজলিচলৈ যোৱাৰ আগে আগে তাক বিছনাত শুৱাই থয়। এতিয়া ল'ৰাৰ ওচৰৰ পৰা দূৰত থকাৰ কাৰণে তেওঁৰ মনটো বৰ উকঙা উকঙা লাগিছিল। সকলো কথা-বতৰাৰ মাজতে তেওঁৰ মনটো বাৰে বাৰে কেঁকোৰা চুলীয়া ছেৰিওঝাৰ ফালে ঢাপলি মেলিছিল। বহু সময় আগৰ পৰা তাৰ ছবিটো দেখুৱাই তাৰ বিষয়ে গল্প শুনাবলৈ আনাৰ ইচ্ছা হৈছিল। সেই কাৰণে তেওঁ প্ৰথম অজুহাতৰ সুযোগটো গ্ৰহণ কৰি লঘু কিন্তু দৃঢ় পদক্ষেপে এলবাম আনিবলৈ ওপৰ তলালৈ যোৱা চিড়িটোত উঠিবলৈ ধৰোতে সদৰ দৰজাত ঘন্টা বাজি উঠিল।

ডলিয়ে আচৰিত হৈ ক'লে, "এইয়া আকৌ কোন আহিল?"

কিটিয়ে মন্তব্য কৰিলে, "যদি মোক নিবলৈ কোনোবা আহিছে তেন্তে ক'ব লাগিব, বৰ সোনাকালে আহিছে। আৰু অন্য কোনোবা হ'লে ক'ম, বহুত দেৰি কৰি আহিছে।"

"নিশ্চয় কাগজ-পত্ৰ লৈ আহিছে," স্তেপান আৰ্কাদিয়েভিচে ক'লে আৰু আনা চিঁড়িয়েদি ওপৰলৈ উঠাৰ সময়ত পৰিচাৰকে দৌৰি গৈ তেওঁক অভ্যাগতজনৰ নাম কৈছিল আৰু অভ্যাগতজন নিজে থিয় হৈ আছিল লেম্পৰ তলত। আনাই তললৈ চাই ভ্ৰন্‌স্কিক চিনি পালে। তেওঁ আনন্দিত হ'ল। কিন্তু লগে লগে তেওঁৰ মনত এটা ভয়ৰ ভাবো হ'ল। ভ্ৰন্‌স্কি থিয় হৈ আছিল আৰু পকেটৰ পৰা কিবা এটা যেন উলিয়াইছিল। আনাক দেখি তেওঁৰ মুখত এটা লজ্জাৰ আৰু ভয়ৰ ভাব ফুটি উঠিল। মূৰ দোঁৱাই আনা ওপৰলৈ উঠি গ'ল আৰু স্তেপান আৰ্কাদিয়েভিচে ভ্ৰন্‌স্কিক ভিতৰলৈ আহিবৰ কাৰণে উচ্চস্বৰে আহ্বান কৰিলে। কিন্তু ভ্ৰন্‌স্কিয়ে নম্ৰ সুৰত আপত্তি কৰিলে।

আনা যেতিয়া এলবাম লৈ উভতি আহিল, ভ্ৰন্‌স্কি তেতিয়া গুচি গৈছিল। অবলনস্কিয়ে ক'লে,"কাইলৈ তেওঁলোকে যিজন বিশিষ্ট অতিথিক ডিনাৰ দিব সেই সম্পৰ্কে আলোচনা কৰিবলৈ তেওঁ আহিছিল। কিন্তু কি অদ্ভুত মানুহ, কোনোমতে তেওঁক ভিতৰলৈ আনিব নোৱাৰিলো।"

কিটিৰ মুখখন ৰঙা পৰি উঠিল। তেওঁ ভাবিলে, "একমাত্ৰ তেৰেঁহ জানে কিয় তেওঁ ইমান ৰাতি আহিছিল আৰু কিয় তেওঁ ভিতৰলৈ নাহিল। তেওঁ নিশ্চয় আমাৰ ঘৰলৈ গৈছিল। তাত মোক নেদেখি ভাবিলে মই ইয়াতেই আছো। কিন্তু তেওঁ ভিতৰলৈ নাহিল, কাৰণ তেওঁৰ মনত খেলাইছিল—বহুত ৰাতি হৈছে আৰু আনাও ইয়াত আছে।"

তেওঁবিলাকৰ আটায়ে ইজনে সিজনৰ মুখলৈ চাই মাত-বোল নকৰাকৈ আনাৰ এলবামটো চাবলৈ ধৰিলে।

মাকৰ লগত কিটি যেতিয়া আলোক-প্লাবিত পুষ্পসজ্জিত প্ৰশস্ত খট্‌খটীটোত উঠিল, তেতিয়া বলনাচ আৰম্ভ হৈছিল মাত্ৰ। তাত কেইজনমান ৰঙা উৰ্দি পিন্ধা চাপ্ৰাচীও আছিল। ভোমোৰাৰ গুন্‌গুননিৰ দৰে এটা অস্পষ্ট আৱাজ ভাহি আহিছিল। গছ-লতিকাৰে সুসজ্জিত সোপান শ্ৰেণীৰ মাজৰ বাৰান্দাত এখন ডাঙৰ আয়নাৰ সন্মুখত তেওঁলোকে শেষ বাৰৰ কাৰণে কবৰী আৰু সাজপাৰ পৰিপাটি কৰি ললে আৰু বেহেলাত প্ৰথম ওৱালঝৰ সুস্পষ্ট সুৰ শুনিবলৈ পালে। আন এখন আয়নাৰ সমুখত এজন বে-সামৰিক পোছাক পিন্ধা চুৰ্টি-চাপৰ বুঢ়াই নিজৰ পকা চুলিবোৰ ঠিক কৰি লৈ ওপৰলৈ উঠিবলৈ ধৰোতে হঠাৎ কিটিহঁতৰ লগত ঢকা খালে আৰু কিটিৰ ৰূপ-লাবণ্য দেখি মুগ্ধ হৈ ততালিকে একাষৰীয়া হ'ল। উচ্চ সমাজৰ এজন দাড়িবিহীন যুৱকে নিজৰ বগা টাইডাল ঢিধা কৰি অভিবাদনৰ ভঙ্গিমাত মূৰ দোঁৱাই তেওঁলোকৰ ফালে চাই আগুৱাই গ'ল, কিন্তু পিচ মুহূৰ্ততে উভতি আহি কিটিক নচাৰ বাবে আমন্ত্ৰণ জনালে। কিন্তু প্ৰথম যুগল নাচটো ভ্ৰন্‌স্কিৰ লগত নাচিব বুলি কথা দিয়াৰ কাৰণে দ্বিতীয় নাচটো যুৱকজনৰ লগত নচাৰ কাৰণে কথা দিবলৈ তেওঁ বাধ্য হ'ল। দৰজাৰ কাষত থিয় হৈ এজন বিষয়াই দস্তানাত বুতাম মাৰি মাৰি তেওঁলোকক যাবৰ কাৰণে বাট এৰি দিলে আৰু মোচত তাও দি মুগ্ধ হৈ গোলাপী কিটিৰ ফালে চালে।

যদিও প্ৰসাধন, কেশবিন্যাস আৰু নাচলৈ অহাৰ অন্যান্য প্ৰস্তুতিৰ কাৰণে কিটিয়ে চিন্তা কৰিব লগীয়া হৈছিল, কিন্তু এতিয়া গোলাপী অন্তৰ্বাসৰ ওপৰত সূক্ষ্ম জালিকটা ৰেচমী গাউন পিন্ধি তেওঁক নাচঘৰত সোমোৱা দেখি মনত ভাব হৈছিল তেওঁ যেন এইবোৰক লৈ মূৰ ঘমাব লগীয়া হোৱা নাছিল।...। যেন সেই লেচ লগোৱা ফ্ৰক আৰু দুপতীয়া গোলাপ ফুল গুজা সেই ওখ লাহতী খোঁপাটো লৈয়ে তেওঁ জন্মগ্ৰহণ কৰিছিল।

নাচঘৰত সোমোৱাৰ আগমুহূৰ্তত মাকে যেতিয়া তেওঁৰ পোচাকৰ ফিতা এডাল ঠিক কৰি দিব বিচাৰিছিল তেতিয়া কিটি অলপ পিছুৱাই গৈছিল। তেওঁ অনুভৱ কৰিছিল যে তেওঁ যি পিন্ধি আহিছিল সি যেনেকৈ আছে ঠিক তেনেকৈ থাকিলেই তেওঁক ভালকৈ শুৱাব...একো পৰিৱৰ্তন কৰাৰ প্ৰয়োজন নাই।

আজি কিটিৰ কাৰণে এক পৰম সৌভাগ্যৰ দিন। তেওঁৰ গাউনটো বেছি টান হোৱা নাই। কান্ধৰ ওপৰৰ লেচ দুডালো নিখুঁত আৰু পোছাকৰ কৃত্ৰিম গোলাপ ফুলবোৰো ওলাই পৰা নাই বা ছিগি যোৱা নাই। ওখ ফোঁপোলা হিল লগোৱা চটি জোতাযোৰেও

ভৰিত অলপো বাধা দিয়া নাই, বৰং ৰঙিয়াল কৰি তুলিছে তেওঁৰ সৰু ভৰি দুখন। সোণালী চুলিৰ ঘন বেণীবোৰ তেওঁৰ মূৰৰ ওপৰত খাপ খাই গৈছে নিজৰ চুলিৰ দৰে। তিনিটা বুতাম লগোৱা সত্ত্বেও তেওঁৰ দীঘল হাতমোজাযোৰ টান হোৱা নাছিল। লকেটৰ কলা মখমলৰ ফিতাডালে তেওঁৰ ডিঙিটো আগুৰি ধৰিছিল। বৰ সুন্দৰ আছিল এই ফিতাডাল। আৰ্চীত ফিতাডালৰ ফালে চাই কিটিয়ে ভাবিছিল, সেইডাল নিজেই এপদ অলংকাৰ। নাচঘৰতো আয়নাত ইয়াক দেখি তেওঁৰ মুখত মৃদু হাঁহি বিৰিঙি উঠিছিল। তেওঁৰ নগ্ন বাহু আৰু কান্ধত যেন মাৰ্বল পাথৰৰ হিমশীতলতা। এই অনুভূতিটোক কিটিয়ে বিশেষভাৱে পছন্দ কৰিছিল...জিলমিল কৰিছিল কিটিৰ চকু দুটা। নিজৰ আকৰ্ষণ শক্তিৰ বিষয়ে সজাগ হৈ থকাৰ কাৰণে গোলাপী ওঁঠ দুটাৰ পৰা একোপধ্যে হাঁহি লুকাই ৰাখিব পৰা নাছিল কিটিয়ে। নাচঘৰৰ একাংশত নাচৰ আমন্ত্ৰণ পোৱাৰ অপেক্ষাত নানা ৰঙৰ সূক্ষ্ম ৰেচমী বস্ত্ৰ, লেচ আৰু ফুল পিন্ধা মহিলা জুম বান্ধি থিয় হৈ আছিল— কিটি কোনোদিনে তেওঁলোকৰ মাজত নাছিল। কিন্তু তেওঁ ঘৰৰ ভিতৰত সোমোৱা মাত্ৰকে ওৱাল্‌জ নচাৰ আমন্ত্ৰণ আহিল। আমন্ত্ৰণ যিজনে জনালে তেওঁ নাচৰ সঙ্গী হিচাপে সবাতোকৈ উত্তম, নমজ্বলা নৃত্য পৰিচালক আৰু উত্তম নাচনিয়াৰ ইগোৰুশ্‌কা কৰ্সুনস্কি। তেওঁ বিবাহিত, দেখনিয়াৰ আৰু সুস্থ সুন্দৰ চেহেৰাৰ। খন্তেক আগতেই তেওঁ কাউন্টেছ বনিৰ লগত ওৱাল্‌জৰ প্ৰথম অংশখিনি নাচি তেওঁৰ ৰাজ্যখনৰ, অৰ্থাৎ নাচনী আৰু নাচনিয়াৰ সকলৰ ফালে লক্ষ্য কৰিছিল আৰু কিটি ঘৰৰ ভিতৰত সোমোৱা দেখি তেওঁ নৃত্য পৰিচালক সকলৰ স্বভাৱসিদ্ধ সহজ ভঙ্গিত আগুৱাই গৈ তেওঁৰ কঁকালত আঁকোৱালি ধৰিবলৈ হাত আগবঢ়াই দিলে—কিটিৰ সন্মতিৰ কাৰণে বাট নাচালে। হাতৰ বিচনীখন কাৰোবাৰ হাতত দিবৰ কাৰণে কিটিয়ে চাৰিওফালে চালে। গৃহকৰ্ত্ৰীয়ে মিচিক্ কৰে হাঁহি বিচনীখন তেওঁৰ হাতৰ পৰা লৈ গ'ল।

"সময় মতে আহি খুব ভাল কৰিছে," আঁকোৱালি ধৰি কৰ্সুনস্কিয়ে ক'লে, "পলমকৈ অহাটো সঁচাকৈয়ে এটা বদ্ অভ্যাস।"

কিটিয়ে বাওঁহাতখন অলপ বেঁকা কৰি তেওঁৰ কান্ধত ৰাখিলে আৰু বাজনাৰ তালে তালে মন্থৰ গতিত মসৃণ মজিয়াৰ ওপৰেদি আগবাঢ়ি গ'ল গোলাপী জোতা পিন্ধা তেওঁৰ সৰু ভৰি দুখন।

"আপোনাৰ লগত ওৱাল্‌জ নচাটো আৰামৰ কথা— বৰ বঢ়িয়া কথা। ইমান লঘুতা, ইমান সঠিকতা।" পৰিচিতা প্ৰায় প্ৰতিজনী নাচনীক কোৱা কথাবোৰৰ পুনৰাবৃত্তি কৰিলে তেওঁ।

কিটিয়ে ঈষৎ হাঁহি তেওঁৰ কান্ধৰ ওপৰেদি চাই দেখিলে যে হলঘৰৰ বাওঁফালে সমাজৰ উচ্চ খাপৰ লোকসকল জুম বান্ধি আছে। তাত আছিল অসম্ভৱ ধৰণে অনাবৃত অৱস্থাত কৰ্সুনস্কিৰ স্ত্ৰী—সুন্দৰী লিডা, গৃহকৰ্ত্ৰী আৰু তপামূৰা ক্ৰিভিন, যাক সমাজৰ ওখ খাপৰ মানুহবিলাকৰ সকলো সমাবেশতে দেখা যায়। ল'ৰাইতে তেওঁলোকৰ ওচৰলৈ যাবলৈ সাহস নকৰি সেইফালে চাই আছিল। তাতেই কিটিৰ চকু পৰিছিল স্তিভাৰ

ওপৰত আৰু পিচত মখমল পৰিহিত আনাৰ অপৰূপ মূৰ্তিৰ ওপৰত। সৌ সিদিনা সন্ধ্যা কিটিয়ে তেওঁক প্ৰত্যাখ্যান কৰা দিন ধৰি তেওঁক দেখা নাছিল। কিটিয়ে তেওঁৰ দূৰবীক্ষণ দৃষ্টিৰে লগে লগে তেওঁক চিনি পালে। ভ্ৰন্স্কিয়েও তেওঁৰ ফালে চাই থকাটো লক্ষ্য কৰিলে।

"আৰু এবাৰ নাচিব নেকি, নে আপুনি ক্লান্ত?" অলপ ফোঁপাই-জোপাই কৰ্সুনস্কিয়ে কিটিক প্ৰশ্ন কৰিলে।

"নাই, নাই— আপোনাক ধন্যবাদ।"

"তেনেহ'লে আপোনাক ক'লৈ নিব লাগিব?"

"মাদাম কাৰেনিনাৰ ওচৰলৈ।"

"যলৈকে যাব খোজে ত'লৈকে নিম।"

ধীৰে ধীৰে নাচৰ গতি কমাই কৰ্সুনস্কিয়ে হলঘৰৰ বাওঁফালে জমা হৈ থকা মানুহবিলাকৰ ফালে "মাফ কৰিব মাদাম, মাফ কৰিব, মাফ কৰিব মাদাম" বুলি কৈ কৈ অসংখ্য লেচ, পাতল ফ্ৰক, ৰংবেৰঙৰ ফিতাৰ সমুদ্ৰৰ ভিতৰেদি কাৰো পাখি এটাও স্পৰ্শ নকৰাকৈ আগুৱাই গৈ গৈ হঠাৎ এসময়ত একে পাকে কিটিক ঘূৰাই দিলে, যাৰ ফলত তেওঁৰ পোছাক উজাই গৈ তেওঁৰ স্বচ্ছ মোজাৰ মাজেদি তেওঁৰ ভৰিৰ সুন্দৰ গেৰোৱা দুটা স্পষ্ট হৈ ফুটি উঠিল আৰু পোছাকৰ দীৰ্ঘ প্ৰান্তভাগ ক্ৰিভিনৰ আঁঠুৰ ওপৰত পৰিল। কৰ্সুনস্কিয়ে মূৰ দোঁৱাই তেওঁক আনা আৰ্কাদিয়েভনাৰ ওচৰলৈ যাবৰ কাৰণে আগবঢ়াই দিলে। হঠাৎ কিটিৰ মূৰঘূৰণি উঠি বমিৰ ভাব হৈছিল। লাজতে ৰঙা পৰি তেওঁ ক্ৰিভিনৰ আঁঠুৰ পৰা পোছাকৰ প্ৰান্তভাগ তুলি ললে আৰু আনাৰ ফালে খোজ ললে। এদল পুৰুষ আৰু মহিলাৰ মাজত আনা থিয় হৈ আছিল। তেওঁৰ পিন্ধা পোছাকযোৰ লাইলাক ৰঙৰ নাছিল, যিটো ৰং কিটিয়ে পছন্দ কৰিছিল। মখমলৰ পোছাকত তেওঁৰ অবাৰিত ডিঙিটো আৰু কান্ধ দুখনক পুৰণি হাতীদাঁতত খোদাই কৰা যেন দেখা গৈছিল আৰু তেওঁৰ নিটোল বাহু আৰু মণিবন্ধ দুটাকো বৰ ধুনীয়া দেখা গৈছিল। গাউনটোত প্ৰচুৰ পৰিমাণে ভেনিচীয় লেচ লগোৱা আছিল। মূৰৰ অকৃত্ৰিম ক'লা চুলিত পান্সি ফুলৰ এডাল মালা আছিল। কঁকালত বগা লেচৰ ওপৰৰ ফিতাডালতো কেইটামান পান্সি ফুল আছিল। মূৰৰ খোঁপাটোত লক্ষ্যণীয় কোনো বৈশিষ্ট্য নাছিল। ডিঙিত আছিল এধাৰি মুকুতামালা।

আনাৰ প্ৰতি কিটি অনুৰক্তা হৈছিল আৰু তেওঁক লাইলাক ৰঙৰ পোছাকত দেখিবলৈ কল্পনা কৰিছিল। কিন্তু এতিয়া তেওঁ দেখিবলৈ পালে ক'লা পোছাকৰ মাজতহে আনাৰ সকলো সৌন্দৰ্য প্ৰস্ফুটিত হৈ উঠিছে। আচলতে আনাৰ সৌন্দৰ্য পোছাকৰ ওপৰত নিৰ্ভৰশীল নহয়।

আনাই গৃহস্বামীৰ লগত কিবা কথা পাতি আছিল। কিটিক দেখি তেওঁ হাঁহিলে।

"এওঁ আমাৰ অন্যতম শ্ৰেষ্ঠ নৃত্যসঙ্গিনী," আনাক অভিবাদন জনাই কৰ্সুনস্কিয়ে ক'লে। ইয়াৰ আগতে তেওঁ আনাক দেখা নাছিল। "প্ৰিন্সেছে বলনাচক সুখময় আৰু সফল কৰি তুলিবলৈ সহায় কৰে।...আনা আৰ্কাদিয়েভনা, এতিয়া এটা ওৱাল্জ্।"

"মই পৰাপক্ষত কেতিয়াও নানাচোঁ," আনাই ক'লে।

কৰ্সুনস্কিয়ে উত্তৰ দিলে,"কিন্তু আজি নানাচিলে নহ'ব।"

সেই মুহূৰ্ততে আগুৱাই আহিল ভ্ৰন্‌স্কি।

"যদি আজি নানাচিলেই নহয়, তেন্তে বলক," ভ্ৰনস্কিৰ অভিবাদন উপেক্ষা কৰি আনাই ক'লে আৰু ততালিকে কৰ্সুনস্কিৰ কান্ধত ধৰিলে।

আনাই ইচ্ছা কৰি ভ্ৰনস্কিৰ অভিবাদনৰ প্ৰত্যুত্তৰ নিদিয়া দেখি কিটিয়ে ভাবিলে,"কিয় তেওঁ ভ্ৰনস্কিৰ ওপৰত অসন্তুষ্ট হ'ল?"

ভ্ৰনস্কি কিটিৰ ওচৰলৈ গৈ প্ৰথমতে যুগ্ম যুগল নাচৰ কথাটো সোঁৱৰাই দিলে আৰু এই কেইদিন তেওঁক দেখাৰ সৌভাগ্য নোহোৱাৰ কাৰণে দুখ প্ৰকাশ কৰিলে। মুগ্ধ হৈ কিটিয়ে আনাৰ ওৱাল্‌জ লক্ষ্য কৰি ভ্ৰন্‌স্কিৰ কথা শুনি আছিল। ভ্ৰনস্কিয়ে তেওঁক ওৱাল্‌জ নাচিবলৈ মাতিব বুলি অপেক্ষা কৰিছিল কিটিয়ে, কিন্তু তেওঁ নামাতিলে। অবাক হৈ কিটিয়ে তেওঁৰ ফালে চালে। ভ্ৰনস্কিয়ে ৰঙা পৰি তৎক্ষণাৎ তেওঁক নাচৰ কাৰণে আহ্বান কৰিলে। কিন্তু তেওঁ কিটিৰ ক্ষীণ কঁকালত ধৰি নাচ আৰম্ভ কৰিব ধৰোঁতেই হঠাৎ বাজনা বন্ধ হৈ গ'ল। ভ্ৰনস্কিৰ নিচেই ওচৰতে থকা মুখখনৰ ফালে চাই কিটি বিমোহিত হৈছিল। কিন্তু ভ্ৰন্‌স্কিয়ে ইয়াৰ প্ৰতিদান নিদিলে। কেইবাবছৰো ধৰি এই অপমানৰ বেদনাই কিটিৰ অন্তৰত আঘাত দিছিল।

"মাফ কৰিব! মাফ কৰিব! ওৱাল্‌জ আৰু এটা ওৱাল্‌জ!" হলঘৰৰ অন্য প্ৰান্তৰ পৰা চিঞৰি উঠিল কৰ্সুনস্কি আৰু প্ৰথমতে হাতৰ কাষতে পোৱা তৰুণীটিক ধৰি তেওঁ নাচিবলৈ আৰম্ভ কৰি দিলে।

ওৱালজ শেষ কৰি কিটি মাকৰ ওচৰলৈ গৈ কাউন্টেছ নৰ্দস্তনৰ লগত অলপ সময় কথা পাতোতেই ভ্ৰন্‌স্কি আহি তেওঁক প্ৰথম কোৱাড্ৰিলৰ যুগ্মযুগল নাচৰ কাৰণে লৈ গ'ল। নাচৰ মাজত বিশেষ উল্লেখযোগ্য কোনো আলোচনা হোৱা নাছিল। কৰ্সুনস্কি দম্পতীক লৈ দুই-এটা কথা আলোচনা হৈছিল— ৰসিকতা কৰি ভ্ৰনস্কিয়ে তেওঁলোকক 'চল্লিশ বছৰৰ শিশু' বুলি উল্লেখ কৰিছিল। এবাৰ মাথোন আলোচনাটিয়ে কিটিক ব্যক্তিগতভাৱে বিচলিত কৰিছিল— যেতিয়া ভ্ৰনস্কিয়ে জানিব বিচাৰিছিল, লেভিন এই নাচত উপস্থিত আছেনে নাই আৰু তেওঁ কৈছিল লেভিনক তেওঁৰ বৰ ভাল লাগে। এই নাচৰ পৰা কিটিয়ে বৰ বেছি প্ৰত্যাশা কৰা নাছিল। দুৰু দুৰু অন্তৰে তেওঁ অপেক্ষা কৰিছিল মাজুৰ্কা নাচৰ কাৰণে। তেওঁ মনতে ভাবিছিল মাজুৰ্কাৰ সময়তে সকলো ঠিক হৈ যাব। আগৰ বলনাচবোৰৰ দৰে ভ্ৰনস্কিয়ে যে তেওঁৰ লগতেই মাজুৰ্কা নাচিব সেই বিষয়ে কিটিৰ অলপো সন্দেহ নাছিল। সেই আশাতেই ইতিমধ্যে তেওঁ পাঁচজনৰ আহ্বান প্ৰত্যাখ্যান কৰিছিল। বলনাচৰ শেষলৈকে কিটিয়ে ৰূপে-ৰসে-বৰ্ণে-গন্ধে ভৰা এক ঐন্দ্ৰজালিক স্বপ্নৰ মাজত বিচৰণ কৰি আছিল। এজন যুৱকক কোনো মতে প্ৰত্যাখ্যান কৰিব নোৱাৰি তেওঁৰ লগত শেষবাৰৰ কাৰণে নচাৰ সময়ত হঠাৎ

তেওঁ ভ্ৰন্‌স্কি আৰু আনাৰ মুখামুখি হ'ল। নাচ আৰম্ভ হোৱাৰ পিচৰ পৰা আনাক তেওঁ দেখা নাছিল। এতিয়া হঠাৎ আনাক এক সম্পূৰ্ণ নতুন আৰু অপ্ৰত্যাশিত ৰূপত দেখিবলৈ পালে। কিটিয়ে লক্ষ্য কৰিলে আনা নিজৰ সফলতাত উত্তেজিত হৈছে আৰু ভ্ৰন্‌স্কিয়ে কৰা প্ৰশংসাত মাতাল হৈছে । এই অনুভূতি আৰু লক্ষণবোৰৰ লগত কিটি ইতিমধ্যে সুপৰিচিত হৈ উঠিছিল। আনাৰ চকুত বৈ বৈ কঁপি উঠিছে তিৰবিৰণি, মুখ আৰু ওঁঠত আনন্দ আৰু উত্তেজনাৰ মৃদু হাঁহি, ছন্দ আৰু চৰণত যথাৰ্থ, লঘু, লয়লাস গতি।

"কোনে? সকলোৱে নে মাত্ৰ এজনে?" কিটিয়ে চিন্তা কৰিলে, "নাই, জনতাৰ মুগ্ধ মূক প্ৰশংসাই তেওঁক মাতাল কৰা নাই। কৰিছে বিশেষ এজন ব্যক্তিৰ প্ৰশংসাই। কিন্তু কোন সেইজন? তেওঁ ভ্ৰনস্কি? ভ্ৰনস্কিয়ে যিমানবাৰেই আনাৰ লগত কথা কৈছিল সিমান বাৰেই আনাৰ চকু দুটা আনন্দত জিলিকি উঠিছিল, সুখৰ হাঁহিত বিচ্ছিন্ন হৈ উঠিছিল তেওঁৰ ৰঙা ওঁঠ দুটা। তেওঁ যেন চেষ্টা কৰিছিল আনন্দৰ এই লক্ষণবোৰক চেপি ৰাখিবলৈ, কিন্তু তথাপি সেইবোৰ তেওঁৰ মুখত বাৰে বাৰে ফুটি উঠিছিল।..."কিন্তু ভ্ৰন্‌স্কিৰ নো কি অৱস্থা?" ভ্ৰনস্কিৰ ফালে চোৱাৰ লগে লগে কিটিৰ মনটো আতঙ্কিত হৈ উঠিল। আনাৰ মুখৰ আয়নাত স্পষ্ট হৈ ফুটি উঠা ছবিটোকে ভ্ৰন্‌স্কিৰ মুখতো তেওঁ দেখিবলৈ পালে। ক'তা ভ্ৰন্‌স্কিৰ মুখৰ সেই সহজাত প্ৰশান্তি, দৃঢ় ভঙ্গিমা আৰু বেপৰোৱা অভিব্যক্তি? এতিয়া যিমান বাৰেই তেওঁ আনাৰ ফালে চাইছে, সিমান বাৰেই মূৰটো অলপ দোঁৱাইছে—যেন নিবিড় ভক্তিত দীঘল দি পৰিবলৈ বিচাৰিছে তেওঁৰ চৰণত। ভ্ৰনস্কিৰ চকুত কেৱল ভয় আৰু আত্মসমৰ্পণ।

মুজাৰ্কা নাচ আৰম্ভ হোৱাৰ আগমুহূৰ্তত সৰু নাচঘৰটোৰ পৰা ডাঙৰ নাচঘৰটোলৈ দুই-এটা যুগল আহিবলৈ আৰম্ভ কৰিলে। কিটি হতাশা আৰু আতঙ্কত বিহ্বল হৈ উঠিল। ইয়াৰ আগতে তেওঁ পাঁচজন যুৱকক প্ৰত্যাখ্যান কৰিছে আৰু এতিয়া তেওঁৰ লগত নাচিবলৈ কোনো সঙ্গী নাই। পুনৰ কোনোবা আহি তেওঁক নাচিবলৈ মতাৰ আশাও নাই— কোনেও ধাৰণাই কৰিব নোৱাৰিব যে আগৰ পৰা তেওঁৰ কোনো সঙ্গী ঠিক হৈ থকা নাই। বাধ্য হৈ তেওঁ মাকক কব লাগিব যে তেওঁৰ গা ভাল নহয়, ঘৰলৈ যাব। কিন্তু সেইটো কৰিবলৈও এতিয়া তেওঁৰ শক্তি নাই!

সৰু বৈঠকখানাৰ দূৰতম প্ৰান্তলৈ গৈ এখন আৰাম চকীত বহিল কিটি। পাতল আৰু স্বচ্ছ স্কাৰ্টটোৱে মেঘৰ দৰে ঢাকি ধৰিলে তেওঁৰ সৰু কঁকালখন। কিশোৰীৰ হাতৰ দৰে এখন নিটোল হাত অসহায়ৰ দৰে পৰি থাকে কোলাৰ কাৰত গোলাপী টিউনিকৰ ভাঁজত আৰু আনখন হাতে বিচি থাকে তেওঁৰ মুখখন। তেওঁক দেখি ধাৰণা হয় তেওঁ যেন এটা পখিলা— ঘাঁহৰ পাত এটাত স্থিৰ হৈ বহি আছে...আকৌ কোনোবা মুহূৰ্তত ৰামধেনু ডেউকা মেলি উৰি যাব নতুন পোহৰৰ অন্বেষণত। কিন্তু আচলতে এক গভীৰ হতাশাই তেওঁৰ হৃৎপিণ্ডটোক এতিয়া সম্পূৰ্ণৰূপে গ্ৰাস কৰি পেলাইছে।

"কিন্তু জানোচা মোৰেই ভুল হৈছে। —মই যি ভাবিছো, আচলতে হয়তো সেইটো নহয়।" খন্তেক আগতে দেখা দৃশ্যবোৰৰ কথা ভাবে কিটিয়ে।

"ইয়াৰ মানে কি কিটি?" কাউন্টেছ নৰ্দস্তনে কিটিৰ ওচৰলৈ আহি ক'লে। "মই তো একোকে বুজিব পৰা নাই।"

কিটিৰ তলৰ ওঁঠটো কঁপি উঠে, চকীৰ পৰা উঠি থিয় হয় তেওঁ।

"তুমি মাজুৰ্কা নানাচা নেকি?"

"নাই নাই," কান্দো কান্দো হৈ কম্পিত স্বৰে ক'লে কিটিয়ে।

"মই শুনিছো, তেওঁ তেওঁক মাজুৰ্কা নাচিবলৈ অনুৰোধ কৰিছিল।"

"তেওঁ" আৰু "তেওঁক" বুলি তেওঁ কাৰ কাৰ কথা বুজাবলৈ বিচাৰিছে, তাক কিটিয়ে বুজিব পাৰিব বুলি ভাবি উত্তৰ দিলে কাউন্টেছ নৰ্দস্তনে। তাৰপিচত পুনৰ প্ৰশ্ন কৰিলে, "তুমি প্ৰিন্সেছ শ্চেৰবাৎস্কিৰ লগত নানাচা নেকি?"

"নাই, ইয়াৰ কাৰণে মোৰ একো লাভ-লোকচান নহয়।'"

কোনেও তেওঁৰ অৱস্থাটোৰ কথা বুজিব পৰা নাছিল। কোনেও নাজানিছিল, মাত্ৰ কেইদিনমান আগতে তেওঁ এনেকুৱা এজনক প্ৰত্যাখ্যান কৰিছিল, যাক হয়তো তেওঁ ভাল পাইছিল। প্ৰত্যাখ্যান কৰিছিল, কাৰণ তেওঁ আন এজনক বিশ্বাস কৰিছিল।

কাউন্টেছ নৰ্দস্তনৰ লগত কৰ্সুনস্কিয়ে নচাৰ কথা আছিল। তেওঁ কৰ্সুনস্কিক তেওঁৰ সলনি কিটিক নচাৰ কাৰণে আমন্ত্ৰণ কৰাৰ কথা ক'লে। ভাগ্যক্ৰমে কৰ্সুনস্কিয়ে সকলো সময়তে দৌৰাদৌৰি কৰি নিৰ্দেশ দিছিল, গতিকে নাচৰ সময়ত কিটিক কোনো কথা কোৱাৰ প্ৰয়োজন নহ'ল। নাচৰ সময়ত আনা আৰু ভ্ৰনস্কিক তেওঁ ভালকৈ দেখিবলৈ পালে। তেওঁলোকে মনতে ভাবিছিল যে এই জনাকীৰ্ণ নাচঘৰটোত যেন তেওঁলোকৰ বাহিৰে আৰু কোনো নাই। সচৰাচৰ দৃঢ় আৰু আত্মসংযমী ভ্ৰনস্কিৰ মুখত অসহায় আত্মসমৰ্পণৰ কৰুণ অভিব্যক্তি আৰু হতবিহ্বল দৃষ্টি দেখি অবাক হৈ উঠিল কিটি। ভ্ৰনস্কিৰ মুখৰ অৱস্থা ঠিক যেন অন্যায় কৰি বুজিব পৰা এটা বুদ্ধিমান কুকুৰৰ দৰে...। আনাই হাঁহিলে ভ্ৰনস্কিয়েও হাঁহে। তেওঁ চিন্তিত হ'লে ভ্ৰনস্কিৰ মুখখনো গম্ভীৰ হৈ উঠে।

এটা অলৌকিক শক্তিয়ে কিটিৰ চকু দুটাক আনাৰ মুখৰ ফালে টানি লৈ গ'ল। সাধাৰণ ক'লা পোছাক পিন্ধা সত্ত্বেও বৰ সুন্দৰ লাগিছিল আনাক। সুন্দৰ লাগিছিল তেওঁৰ ব্ৰেছলেট পিন্ধা নিটোল বাহুযুগল, মুকুতামালা পিন্ধা ঋজু ডিঙিটো, অবাধ্য অলকগুচ্ছ, সৰু সৰু হাত-ভৰিৰ স্বচ্ছল ভঙ্গিমা আৰু অপৰূপ প্ৰাণোচ্ছল মুখখন। কিন্তু সেই সৌন্দৰ্যৰ মাজত যেন কিবা এটা ভয়ঙ্কৰতা আৰু নিষ্ঠুৰতা লুকাই আছিল।

আনাক দেখি এতিয়া আগৰতকৈও বেছি মুগ্ধ হ'ল কিটি আৰু লগতে তেওঁ বেছি যন্ত্ৰণাক্লিষ্টও হ'ল। নিজাকে তেওঁ সম্পূৰ্ণ বিধ্বস্ত হোৱা বুলি ভাবিলে আৰু তেওঁৰ মুখতো সেই ভাবটো স্পষ্টকৈ প্ৰতিফলিত হৈ উঠিল। নাচৰ তালে তালে ভ্ৰনস্কি যেতিয়া তেওঁৰ কাষলৈ আগুৱাই আহিল, তেতিয়া তেওঁৰ মুখখন ইমানেই বদলি গৈছিল যে প্ৰথমতে ভ্ৰনস্কিয়ে তেওঁক চিনিবই পৰা নাছিল।

"চমৎকাৰ নাচ!" —কিবা এটা ক'ব লাগে বুলিয়েই ক'লে ভ্ৰন্‌স্কিয়ে।

"হয়", কিটিয়ে ক'লে।

কিটিয়ে মনে মনে ভাবিলে, "এৰা, তেওঁৰ মাজত কিবা এটা অদ্ভুত চয়তানী মোহিনী শক্তি আছে।"

নৈশ ভোজনৰ কাৰণে আনাৰ থকাৰ ইচ্ছা নাছিল। কিন্তু গৃহস্বামীয়ে বাৰে বাৰে তেওঁক থাকিবলৈ ৰাজী কৰাৰ চেষ্টা কৰিছিল।

কৰ্সুনস্কিয়ে আগুৱাই গৈ আনাৰ হাত এখনত ধৰি ক'লে, "আহক আনা আৰ্কাদিয়েভনা, এটা অপূৰ্ব লোকনৃত্যৰ কথা মোৰ মনত পৰিছে।"

"নাই, মই নাথাকো," আনাই হাঁহি হাঁহি ক'লে যদিও তেওঁৰ কণ্ঠস্বৰত দৃঢ়তা দেখি কৰ্সুনস্কি আৰু গৃহস্বামী উভয়ে অনুভৱ কৰিলে যে তেওঁ নাথাকিব। "গোটেই শীতকালত পিটাৰ্ছবুৰ্গত মই যিমান নাচিছো, মস্কোত আপোনালোকৰ এটা নাচৰ মজলিছত তাতোকৈ অধিক নাচিছো।" ওচৰতে থিয় হৈ থকা ভ্ৰন্‌স্কিৰ ফালে ঘূৰি চালে আনাই, "ৰাওনা হোৱাৰ আগতে মই অলপ বিশ্ৰাম কৰিব লাগিব।"

"তেন্তে কাইলৈ আপুনি যাবই?" প্ৰশ্ন কৰিলে ভ্ৰনস্কিয়ে।

"হয়, তাকেই ভাবিছো।" প্ৰশ্নটোৰ সাহসিকতাত বিস্মিত হৈ আনাই উত্তৰ দিলে। কিন্তু উত্তৰ দিয়াৰ সময়ত তেওঁৰ চকুৰ অসংযত জেউতি আৰু মুখৰ মৃদু হাঁহিয়ে ভ্ৰনস্কিৰ মনত জুই জলাই দিলে।

নৈশভোজনৰ কাৰণে আনাই অপেক্ষা নকৰিলে; ঘৰলৈ গুছি গ'ল।

পিচদিনা ৰাতিপুৱা মস্কোৰ পৰা ৰাওনা হৈ সন্ধ্যা সময়ত কনস্তান্তিন লেভিন ঘৰ পালেহি। বাটত তেওঁ সহযাত্ৰী সকলৰ লগত ৰাজনীতি আৰু নতুন ৰেলপথৰ বিষয়ে আলোচনা কৰিছিল আৰু নিজৰ মানসিক বিশৃঙ্খলা, নিজৰ ওপৰত অসন্তোষ আৰু এটা অস্পষ্ট লজ্জাৰ অনুভূতিৰ কাৰণে মনে মনে মস্কোত অনুভৱ কৰাৰ দৰে এক গভীৰ হতাশা অনুভৱ কৰিছিল। কিন্তু ষ্টেছনৰ পৰা ওলাই আহি যেতিয়া তেওঁ তেওঁৰ এচকুৱা কচোৱান ইগনাতক কোটৰ কলাৰটো ওপৰৰ ফালে তুলি থিয় হৈ থকা দেখিলে আৰু নিজৰ শ্লেজগাড়ীখন, ঘোঁৰা আৰু ঘোঁৰাৰ সাজ-সৰঞ্জামবোৰ দেখিবলৈ পালে আৰু ৰাওনা হোৱাৰ কাৰণে প্ৰস্তুত হ'বলৈ ধৰাৰ সময়ত ইগনাতে যেতিয়া তেওঁক গাঁৱৰ খা-খবৰ ক'বলৈ আৰম্ভ কৰিলে—কেনেকৈ ঠিকাদাৰ আহি পাইছে আৰু গাভীয়ে পোৱালি জগাইছে, তেতিয়া লেভিনে অনুভৱ কৰিলে লাহে লাহে তেওঁৰ মানসিক বিভ্ৰান্তিটো, লজ্জা আৰু অসন্তুষ্টিৰ অনুভূতিটো আঁতৰি গৈছে। কিন্তু যেতিয়া তেওঁ তেওঁৰ কাৰণে অনা ভেড়াৰ চালৰ কোটটো পিন্ধি শ্লেজত উঠিল তেতিয়া তেওঁ নিজৰ আপোনা সত্বাটো অনুভৱ কৰিলে আৰু আন হ'বলৈ নিবিচাৰিলে। তেওঁ বিচাৰিলে আগতকৈ বেছি ভাল হ'বলৈ । প্ৰথমতে তেওঁ স্থিৰ কৰিলে, কোনো বিশেষ ধৰণৰ সুখ— যেনে বিয়াৰ পৰা পোৱা সুখ— পাবলৈ তেওঁ কেতিয়াও কামনা নকৰিব।

দ্বিতীয়তে কিটিয়ে তেওঁৰ বিয়াৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাৰ ফল স্বৰূপে তেওঁ যি যন্ত্ৰণা পাইছে তাৰ পুনৰাবৃত্তি হ'বলৈ নিদিব, তেনেকুৱা মানসিক আবেগক তেওঁ ভৱিষ্যতে কেতিয়াও প্ৰশ্ৰয় নিদিব।

লেভিনৰ বৃদ্ধা ধাত্ৰী আগাফিয়া মিখালোভনাই তেওঁৰ ঘৰখনৰ কাম-কাজত চকু দিছিল। তেতিয়াও তেওঁ শোৱা নাছিল আৰু তেওঁৰ খিড়িকীৰ পোহৰ ঘৰৰ সন্মুখৰ চোতালখনৰ বৰফৰ ওপৰত পৰিছিল। কুজ্‌মাক তেওঁ জগাই দিলে। কুজ্‌মা খালী ভৰিৰে আহি চিঁড়িৰ ওপৰত থিয় দিলে। চিকাৰী কুকুৰ লাস্কাও দৌৰি আহি ভুকিবলৈ ধৰিলে আৰু লেভিনৰ গাত লেটিয়া-লেটি কৰিলে যদিও তেওঁৰ বুকুলৈকে জঁপিয়াবলৈ সাহস কৰা নাছিল।

"বৰ ততাতৈয়াকৈ উভতি আহিলা যে, বাপু!" আগাফিয়া মিখালোভনাই ক'লে।

"মনটো ভাল লগা নাছিল। বন্ধু-বান্ধৱৰ ঘৰলৈ ফুৰিবলৈ যোৱাটো ভাল, কিন্তু নিজৰ ঘৰত থকাটো আৰু ভাল," বুলি কৈ তেওঁ নিজৰ পঢ়া-কোঠাটোৰ ভিতৰলৈ সোমাই গ'ল।

মমবাতিৰ পোহৰত ঘৰটো লাহে লাহে আলোকিত হৈ উঠিল, স্পষ্ট হৈ উঠিল পৰিচিত বস্তু-বাহানিবোৰ —পহুৰ শিং, অচল হৈ পৰি থকা এটা স্তোভ, লেভিনৰ দেউতাকৰ এখন ছোফা, এখন বৰ ডাঙৰ টেবুল, টেবুলৰ ওপৰত এখন মেলি থোৱা কিতাপ, এটা ভগা ছাইদানি আৰু লেভিনৰ হাতে লেখা এখন পাণ্ডুলিপি। এইবোৰ দেখি মুহূৰ্তৰ কাৰণে তেওঁৰ মনত সন্দেহ জন্মিল, গাড়ীত অহাৰ সময়ত নিজৰ জীৱনটো নতুনকৈ গঢ়াৰ তেওঁ যি সপোন দেখিছিল, সি কিমানদূৰ সাৰ্থক হ'ব। বিগত জীৱনৰ সকলো সাক্ষীবোৰে যেন তেওঁক খামোচ মাৰি ধৰি কৈছে, নাই, আমাক এৰি তুমি যাব নোৱাৰিবা, তুমি একো হ'ব নোৱাৰিবা, তুমি যি আছিলা সেয়ে হৈ থাকিবা : সন্দেহ, নিজৰ ওপৰত চিৰকালে অসন্তোষ, সংশোধনৰ ব্যৰ্থ চেষ্টা আৰু হতাশা, সুখৰ আশা আৰু নিৰন্তৰ তাৰ প্ৰতীক্ষা,যাক তুমি পোৱা নাই, আৰু যাক পোৱাটো তোমাৰ পক্ষে সম্ভৱ নহ'ব?'

জিনিচপত্ৰবোৰে এই সকলো কথা কৈছিল, কিন্তু অন্তৰৰ অন্য এক কণ্ঠস্বৰে লেভিনক অতীতৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ বাধা দি কৈছিল, "ইচ্ছা থাকিলে মানুহৰ অসাধ্য একো নাই। ...কথাবোৰ শুনি শুনি ঘৰৰ এচুকত পৰি থকা গধুৰ ডাম্বেল দুডালৰ ওচৰলৈ গৈ থিয় হ'ল লেভিন। তাৰপিচত আত্মবিশ্বাস ঘূৰাই অনাৰ চেষ্টাত ডাম্বেল দুডাল লৈ ব্যায়াম কৰিবলৈ আৰম্ভ কৰিলে। কিন্তু দৰজাত কোনোবাই মৃদু শব্দ কৰিলত ডাম্বেল দুডাল নমাই থলে।

বেইলিফ ঘৰৰ ভিতৰলৈ আহি জনালে, ভগৱানৰ কৃপাত সকলো ভালে ভালেই চলিছে। কিন্তু শস্য শুকোৱা নতুন যন্ত্ৰটোত কিছু বজৰা পুৰি গৈছে। এই খবৰটো পাই লেভিনৰ খং উঠিল। শুকোৱাৰ এই ব্যৱস্থাটো তেওঁ নিজেই কৰিছিল আৰু কিছু পৰিমাণে ই তেওঁৰেই উদ্ভাৱন। বেইলিফে প্ৰথমৰে পৰা ইয়াৰ বিৰোধিতা কৰিছিল

আৰু এতিয়া তেওঁ দমিত বিজয়োল্লাসে ঘোষণা কৰিছিল যে সেইটোৰ কাৰণেই বজৰাবোৰ পুৰি গৈছে। লেভিনে যিবোৰ সতৰ্কতা অৱলম্বন কৰিবলৈ তেওঁক নিৰ্দেশ দিছিল সেই মতে কাম নকৰাৰ কাৰণে বেইলিফক তেওঁ ধমকি দিলে...। কিন্তু এটা জৰুৰী আৰু আনন্দৰ খবৰ আছিল পাভাই পোৱালি দিছে। কোনো এখন মেলাৰ পৰা কিনা পাভা আছিল তেওঁৰ সবাতোকৈ ভাল আৰু দামী গৰু।

"কুজ্‌মা, মোক কোটটো দিয়া," বেইলিফৰ ফালে চাই লেভিনে ক'লে,"তুমি সিহঁতক এটা লেম্প আনিবলৈ কোৱা। মই গৈ পাভাক আৰু পোৱালিটোক এবাৰ চাই আহিম গৈ।"

দামী গৰুবোৰৰ গোহালি ঘৰটো ঘৰৰ পাচফালে। লাইলাক গছবোৰৰ কাষেদি তুষাৰস্তূপবোৰ পাৰ হৈ চোতালেদি তেওঁ গোহালিলৈ গ'ল। বৰফ জমি থকা দৰজাখন মেলাৰ লগে লগে গোবৰৰ গৰম ভাপ নাকত সোমাল। লেম্পৰ অনভ্যস্ত পোহৰ দেখি আচৰিত হৈ খেৰৰ ওপৰত খচ্‌মচ্‌ কৰি উঠিল গৰুবোৰ। নাকত আঙঠি পিন্ধোৱা বাঁহ বেৰেকুত শুই আছিল। সি ভাবিছিল উঠি থিয় হ'ব, কিন্তু তাকে নকৰি মানুহবিলাক যেতিয়া তাৰ কাষেদি গৈছিল তেতিয়া সি দুই-এবাৰ ফোঁচফোঁচ কৰিছিল। জলহস্তীৰ দৰে বিৰাটকায় ধুনীয়া পাভাই সিহঁতৰ পিনে পিঠি দি পোৱালিটোক আঁৰ কৰি জিভাৰে চেলেকিবলৈ ধৰিলে। লেভিনে ভিতৰলৈ গৈ পোৱালিটোক দাঙি ঠেঙৰ ওপৰত থিয় কৰাই দিলে। পাভাই হেম্বেলিয়াই উঠিবলৈ বিচাৰিছিল, কিন্তু লেভিনে যেতিয়া পোৱালিটোক তাইৰ ফালে আগবঢ়াই দিলে, তেতিয়া তাই শান্ত হৈ দীৰ্ঘশ্বাস কাঢ়ি পোৱালিটোক তাইৰ খৰখৰীয়া জিভাৰে চেলেকিবলৈ ধৰিলে আৰু পোৱালিটোৱেও মাকৰ পেটত নাক গুজি দি নেজডাল লৰাবলৈ ধৰিলে।

"লেম্পটো ইয়ালৈ লৈ আহা ফিওডৰ," পোৱালিটোক পৰীক্ষা কৰি লেভিনে ক'লে, "ঠিক মাকৰ দৰে হৈছে, যদিও গাৰ ৰং বাপেকৰ দৰে সুন্দৰ হৈছে। ওখ-পাখ আৰু শকত-আৱতো। পোৱালিটোৰ কাৰণে আপোন-পাহৰা হৈ তেওঁ বজৰাৰ কথা একেবাৰে পাহৰি গৈ বেইলিফক প্ৰশ্ন কৰিলে,"তাই বৰ ধুনীয়া নহয় জানো?"

"ধুনীয়া নহব কিয়? আপুনি যোৱাৰ পিচদিনাই ঠিকাদাৰ ছাইমন আহিছিল। তেওঁৰ লগত আপুনি সকলো কথা ঠিক্‌ঠাক কৰি লব, কনস্তান্তিন দিমিত্ৰিচ!" বেইলিফে ক'লে, "আৰু যন্ত্ৰটোৰ বিষয়েতো মই আপোনাক আগতেই কৈছিলো।"

এই কথাখিনিয়ে লেভিনৰ মনটোক তালুকৰ কাম-কাজত মনোনিবেশ কৰিবলৈ যথেষ্ট উদ্‌গনি যোগালে যদিও কামবোৰ বৰ ডাঙৰ আৰু জটিল আছিল। গোহালিৰ পৰা ওলাই তেওঁ টিধাচিধি অফিচলৈ গ'ল; আৰু তাত বেইলিফ আৰু ছাইমন ঠিকাদাৰৰ লগত কথা পতাৰ পিচত ঘৰলৈ উভতি গৈ ওপৰ তলাৰ বৈঠকখানাত সোমাল।

বলনাচৰ পিচদিনা দোকমোকালিতে আনাই তেওঁৰ স্বামীলৈ তাঁৰ কৰি জনাই দিলে যে সেইদিনাই তেওঁ মস্কোৰ পৰা ৰাওনা হ'ব।

"নাই, মই যাবই লাগিব, মই যাবই লাগিব," তেওঁৰ পৰিকল্পনা পৰিবৰ্তনৰ কথাটো এনে সুৰত ডলিক বুজাই দিলে যে বহুতো দৰকাৰী কামৰ কথা তেওঁৰ মনত পৰিছে যাৰ কোনো সীমা-সংখ্যা নাই। "নাই, আজি যোৱাই ভাল হ'ব।"

স্তেপান আৰ্কাদিয়েভিচে ঘৰত নাখালে, কথা দিলে সাত বজাত ভনীয়েকক ষ্টেচনসে লৈ যাবৰ কাৰণে ঘৰলৈ আহিব।

কিটিও নাহিল। এটুকুৰা কাগজত লিখি পঠালে যে তেওঁৰ মূৰৰ বিষ উঠিছে। কেৱল ল'ৰা-ছোৱালী আৰু সিহঁতৰ ইংৰাজ গৃহ-শিক্ষয়িত্ৰীৰ লগত ডলি আৰু আনাই খোৱা-বোৱা কৰিলে। ল'ৰা-ছোৱালীবিলাকৰ মতি-গতি হয়তো পাতল, নাইবা সিহঁতৰ অনুভূতি ইমান তীক্ষ্ণ যে সিহঁতে বুজিব পাৰিছিল, আনা সেই আগৰ মানুহজনী হৈ থকা নাই, যাক সিহঁতে ভাল পাইছিল আৰু সিহঁতৰ প্ৰতিও এতিয়া তেওঁৰ সিমান আগ্ৰহ নোহোৱা হৈছিল। সেই কাৰণে সিহঁতে পেহীয়েকৰ লগত খেলা-ধূলা কৰিবলৈ বাদ দিছিল, তেওঁৰ প্ৰতি সিহঁতৰ ভক্তিও নোহোৱা হৈছিল আৰু তেওঁ যে এতিয়া যাবলৈ ওলাইছে তাৰ কাৰণেও অলপো মনোবেদনা পোৱা নাছিল। আনাই পুৱাৰ সময়খিনি যোৱাৰ আয়োজন কৰোতেই কটাইছিল। মস্কোৰ পৰিচিত সকলৰ ওচৰলৈ চিঠি লিখিছিল, হিচাপ-পত্ৰ টুকি ৰাখিছিল, মাল-পত্ৰবোৰ বান্ধি-কুন্ধি লৈছিল। নিজৰ অভিজ্ঞতাৰ পৰা ডলিয়ে বুজিব পাৰিছিল যে আনা এক মানসিক অস্থিৰতাৰ মাজত আছে— যি অস্থিৰতা বিনা কাৰণে নাহে আৰু সাধাৰণতে ই নিজৰ প্ৰতি অসন্তোষৰ মনোভাবকে লুকাই ৰাখে। খোৱাৰ পিচত সাজপাৰ পিন্ধিবলৈ আনা গ'ল নিজৰ কোঠাটোলৈ আৰু ডলিও তেওঁৰ পাচ ললে।

"তোমাক আজি অদ্ভুত যেন লাগিছে!" ডলিয়ে তেওঁক ক'লে।

"মোক? সেয়ে নেকি তোমাৰ মনোভাব।"

"মই, অদ্ভুত নহয়, মই কদৰ্য, মই নীচ, মোৰ মেজাজ বিকৃত হৈছে। মাজে মাজে মোৰ এনেকুৱা হয়...সকলো সময়ত কেৱল কান্দিবলৈ মন যায়। ই মূৰ্খামিৰ বাহিৰে আন একো নহয়। কিন্তু ই আঁতৰি যাব...।" তৰাতৰিকৈ ৰঙা পৰি উঠা মুখখন নত কৰি বেগটোৰ ফালে চালে য'ত তেওঁৰ নৈশ টুপীটো আৰু ৰুমালবোৰ পেক কৰি থোৱা আছিল। তেওঁৰ অস্বাভাৱিক উজ্জ্বল চকু দুটা বাৰে বাৰে চকুলোৰে উপচি পৰিছিল। "পিটাৰ্ছবুৰ্গৰ পৰা মই আহিবলৈ ইচ্ছা কৰা নাছিলো আৰু এতিয়া ইয়াৰ পৰা যাবলৈও মোৰ সত যোৱা নাই।"

"ইয়ালৈ আহি তুমি এটা ভাল কাম কৰিলা," তেওঁৰ ফালে স্থিৰদৃষ্টিৰে চাই ডলিয়ে ক'লে।

সজল নয়নে আনাই তেওঁৰ ফালে চালে।

"সেই কথা নক'বা, ডলি। মই একোকে কৰা নাই আৰু কৰিবও নোৱাৰিলোহেঁতেন। ক্ষমা কৰিব পৰাৰ জোখাই যথেষ্ট প্ৰেম তোমাৰ অন্তৰত আছিল বুলিহে..."

"তুমি নাহিলে কি যে ঘটিলহেঁতেন, ঈশ্বৰেহে জানে! কিমান সৌভাগ্যৱতী তুমি! তোমাৰ অন্তৰখন সৰল আৰু পৰিষ্কাৰ।'

"ইংৰাজ সকলে কয়, প্ৰতিটো হৃৎপিণ্ডৰেই এটা নিজস্ব কঙ্কাল আছে।"

"তোমাৰ কঙ্কাল বুলি একোৱেই নাই। আছে জানো? তোমাৰ সকলো পৰিষ্কাৰ।"

"আছে!" আশাতীতভাৱে আনাৰ ওঁঠ দুটা বিদ্ৰূপৰ হাঁহিৰে কুঞ্চিত হৈ উঠিল।

"তেনেহ'লে সেই কঙ্কালটো নিশ্চয় আমোদজনক হ'ব, দুখজনক নহয়," ঈষৎ হাঁহি ডলিয়ে ক'লে।

"নাই, যথেষ্ট দুঃখজনক। তুমি জানো জানা, কিয় মই কাইলৈৰ সলনি আজিয়েই যাবলৈ ওলাইছো? ই এটা স্বীকাৰোক্তি, যি এটা গধুৰ বোজা হৈ মোক চেপি ধৰিছে...মই সেইটো তোমাক ক'বলৈ বিচাৰিছো," এই বুলি কৈ আৰাম চকী এখনত বহি চিধাচিধি ডলিৰ চকুৰ ফালে চালে আনাই।

আৰু ডলিয়ে অবাক হৈ দেখিলে, আনাৰ আকৰ্ণ ৰঙা হৈ উঠিছে—ৰঙা হৈ উঠিছে তেওঁৰ ডিঙিলৈ ওলমি পৰা চুলিৰ কুণ্ডলী পৰ্যন্ত।

আনাই কৈ গ'ল, "তুমি জানো জানা কিয় কিটি ডিনাৰলৈ নাহিল? মোক তেওঁ হিংসা কৰে। মই তেওঁৰ সকলো পণ্ড কৰি দিছো... মোৰ কাৰণেই সেই নাচৰ মজলিছটো তেওঁৰ কাৰণে আনন্দৰ নহৈ যন্ত্ৰণাৰ হৈ উঠিছিল। কিন্তু সঁচাই কৈছো দোষটো মোৰ নহয়, কিংবা মোৰ দোষ অতি সামান্য,"—সামান্য কথাটো কোমল অনুচ্চ সুৰে তেওঁ ক'লে।

"অহ্, কথাটো তুমি একেবাৰে স্তিভাৰ দৰে কৈ পেলালা!" ডলিয়ে হাঁহি ক'লে।

ভ্ৰূকুটি কৰি আনাই ক'লে, "নাই, নাই মই স্তিভা নহওঁ। কথাটো মই তোমাক কোৱাৰ কাৰণ—মই মুহূৰ্তৰ কাৰণেও নিজকে নিজে সন্দেহ কৰিব নোৱাৰিছিলো।

কিন্তু যেতিয়া তেওঁ এই কথা কৈছিল, তেতিয়াই তেওঁ গম পাইছিল যে তেওঁ আচল কথা কোৱা নাছিল। নিজকে তেওঁ যে সন্দেহ কৰিছিল কেৱল সেয়ে নহয়, ভ্ৰন্স্কিৰ কথা মনত পৰিলেও তেওঁৰ মন আবেগত ভৰি উঠিছিল। ভ্ৰন্স্কিৰ লগত যাতে পুনৰ দেখা-দেখি নহয়, সেই কাৰণেই পৰিকল্পিত সময়ৰ আগতেই তেওঁ গুচি যাবলৈ বিচাৰিছিল।

"অঁ, স্তিভাই মোক কৈছিল যে তুমি ভ্ৰন্স্কিৰ লগত মাজুৰ্কা নাচিছা, আৰু তেওঁ..."

"ঘটনাটো যে কেনে অদ্ভুতভাৱে ঘটি গল সেই কথা তুমি কল্পনাই কৰিব নোৱাৰিবা। মই কেৱল ভাবিছিলো কটকীৰ কাম কৰিম বুলি, হঠাৎ সকলো ওলট-পালট হৈ গ'ল, সম্ভৱতঃ মোৰ ইচ্ছাৰ বিৰুদ্ধে..."

"কিন্তু ভ্ৰন্স্কিৰ ফালৰ পৰা কিবা গুৰুত্বপূৰ্ণ থাকিলে মই হতাশ হৈ পৰিম। মোৰ দৃঢ় বিশ্বাস এই সকলোবোৰ পাহৰি যাব তেওঁ; কিটিয়েও মোক ঘৃণা নকৰিব।"

"যিয়েই নহওক আনা, সঁচা কথা কবলৈ গলে মই কিন্তু এই বিয়াৰ কাৰণে খুব এটা আগ্ৰহী নহওঁ। ভ্ৰন্স্কিয়ে যদি এটা দিনৰ ভিতৰতে তোমাৰ প্ৰেমত পৰি যাব পাৰে তেনেহ'লে এনেকুৱা বিয়া যৱক্ষ নহ'লেই ভাল হয়।"

"সেইটোতো একেবাৰে মূৰ্খামি হ'ব!" আনাই ক'লে, আৰু তেওঁৰ মনৰ ভাবটো কথাত ব্যক্ত হোৱা শুনি পুনৰ তেওঁৰ মুখত খুচীৰ ৰক্তিম আভা ফুটি উঠিল। "তেনেহ'লে যিজনী কিটিক মই ইমান ভাল পাওঁ, তেওঁক শত্ৰু বনাই থৈ ইয়াৰ পৰা বিদায় লবলৈ ওলাইছো। সঁচাকৈয়ে কিমান মৰম লগা ছোৱালীজনী! কিন্তু ডলি, কোৱাঁ, তুমি এই কথাটো ঠিকঠাক কৰি দিবাতো? কৰিবাতো?"

ডলিয়ে হাঁহি চেপি ৰাখিব পৰা নাছিল। আনাক তেওঁ ভাল পায়। কিন্তু আনাৰো যে দুৰ্বলতা আছে, সেই কথা জানি তৃপ্তিও পালে তেওঁ।

"শত্ৰু? সেইটো অসম্ভৱ।"

"মই তোমালোকক যিমান ভাল পাওঁ, আশা কৰোঁ তোমালোকেও মোক সিমানেই ভাল পাবা।" আনাৰ নয়নযুগলত চকুপানী উপচি উঠিল, "ইস, আজি যে মই কিমান বুৰ্বক হৈ পৰিছো!"

ৰুমালেৰে মুখ মচি আনাই কাপোৰ পিন্ধিবলৈ ধৰিলে। তেওঁ ৰাওনা হ'বৰ সময়ত অবলনস্কি আহি ঘৰত সোমাল। তেওঁৰ গাত মদ আৰু চিগাৰেটৰ গন্ধ। ৰঙা মুখখনত আনন্দৰ মিচিকিয়া হাঁহি।

আনাৰ আবেগ ডলিৰ ভিতৰতো সঞ্চাৰিত হৈছিল। শেষবাৰৰ কাৰণে আনাক আঁকোৱালি ধৰাৰ সময়ত ডলিয়ে ফুচফুচাই ক'লে,"মনত ৰাখিবা আনা, মোৰ কাৰণে তুমি যি কৰিছা তাক মই আজীৱন মনত ৰাখিম। মনত ৰাখিবা মই তোমাক ভাল পাওঁ আৰু চিৰকাল ভাল পাই থাকিম মোৰ শ্ৰেষ্ঠ বান্ধৱী হিচাপে।"

"মই জানো সেই কথা নাজানো?" চকুপানী সম্বৰণ কৰি ডলিক চুমা এটা খাই ক'লে আনাই।

"যেই হওক ঈশ্বৰৰ কৃপাত ভালে ভালে সকলোবে অন্ত পৰিল।" তৃতীয় আৰু শেষবাৰ ঘন্টা বাজি উঠা পৰ্যন্ত দৰজাৰ মুখত থিয় হৈ থকা ককায়েকক শেষবাৰৰ কাৰণে বিদায় দিয়াৰ পিচত প্ৰথমতে আনাৰ মনলৈ এই ভাবটো আহিল। পৰিচাৰিকা আনুশ্‌কাৰ ওচৰত বহি ক্ষীণ পোহৰত বগিটোৰ চাৰিওফালে চকু ফুৰালে আনাই। "কাইলৈ ছেৰিওঝা আৰু এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ লগত মোৰ দেখা হ'ব। দেখা হ'ব মোৰ সুন্দৰ দৈনন্দিন জীৱনৰ লগত। আকৌ আগৰ দৰে চলিব মোৰ জীৱন।" আনাই ৰঙা বেগটোৰ পৰা এখন গাদী উলিয়াই লৈ আঁঠুৰ ওপৰত ৰাখিলে; আৰু তাৰ ওপৰত বেগটো লৈ পুনৰ তলা লগালে। তাৰপিচত এখন কম্বলেৰে ভৰি দুখন ভালকৈ মেৰিয়াই থৈ আৰাম কৰি বহিল। এজনী পঙ্গু তিৰোতা ইতিমধ্যে ৰাতিটোৰ কাৰণে নিশ্চিন্ত মনে শুই পৰিছিল। আন দুজনী তিৰোতাই আনাৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিছিল আৰু এজনী দৃঢ়কায় চেহেৰাৰ বুঢ়ীয়ে ভৰি দুখন কোঁচাই লৈ ট্ৰেইনৰ তাপৰ ব্যৱস্থাৰ বিষয়ে অসন্তোষ প্ৰকাশ কৰিছিল। আনাই সিহঁতৰ লগত দুই এটা কথা পাতিছিল যদিও আলোচনাৰ পৰা কোনো প্ৰকাৰৰ আনন্দ নাপাব বুলি ভাবি

আন্নুশ্‌কাক এটা লেম্প দিবলৈ ক'লে। তেওঁ লেম্পটো আসনৰ হাঁকোটাত আৰি থৈ বেগৰ পৰা এখন কাগজ-কটা ছুৰী আৰু এখন ইংৰাজী উপন্যাস উলিয়াই ললে। প্ৰথমতে তেওঁ পঢ়াত আগবাঢ়িব পৰা নাছিল। বাৰে বাৰে অহা-যোৱা কৰা মানুহবিলাকৰ কথা-বতৰা আৰু চিঞৰ-বাখৰৰ কাৰণে মনোযোগ ভঙ্গ হৈছিল। তাৰপিচত ট্ৰেইনখন যেতিয়া যাবলৈ আৰম্ভ কৰিলে, তেতিয়া তেওঁৰ বাওঁফালৰ খিড়িকীৰ আয়নাত বৰফ পৰাৰ শব্দ...। ফ্ৰেমত লাগি ধৰা বৰফকণা আৰু আপাদমস্তক বস্ত্ৰ পৰিহিত আৰু এফাল তুষাৰে ঢকা গাৰ্ডৰ অহা-যোৱা আৰু লগতে বাহিৰত প্ৰচণ্ড বৰফ-ধুমুহা সম্পৰ্কে আলোচনা এই সকলোবোৰ মিলি আনাৰ মনটো অস্থিৰ কৰি তুলিলে। ৰঙা বেগটো কোলাত লৈ ইতিমধ্যে আন্নুশ্‌কাই টোপনিয়াবলৈ আৰম্ভ কৰিছিল। তাইৰ এপাট দস্তানা ছিৰা আছিল। আনাই মনোযোগ দি উপন্যাসখন পঢ়িবলৈ ধৰিলে আৰু সকলো কথা বুজি পালে। কিন্তু আন মানুহৰ জীৱনৰ কথা জানি তেওঁ ভাল নাপাইছিল। তাত কোনো সুখ বা আনন্দ নাছিল। নিজকে জীয়াই ৰাখিবলৈ তেওঁৰ বৰ আগ্ৰহ আছিল। যেতিয়া পঢ়িছিল উপন্যাসৰ নায়িকাই এজন ৰোগীৰ পৰিচৰ্যা কৰিছে, তেতিয়া তেওঁৰ নিজৰেই ইচ্ছা হৈছিল, নিঃশব্দে ৰোগীৰ ঘৰলৈ আহ্-যাহ্ কৰিবলৈ। যেতিয়া পঢ়িছিল পাৰ্লিয়ামেণ্টৰ সভ্য এগৰাকীৰ বক্তৃতাৰ কথা, তেতিয়া তেওঁৰ ইচ্ছা হৈছিল সেইদৰে বক্তৃতা দিবলৈ; যেতিয়া পঢ়িছিল লেডী মেৰীয়ে কেনেকৈ ঘোঁৰাত উঠি চিকাৰী কুকুৰবোৰৰ পাচে পাচে গৈছে বৌৱেকক ঠাট্টা কৰিছে আৰু নিজৰ দুঃসাহসিকতাৰে সকলোকে অবাক কৰি তুলিছে তেতিয়া তেওঁ নিজেও তাকে কৰিবলৈ বিচাৰিছিল, কিন্তু তেওঁৰ পক্ষে একো কৰাৰে সম্ভাবনা নাছিল; তথাপি তেওঁ সৰু হাত দুখনেৰে মিহি ছুৰীখন লৰাই-চৰাই জোৰ কৰি কিতাপখন পঢ়াত লাগিছিল।

উপন্যাসৰ নায়কে তেতিয়া বৃটিছ সুখ, বেৰণ খিতাপ আৰু জমিদাৰী প্ৰায় পাওঁ পাওঁ হৈছে। তেতিয়া নায়কৰ লগত জমিদাৰীলৈ যাবৰ কাৰণে আনাৰো ইচ্ছা হৈছিল, কিন্তু হঠাৎ তেওঁ মনতে ভাবিছিল, "তেন্তে কৰিলে নায়কে বৰ লাজ পাব আৰু এই কাৰণে আনাই নিজেও লাজ পাইছিল। কিন্তু নায়কৰ কাৰণে ইয়াত লাজ পাবলগীয়া কিটো আছে? মোৰেই বা কি লাজ পাবলগীয়া আছে?" আনাৰ খং উঠে। কিতাপখন কোলাৰ ওপৰত ৰাখি, আসনত হেলান দি বহি তেওঁ দুয়োখন হাতেৰে কাগজকটা ছুৰীখন চেপি ধৰে। নাই, লাজ পাবলগীয়া একো নাই। মস্কোৰ ঘটনাবোৰো মনে মনে চিন্তা কৰি লয় তেওঁ। বল নাচৰ মজলিছ, ভ্ৰনস্কি, ভ্ৰনস্কিৰ চকুত ক্ৰীতদাসৰ দৰে প্ৰশংসাৰ দৃষ্টি, ভ্ৰনস্কিৰ প্ৰতি তেওঁৰ ব্যৱহাৰ সকলো মনত পৰে তেওঁৰ। নাই লাজ পাবলগীয়া একোৱেই নাই। কিন্তু স্মৃতিচাৰণৰ এই সময়ছোৱাতে লজ্জাবোধ বাঢ়ি উঠিল। ভ্ৰনস্কিৰ কথা ভাবোতে অন্তৰৰ পৰা কোনো এক কণ্ঠস্বৰে যেন তেওঁক ক'লে, "উষ্ণ, বৰ উষ্ণ, বৰ আন্তৰিকতাময়!"

"তাৰ মানে?" অলপ কাটিকুটা কৰি বহি নিজকে নিজে প্ৰশ্ন কৰে আনা কাৰানিনাই। "মই জানো সঁচাকৈয়ে বাস্তৱৰ পিনে চাবলৈ ভয় কৰিছো? মোৰ আৰু সেই তৰুণ

অফিচাৰজনৰ মাজত এনেকুৱা কি আছে বা থাকিব পাৰে, যি মোৰ আৰু আন কোনো পৰিচিত ব্যক্তিৰ মাজত নাই?" অৱজ্ঞাৰ হাঁহি এটা মাৰি আনাই পুনৰ কিতাপখন হাতত ল'লে, কিন্তু কি পঢ়িছে একো বুজিব নোৱাৰিলে। কাগজ-কটা ছুৰীখন তেওঁ খিড়িকীৰ আয়নাত ঘঁহিলে। তাৰপিচত ছুৰীখনৰ মসৃণ ঠাণ্ডা ফালটো গালত ঘঁহাই দিলে আৰু এক অজানিত আনন্দত উচ্ছ্বাসিত হৈ হাঁহি এটা মাৰিলে। তেওঁ অনুভৱ কৰিলে তেওঁৰ স্নায়ুবোৰ বেহেলাৰ তাঁৰৰ দৰে টনটনীয়া হৈ উঠিছে, চকু দুটা বিস্ফাৰিত হৈ উঠিছে, হাত আৰু ভৰিৰ আঙুলিবোৰ স্নায়ৱিক দুৰ্বলতাৰ হেতু কঁপি কঁপি উঠিছে। বুকুৰ ভিতৰত কিবা এটাই যেন উশাহ লোৱাত বাধা দিছে। আৰু দোলায়মান এই অৰ্দ্ধ অন্ধকাৰত সমস্ত মূৰ্ত্তি আৰু ধ্বনিয়ে তেওঁক অভিভূত কৰিছে, বাৰে বাৰে তেওঁৰ সন্দেহ হৈছে —ট্ৰেইনখন আগুৱাই গৈছে নে পিচুৱাই গৈছে নে থিয় হৈ আছে? তেওঁৰ ওচৰত এইয়া আন্নুশ্কা নে আন কোনো অপৰিচিতা? হাঁকোটাডালত সেইটো কি, কাৰোবাৰ কোট নে কিবা এটা জন্তু? আৰু ময়ে বা ইয়াত কি কৰিছো? এইটো মই নে আন কোনোবা?" এনে ধৰণৰ বিকাৰগ্ৰস্ত অৱস্থাৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ ভয় হৈছিল আনাৰ। কিন্তু এক প্ৰচণ্ড শক্তিয়ে যেন তেওঁক সেইফালে টানি নিছিল- —অথচ আনাই তাৰ ওচৰত আত্মসমৰ্পণ কৰিবও পাৰে, নাইবা তাক প্ৰতিহতও কৰিব পাৰে। সম্বিৎ ঘূৰাই পাবৰ কাৰণে তেওঁ উঠি থিয় হয়, আঁতৰাই থয় কম্বল আৰু গৰম পোছাকৰ আৱৰণ। মুহূৰ্তৰ কাৰণে সম্বিৎ ঘূৰাই পাই তেওঁ বুজিব পাৰিলে যে বোতামবিহীন দীঘল ওভাৰকোট পিন্ধা ক্ষীণ খেতিয়কজন ভিতৰত সোমাইছিল, আচলতে সেই মানুহজনে ট্ৰেইনৰ চুলাত ইন্ধন যোগায় আৰু এতিয়া তাপমান যন্ত্ৰটো চাবলৈ আহিছে আৰু তেওঁৰ পাচে পাচে দৰজাইদি প্ৰবল বেগে ভিতৰলৈ সোমাই আহিছে বতাহ আৰু তুষাৰ...। কিন্তু তাৰপিচতে পুনৰ সকলোবোৰ অস্পষ্ট হৈ উঠে...। দীৰ্ঘকায় মানুহজনে কিবা যেন কামুৰিবলৈ ধৰিলে। বুঢ়ীয়ে ভৰি দুখন মেলি দিলে কোঠাটো জুৰি। কোঠাটো মেঘে ঢাকি ধৰিলে। তাৰপিচত এটা ভয়ঙ্কৰ চিৎকাৰ আৰু ধুমুৰ্কৈ পৰা শব্দ, যেন কাৰোবাক টুকুৰা টুকুৰকৈ কাটিছে। পিচমুহূৰ্ততে এটা ৰঙা পোহৰে আনাৰ চকুত ছাট মাৰি ধৰে আৰু অৱশেষত এখন দেৱালে সকলোকে ঢাকি ধৰিলে। আনাই অনুভৱ কৰিলে তেওঁ যেন তললৈ পৰি গৈছে, কিন্তু তেওঁৰ কাৰণেই আতঙ্কজনক নহৈ আনন্দদায়কহে হ'ল। বৰফৰ কণিকা পৰা পোছাক পিন্ধা এজন মানুহে যেন তেওঁক চিঞৰি চিঞৰি কাণে কাণে কিবা ক'লে। সম্বিৎ ঘূৰাই পাই আনা থিয় হ'ল। তেওঁ বুজি পায় যে তেওঁলোক কোনো এটা ষ্টেচনত উপস্থিত হৈছে আৰু সেই মানুহজন কনডাক্টৰ। তেওঁ আন্নুশ্কাক টুপীটো আৰু কমাল এখন দিবলৈ ক'লে। পিন্ধি-উৰি তেওঁ দৰজাৰ ফালে গ'ল।

আন্নুশ্কাই সুধিলে,"বাহিৰলৈ যাব নেকি?"

"অঁ, মই অলপ মুকলি বতাহত উশাহ লবলৈ বিচাৰোঁ—ইয়াত বৰ গৰম।" তেওঁ দৰজাখন মেলি বাহিৰলৈ ওলাই গ'ল। বতাহে যেন আনন্দ মনে সুহুৰিয়াই তেওঁৰ

অপেক্ষাত আছিল আৰু তেওঁক উকবাই নিবলৈ চেষ্টা কৰিছিল। কিন্তু তেওঁ দৰজাখনৰ ৰেলিঙত জোৰেৰে ধৰিছিল আৰু গাউনটোত চেপি ধৰি প্লেটফৰ্মত নামিছিল। কোঠাটোৰ চিঁড়িত প্ৰচণ্ড বেগে বতাহ লাগিছিল, কিন্তু ট্ৰেইনৰ আশ্ৰয় লোৱা প্লেটফৰ্মটো শান্ত আছিল।

তুষাৰ আৰু কুঁৱলীৰে ভৰা বতাহত আনন্দমনে উশাহ লৈ ওৱাগনৰ কাষত থিয় হৈ আনাই চাবলৈ ধৰিলে প্লেটফৰ্ম আৰু আলোকিত ষ্টেছনৰ ফালে।

ওৱাগনৰ চকা আৰু ষ্টেছনৰ লেম্পপোষ্টবোৰৰ মাজেদি প্ৰচণ্ড ধুমুহাজাক শনশনাই গৈছিল। ওৱাগন, স্তম্ভ, মানুহ-দুনুহ আৰু অন্যান্য যিহকে দেখা গৈছিল, সকলোৰে এফাল তুষাৰকণাই ঢাকি ধৰিছিল। মাজে মাজে ধুমুহা বৰলৈ এৰিছিল যদিও অলপ পিচতেই পুনৰাই প্ৰচণ্ড বেগে বৰলৈ আৰম্ভ কৰিছিল আৰু তাৰ মুখামুখি হোৱাটো অসম্ভৱ যেন লাগিছিল। অথচ ইয়াৰ মাজেৰে প্লেটফৰ্মত দৌৰাদৌৰি কৰি আৰু স্ফূৰ্তিতে কথা-বতৰা পাতি যাত্ৰীবিলাকে দৰজাবোৰ মেলোতে আৰু বন্ধ কৰোতে ডাঙৰ ডাঙৰকৈ শব্দ কৰিছিল। এজন মানুহৰ আগৰ ফালে হলা ছায়া আনাৰ কাষেদি আগুৱাই গৈছিল আৰু হাতুৰিৰে লো পিটাৰ শব্দ শুনিছিল আনাই। অন্ধকাৰৰ মাজত এজন মানুহে খং কৰি ক'লে,"টেলিগ্ৰামখন মোক দিয়াঁ।"... আৰু বহু মানুহে চিঞৰিলে, "এইফালে আহক। ২৮ নম্বৰ।" চিগাৰেট টানি টানি দুজন ভদ্ৰলোক আনাৰ কাষেদি গুচি গ'ল। নিৰ্মল বায়ু সেৱন কৰিবলৈ আনাই দীঘলকৈ এটা নিশ্বাস টানিলে। তাৰপিচত পোছাকৰ ভিতৰৰ পৰা হাতখন উলিয়াই কোঠাটোৰ ভিতৰলৈ সোমাব খোজোতেই ফৌজী ওভাৰকোট পিন্ধা লোক এজনে টিমিক-ঢামাককৈ থকা পোহৰটোক আঁৰ কৰি ধৰি আনাৰ ওচৰত থিয় হ'ল। আনাই মুখ ঘূৰাই চাই ভ্ৰন্‌স্কিক চিনি পালে। টুপীৰ ওচৰলৈ হাত দাঙি ভ্ৰন্‌স্কিয়ে আনাক অভিবাদন জনালে। ভ্ৰন্‌স্কিয়ে সুধিলে তেওঁৰ কিবা প্ৰয়োজন আছে নেকি, তেওঁক কিবা সহায় কৰিব পাৰে নেকি? কোনো উত্তৰ নিদি আনাই বহু সময় তেওঁৰ ফালে চাই থাকিল আৰু ভ্ৰনস্কিৰ ছায়াত থিয় হৈ থকা সত্ত্বেও আনাই দেখিবলৈ পালে, অথবা দেখিবলৈ পোৱা যেন ভাব হ'ল ভ্ৰনস্কিৰ মুখৰ অভিব্যক্তি। যোৱা ৰাতিৰ দৰে সেই একেই ৰকমৰ শ্ৰদ্ধাভৰা পৰম আনন্দৰ অভিব্যক্তি।... তাত কিছুদিন ধৰি একাধিক বাৰ আৰু এক মুহূৰ্ত আগতেও আনাই এই বুলি নিজকে আশ্বস্ত কৰিছিল যে সদায় তেওঁ শত শত যুৱকক য'তে ত'তে দেখা পায়, ভ্ৰনস্কিও সিহঁতৰ মাজৰে এজন আৰু ভ্ৰনস্কিৰ কথা তেওঁ কেতিয়াও মনত ঠাই নিদিব। কিন্তু এতিয়া ভ্ৰন্‌স্কিক দেখা পোৱা মাত্ৰকে তেওঁ আনন্দ আৰু গৰ্ব অনুভৱ কৰিলে। ভ্ৰনস্কি কিয় ইয়ালৈ আহিছে সেই কথা সোধাৰ তেওঁৰ আৰু প্ৰয়োজন নাছিল। ভ্ৰনস্কিয়ে তেওঁক কৈ দিছে, তেওঁ য'তে আছে ত'তেই থাকিব লাগিব বুলিয়েই তেওঁ ইয়ালৈ আহিছে।

"আপুনিও যে এই ট্ৰেইনত যাব সেই কথা জনা নাছিলো। কি কাৰণে যাবলৈ ওলাইছে?" আনাই সুধিলে।

"কিয় যাবলৈ ওলাইছো?" চিধাচিধি আনাৰ মুখৰ ফালে চাই ভ্ৰনস্কিয়ে প্ৰশ্নটোৰ পুনৰাবৃত্তি কৰিলে। "তুমিতো জানা, তুমি য'তে থাকিবা ত'তে থাকিব লাগিব বুলিয়ে মই আহিছো। ইয়াৰ বাহিৰে মোৰ গত্যন্তৰ নাই।"

সেই মুহূৰ্ততে দুৰ্দান্ত বতাহজাকে যেন সকলো বাধাবিঘিনি অতিক্ৰম কৰি, উৰাই লৈ গ'ল গাড়ীৰ চালত জমা হোৱা বৰফৰ টুকুৰা এটা আৰু ই লোহাৰ পাট এটাত পৰি জন্‌জন্ কৰি উঠিল। অভিযোগ আৰু বিচাৰৰ সুৰত ইঞ্জিনটোৱে কৰ্কশ সুৰত বাঁহী বজাবলৈ আৰম্ভ কৰিলে। কিন্তু ধুমুহাৰ সমস্ত ভয়াবহতা আনাৰ ওচৰত আগতকৈ সুন্দৰ বুলিয়ে বিবেচিত হ'ল। যুক্তিৰ ফালৰ পৰা ভয় লাগিলেও তেওঁ মনে বিচৰা কথাকে ভ্ৰনস্কিয়ে কৈছিল...' আনাই কোনো উত্তৰ নিদিলে, কিন্তু ভ্ৰনস্কিয়ে তেওঁৰ মুখত দেখিবলৈ পালে দ্বন্দ্বৰ ছায়া।

"মোৰ কথাত যদি বেয়া পাইছা, ক্ষমা কৰিবা," ভ্ৰন্‌স্কিযে বিনীতভাৱে ক'লে।

কথাটো তেওঁ ইমান সৌজন্য সহকাৰে আৰু দৃঢ়তাৰে ক'লে যে আনাই বহু সময় ধৰি কোনো উত্তৰ দিব নোৱাৰিলে।

শেষত তেওঁ ক'লে, "তুমি তেনে কথা কোৱা উচিত নহয়। তুমি যদি ভাল মানুহ হোৱা, তেনেহ'লে সেই কথা পাহৰি যোৱা, মই পাহৰি যোৱাৰ দৰে।"

"তোমাৰ কোনো কথা, কোনো ভঙ্গিমাকে মই কাহানিও পাহৰিব নোৱাৰিম।"

"হৈছে, হৈছে! চিঞৰি উঠি আনাই নিজৰ মুখত এটা কঠোৰ ভাব ফুটাই তুলিবলৈ বৃথা চেষ্টা কৰিলে, যাৰ ফালে ভ্ৰনস্কিয়ে সতৃষ্ণ নয়নে চাই আছিল। তাৰপিচত ট্ৰেইনৰ বাৰান্দাত উঠি থিয হয়। যদিও নিজৰ বা ভ্ৰনস্কিৰ কথাবোৰ তেওঁৰ মনত পৰা নাছিল, তথাপি তেওঁ অনুভৱ কৰিলে, এই ক্ষণিকৰ বাগবিনিময়ে ইজনে সিজনক নিজৰ ওচৰলৈ টানি নিছে। ভীত হলেও ইয়াৰ কাৰণে তেওঁ নিবিড় সুখ অনুভৱ কৰিলে। মুহূৰ্তৰ পিচতে তেওঁ নিজৰ আসনত বহিল। যি উত্তেজনাই তেওঁক কিছুদিন ধৰি পীড়া কৰিছিল সেই উত্তেজনা এনে এটা পৰ্যায়ত উপনীত হৈছিল যেন তেওঁৰ অন্তৰখন ভাগি-ছিগি চুৰমাৰ্ হ'ব। তেওঁ গোটেই নিশাটো শুব নোৱাৰিলে। কিন্তু সেই মানসিক চাপ আৰু তেওঁৰ কল্পনা চকুত ভাহি উঠা দৃশ্যাবোৰৰ মাজতো তেওঁ কোনো অপ্ৰীতিকৰ বা বিষাদৰ চিহ্ন দেখা নাপালে, বৰং সেইবোৰক সুখময়, আনন্দময় আৰু উদ্দীপক যেন লাগিল। ৰাতিপুৱাৰ সময়ত আনাই আসনত বহি বহি অলপ টোপনিয়াইছিল আৰু যেতিয়া জাগি উঠিল তেতিয়া ভালদৰে পোহৰ হৈছিল আৰু ট্ৰেইনখন পিটাৰ্ছবুৰ্গ ষ্টেছন পাইছিল। লগে লগে ঘৰ, স্বামী, পুত্ৰ আৰু দৈনন্দিন কামবোৰৰ কথা তেওঁৰ মনত পৰিল।

গাড়ীৰ পৰা নামি প্ৰথমতে আনাই তেওঁৰ স্বামীক দেখ পালে। তেওঁৰ নিৰুত্তাপ আৰু কৰ্তৃত্বব্যঞ্জক মূৰ্ত্তিটো দেখি, বিশেষকৈ তেওঁৰ টুপীটোৱে ভৰ দি থকা তেওঁৰ

কাণ দুখন দেখি আনাই ভাবিলে, "হে ভগৱান! এওঁৰ কাণ দুখন এনেকুৱা হ'ল কেনেকৈ?" আনাক দেখি তেওঁ তেওঁৰ চিৰঅভ্যস্ত উপহাসৰ ভঙ্গিত ডাঙৰ ডাঙৰ ক্লান্ত চকু দুটাৰে আনাৰ ফালে চালে। তেওঁৰ চাৱনি দেখি আনাই বিৰক্তিবোধ কৰিলে। স্বামীক তেওঁ অন্য ৰূপত দেখিবলৈ আশা কৰিছিল। এই অতৃপ্তিকৰ অনুভূতিটোৱে তেওঁৰ মনত গভীৰভাৱে চাপ পেলালে। যদিও স্বামীৰ লগত ভাও জুৰি চলাৰ অনুভূতিটো বহুদিনৰ পৰিচিত, কিন্তু আগতে তেওঁ এই বিষয়ে বিশেষ গুৰুত্ব দিয়া নাছিল, এতিয়া এই বিষয়ে তেওঁ সচেতন হ'ল।

"দেখিছাই নহয়, তোমাৰ মৰমিয়াল স্বামী, বিয়াৰ দ্বিতীয় বছৰৰ দৰে কেনে মৰমিয়াল, তোমাক চাবৰ কাৰণে কিমান অধীৰ হৈ উঠিছিল," তেওঁ ক'লে তেওঁৰ ধীৰ মিহি সুৰত। স্ত্ৰীৰ লগত সদায় তেওঁ এই সুৰতে কথা কৈছিল।

"ছোৱালীজনী ভালে আছে তো?" আনাই সুধিলে।

"এয়ে জানো মোৰ আকুলতাৰ পুৰস্কাৰ?" তেওঁ ক'লে। "অঁ সম্পূৰ্ণ ভালে আছে..."

সেইদিনা ৰাতি ভ্ৰনস্কিয়ে শুবৰ কাৰণে অলপো চেষ্টা কৰা নাছিল। নিজৰ আসনত বহি কেৱল সমুখৰ ফালে চাই আছিল, নাইবা উঠা-নমা কৰা মানুহবিলাকৰ ফালে ভালদৰে নিৰীক্ষণ কৰিছিল। মানুহবিলাকৰ ফালে এনেকৈ চাইছিল যেন সিহঁত বস্তু বিশেষহে আছিল। সমুখৰ ফালে বহি থকা আদালতত কাম কৰা এজন দুৰ্বল প্ৰকৃতিৰ ডেকা কেৰাণীয়ে তেনেকৈ চোৱাৰ কাৰণে তেওঁক অপছন্দ কৰিছিল। তেওঁ ভ্ৰনস্কিৰ ওচৰত জুই বিচাৰিছিল, দুই এটা মন্তব্য প্ৰকাশ কৰিছিল। এনেকি তেওঁৰ গাতো ধৰিছিল যাতে ভ্ৰনস্কিয়ে বুজে যে তেওঁ বস্তু নহয়, এজন মানুহহে। কিন্তু ভ্ৰনস্কিয়ে লেম্পটোৰ ফালে যেনেকৈ চাইছিল, তেওঁৰ ফালেও ঠিক তেনেকৈ চাই আছিল। যুৱকজনে মুখ বিকটাই দিছিল আৰু অনুভৱ কৰিছিল যে মানুহ হিচাপে গণ্য নকৰাৰ কাৰণে তেওঁৰ মানসিক ভাৰসাম্য হেৰুৱাই পেলাইছিল আৰু ভালদৰে শুব পৰা নাছিল।

ভ্ৰনস্কিয়ে আচলতে একোকে দেখা নাছিল, কাকো দেখা নাছিল। তেওঁ নিজকে এজন সম্ৰাট বুলি ভাবিছিল —এই কাৰণে নহয় যে আনাৰ মনত তেওঁ চাপ পেলাব পাৰিছে... সেই কথাটো তেওঁ এতিয়াও বিশ্বাস কৰিব পৰা নাই, কিন্তু আনাই তেওঁৰ মনত যি চাপ পেলাইছিল তাৰ কাৰণে তেওঁ সুখ আৰু গৰ্ববোধ কৰিছে।

এই সকলোবোৰৰ পৰিণতি যে কি হ'ব তাক তেওঁ জনা নাছিল। সেই বিষয়ে তেওঁ ভবাও নাছিল। তেওঁ অনুভৱ কৰিছিল যে এতিয়ালৈ অপচয় হোৱা তেওঁৰ সমস্ত শক্তি এঠাইত কেন্দ্ৰীভূত হৈ এক ভয়াবহ উদ্দীপনা সহকাৰে ধাবিত হৈছে এক পৰম ৰমণীয় পৰিণতিৰ ফালে। আৰু এই কাৰণে তেওঁ সুখী হৈছিল। তেওঁ জানিছিল যে তেওঁ সত্য কথাই কৈছে যে আনা য'লৈকে যাব তেওঁো ত'লৈকে যাব। আনাক দেখা পোৱা আৰু তেওঁৰ কথা শুনাৰ মাজতে তেওঁ বিচাৰি পাইছিল তেওঁৰ সমস্ত জীৱনৰ সুখ । তেওঁৰ জীৱনৰ একমাত্ৰ অৰ্থ এতিয়া আনাক দেখাত

আৰু তেওঁৰ কথা শুনাত নিহিত আছিল। এগিলাচ পানী খাবৰ কাৰণে বোলোগোভাত নমা মাত্ৰকে তেওঁ আনাক দেখিবলৈ পাইছিল। অজ্ঞাতসাৰে তেওঁৰ মুখৰ পৰা ওলাই অহা কথাবাৰিয়ে তেওঁক তেওঁৰ মনৰ কথাটো জনাই দিছিল। ভ্ৰনস্কি এতিয়া সুখী, কাৰণ তেওঁ আনাক কথাটো কৈছে, তেওঁ কথাটো বুজি পাইছে আৰু সেই বিষয়ে চিন্তা কৰিছে। আনাক কোৱা কথাবোৰৰ কথাকে ভাবি আৰু ভৱিষ্যতৰ সম্ভাব্য চিত্ৰবোৰৰ কথা কল্পনা কৰি আবেগত মূৰ্ছাহত হৈ উঠিল তেওঁৰ মন।

ওৰে নিশাটো উজাগৰে কটাইছিল যদিও, পিটাৰ্ছবুৰ্গত গাড়ীৰ পৰা নমাৰ পিচত, ঠাণ্ডা পানীত গা ধুই উঠাৰ দৰে ভ্ৰনস্কিয়ে নিজকে সুস্থ আৰু সতেজ যেন অনুভৱ কৰিলে আৰু নিজৰ কোঠাটোৰ কাষত থিয় হৈ থাকি আনা ওলাই অহালৈকে অপেক্ষা কৰিলে। "তেওঁক খোজ কঢ়া দেখিম, তেওঁৰ মুখখন দেখিম... তেওঁ কিবা ক'ব, মোৰ ফালে ঘূৰি চাব, হয়তোবা অলপ হাঁহিবও।" কিন্তু তেওঁক দেখা পোৱাৰ আগতেই তেওঁৰ স্বামীক দেখিবলৈ পালে ভ্ৰন্‌স্কিয়ে। ষ্টেচন মাষ্টৰে তেওঁক সসম্মানে ভিৰৰ মাজেদি বাট দেখুৱাই লৈ আহিছিল। "হয়, সেইজনেই স্বামী।" এতিয়াহে ভ্ৰন্‌স্কিয়ে সুস্পষ্টভাৱে বুজিলে যে তেওঁৰ এজন স্বামী আছে, যি তেওঁৰ লগত জড়িত। পিয়াহত কাতৰ হোৱা কোনো এজন মানুহে যদি নিজৰা এটাৰ ওচৰলৈ গৈ দেখে যে এটা কুকুৰ, এটা ভেড়া অথবা এটা গাহৰিয়ে খাই খাই নিজৰাটোৰ পানী ঘোলা কৰি পেলাইছে, তেনেহ'লে তাৰ যেনেকুৱা বিৰক্তিকৰ মানসিক অৱস্থা হয়, কাৰেনিনৰ তাজা পিটাৰ্ছবুৰ্গীয় মুখ, দৃঢ় আত্মপ্ৰত্যয়ী শৰীৰ, গোলাকাৰ টুপী আৰু সামান্য কুঁজা পিঠিখন দেখা পাই ভ্ৰন্‌স্কিৰ অনুভূতিও ঠিক তেনেকুৱা হ'ল। বিশেষকৈ কাৰেনিনৰ ভৰিপতাৰ বিশালতা আৰু তপিনাৰ নাচন দেখি আনাক ভালপোৱাৰ সন্দেহাতীত অধিকাৰ একমাত্ৰ তেওঁৰেই আছে বুলি ভ্ৰনস্কিৰ ধাৰণা হৈছিল। কিন্তু আনা তেতিয়াও একে ৰকমেই আছিল। আনাক দেখি তেওঁ গাত বল আৰু মনত আনন্দ পাইছিল। প্ৰেমিকৰ অন্তৰ্দৃষ্টিৰে স্বামীৰ লগত আনাৰ কথোপকথনত সামান্য সংকোচৰ ভাব দেখি ভ্ৰন্‌স্কিয়ে স্থিৰ কৰিলে যে আনাই তেওঁক ভাল নাপায়, ভাল পাব নোৱাৰে।

ভ্ৰন্‌স্কি পাচে পাচে অহাৰ কথা আনাই গম পোৱাৰ কাৰণে ভ্ৰন্‌স্কি আনন্দিত হৈছিল।

"ৰাতিটো ভালে ভালে কটাইছেতো?" স্বামী-স্ত্ৰী উভয়কে মূৰ দোঁৱাই অভিবাদন জনালে ভ্ৰন্‌স্কিয়ে।

"হয়, ভালে ভালে কটাইছো। ধন্যবাদ," আনাই ক'লে।

আনাৰ মুখখন ক্লান্ত, মুখৰ হাঁহিত আৰু চকুৰ চাঁৱনিত প্ৰাণোচ্ছ্বাসৰ খেলা নাই। কিন্তু নিমিষৰ কাৰণে এবাৰ ভ্ৰনস্কিৰ ফালে চোৱা মাত্ৰকে তেওঁৰ চকু দুটা আলোকিত হৈ উঠিল; আৰু লগে লগে সেই আলোক নুমাই গ'ল। ভ্ৰন্‌স্কিক চিনে নে নিচিনে সেই কথা জানিবৰ কাৰণে তেওঁ তেওঁৰ স্বামীৰ ফালে ঘূৰি চালে। অসন্তুষ্ট চকুৰে ভ্ৰনস্কিৰ ফালে চালে কাৰেনিনে—অস্পষ্টভাৱে মনত পেলাবলৈ চেষ্টা কৰিলে ভ্ৰনস্কিৰ

কথা,"বোধহয় মোৰ পৰিচিত।" হাতখন আগবঢ়াই দি উদাসীনভাৱে ক'লে এলেক্সি আলেক্জান্দ্ৰোভিচে, "আপুনি বোধহয় ছুটীত?" কিন্তু উত্তৰ অপেক্ষা নকৰি তেওঁ ৰহস্যময় সুৰত স্ত্ৰীৰ ফালে চাই ক'লে, "তেনেহ'লে মস্কো এৰাৰ সময়ত তোমাৰ বহু অশ্ৰুপাত হৈছিল।"

স্ত্ৰীৰ লগত এনেকৈ কথা কৈ কাৰেনিনে ভ্ৰনস্কিক বুজাই দিলে যে দুয়ো এতিয়া অকলে থাকিবলৈ বিচাৰে আৰু ভ্ৰনস্কিৰ ফালে ঘূৰি চাই নিজৰ টুপীৰ কাণটো স্পৰ্শ কৰিলে তেওঁ, কিন্তু ভ্ৰনস্কিয়ে আনাৰ ফালে চাই ক'লে,"আশা কৰো মই আপোনালোকৰ তাঁলৈ যোৱাৰ সম্মানকণ পাব পাৰো?"

ক্লান্ত চকুৰে কাৰেনিনে ভ্ৰনস্কিৰ ফালে চাই ক'লে,"বৰ আনন্দ পাম। সোমবাৰে আমি ঘৰতে থাকো।" তাৰপিচত তেওঁক উপেক্ষা কৰি ক'লে,"তোমাক নিবলৈ আহি ভালেই কৰিলো। তোমাৰ প্ৰতি মোৰ অনুৰাগ দেখুৱাবৰ কাৰণে আধাঘন্টা সময় পালো।" কৈ গ'ল সেই একেই ৰহস্যৰ সুৰত।

"তোমাৰ অনুৰাগৰ মূল্য বঢ়াবৰ কাৰণে তুমি এইবোৰৰ ওপৰত বেছি জোৰ দিছা," অনিচ্ছা সত্ত্বেও পাচত ভ্ৰনস্কিৰ ভৰিৰ শব্দ শুনি শুনি কাৰেনিনৰ দৰে একে ধৰণৰ কৃত্ৰিম সুৰত ক'লে আনাই। "কিন্তু ইয়াৰ লগত মোৰ কি সম্বন্ধ আছে?" আনাই মনতে ভাবিলে আৰু তেওঁৰ অনুপস্থিতিত ছেৰিওজা কেনে আছিল সেই সম্পৰ্কে তেওঁ প্ৰশ্ন কৰিবলৈ ধৰিলে।

"ভালে আছিল। তোমাক অলপ নিৰাশ কৰাৰ কাৰণে দুঃখিত...কিন্তু তোমাৰ স্বামীয়ে তোমাৰ কাৰণে অভাৱ যিমান অনুভৱ কৰিছিল, সি তেনে কৰা নাছিল।... কিন্তু তোমাক পাই আমাৰ 'কেটলি' আনন্দত উজ্জ্বল হৈ উঠিব! (সকলো বিষয়তে সদায় উদ্বিগ্ন আৰু উত্তেজিত হোৱাৰ কাৰণে কাউন্টেছ লিদিয়া ইভানোভনাক তেওঁ 'কেটলি' বুলিছিল।) তেওঁ তোমাৰ কথা সুধি থাকে। তুমি আজিয়েই তেওঁৰ ওচৰলৈ যাব পাৰা। অন্যান্য চিন্তা-ভাৱনাৰ উপৰিও এতিয়া তেওঁ অবলনস্কিহঁতৰ পুনৰ্মিলনৰ বিষয়ে চিন্তিত হৈ আছে।

কাউন্টেছ লিদিয়া ইভানোভনা স্বামীৰ এজনী বান্ধৱী আৰু তেওঁ পিটাৰ্ছবুৰ্গীয় সমাজৰ এক বিশেষ গোষ্ঠীৰ মধ্যমণি। স্বামীৰ মাধ্যমত আনাও সিবিলাকৰ লগত গভীৰভাৱে জড়িত।

"কিন্তু মইতো তেওঁলৈ চিঠি লিখিছিলো?"

"তথাপি তেওঁ বিশদভাৱে সকলো কথা জানিবলৈ বিচাৰে। তুমি যদি বেছি ক্লান্ত হোৱা নাই, তেনেহ'লে তেওঁক এবাৰ দেখা কৰি আহিবা।...ভাল কথা, কন্দ্ৰাতিয়ে তোমাৰ কাৰণে গাড়ী লৈ আহিছে মই আকৌ সমিতিলৈ যাব লাগিব। অৱশ্যে মই আৰু ৰাতিৰ সাজ অকলে অকলে খাব নালাগিব।" এলেক্সি আলেক্জান্দ্ৰোভিচৰ কণ্ঠস্বৰত এতিয়া আৰু বিদ্ৰূপৰ সুৰ নাছিল, "তুমি কল্পনাও কৰিব নোৱাৰিবা কেনেকৈ মই...।" আনাৰ হাতত এটা দীঘলীয়া চাপ দিলে আৰু এটা অৰ্থপূৰ্ণ হাঁহি মাৰিলে।

ঘৰত সোমাই আনাই প্ৰথমতে তেওঁৰ লৰাটোক দেখা পালে। খট্‌খটীৰে একেকোবে নামি আহি ছেৰিওজ্বাই মাকৰ ডিঙিত সাবটি ধৰিলে। কিন্তু স্বামীৰ দৰে ল'ৰাটোক দেখিও মনত মোহভঙ্গৰ অনুভূতি হ'ল। ছেৰিওজা বাস্তৱত যিমান সুন্দৰ আছিল তাতকৈ বেছি সুন্দৰ বুলি আনাই কল্পনা কৰিছিল। গতিকে আচলতে সি যেনেকুৱা, তাতে সন্তুষ্ট থকাৰ কাৰণে তেওঁ বাস্তৱতালৈ নামি আহিব লগা হ'ল। তাৰপিচত ডলিৰ ল'ৰা-ছোৱালীবিলাকে দিয়া উপহাৰবোৰ উলিয়াই তেওঁ ক'লে—"মস্কোত তানিয়া নামে এজনী বৰ ধুনীয়া ছোৱালী আছে। তেওঁ পঢ়িব পাৰে, আনকি আন আন ল'ৰা-ছোৱালীইতকো পঢ়ুৱাব পাৰে।"

"মই জানো তেওঁৰ দৰে ভাল নহয়, মা?" প্ৰশ্ন কৰিলে ছেৰিওজাই। "মোৰ ওচৰত তুমি পৃথিৱীৰ আন সকলো ল'ৰা-ছোৱালীতকৈ বেছি ভাল।"

"মই সেই কথা জানো।" ছেৰিওজাই হাঁহি ক'লে।

আনাই কফি খাই নৌউঠোতেই কাউন্টেছ লিদিয়া ইভানোভিচৰ আগমনৰ কথা ঘোষিত কৰা হ'ল। কাউন্টেছ আছিল ওখ-পাখ, শকত-আৱত আৰু তেওঁৰ চকু দুটা আছিল কৃষ্ণবৰ্ণ। আনাই তেওঁক ভাল পাইছিল, কিন্তু আজি প্ৰথমবাৰৰ কাৰণে তেওঁ যেন কাউন্টেছৰ দোষবোৰহে দেখিবলৈ পালে।

"তেনেহ'লে তুমি অলিভৰ ডাল লৈ গৈছিলা?" ঘৰৰ ভিতৰত সোমাই প্ৰশ্ন কৰিলে কাউন্টেছ লিদিয়াই।

"এৰা সকলো মিটমাট হৈছে। আমি যিমান ভাবিছিলো কথাটো সিমান সাংঘাতিক একো নাছিল," আনাই উত্তৰ দিলে।

ইয়াৰ পিচত আৰু দুই-এটা কথা কৈ কাউন্টেছে বিদায় ললে। কিন্তু ইয়াৰ পিচতেই আন এজনী বান্ধৱী—মুখ্য সচিবৰ স্ত্ৰী আহি আনাক সকলো খবৰ-খাতি জনালে। ডিনাৰলৈ আহিব বুলি কথা দিলে। তিনি বজাত তেওঁ বিদায় ললে। কাৰেনিন তেতিয়াও মন্ত্ৰালয়ত আছিল। গতিকে ডিনাৰৰ আগৰ সময়খিনি ল'ৰাৰ খোৱা-বোৱা, জিনিস-পত্ৰ যথাস্থানত ৰখা আৰু টেবুলত জমা হৈ থকা চিঠি-পত্ৰ পঢ়া আৰু উত্তৰ দিয়া আদি কামত আনা ব্যস্ত থাকিল।...ট্ৰেইনত অহাৰ সময়ত পোৱা লজ্জাজনক অনুভূতি আৰু উত্তেজনা মনৰ পৰা একেবাৰে আঁতৰাই দিলে আৰু জীৱনৰ অভ্যস্ত পৰিস্থিতিত পুনৰ নিজকে সুদৃঢ় আৰু ভৰ্ৎসনাতীত বুলি ভাবিলে।

আগদিনাৰ ঘটনাবোৰৰ কথা মনত পৰি অবাক হ'ল আনা। "কি হৈছিল? একো হোৱা নাই। ভ্ৰন্স্কিয়ে বুৰ্বকৰ দৰে দুই-এটা কথা কৈছিল, যাৰ কোনো গুৰুত্ব নাই। আৰু মই যেনেকুৱা জবাব দিয়া উচিত আছিল, ঠিক তেনেকুৱা জবাবকে দিছো। স্বামীক মই সেই বিষয়ে একো নকওঁ আৰু ক'বৰ কোনো প্ৰয়োজনো নাই। সেই সম্পৰ্কে কথা কোৱাৰ অৰ্থ হ'ব, ঘটনাটোক প্ৰাধান্য দিয়া, যি সম্পূৰ্ণ অহেতুক।" আনাৰ মনত পৰিল, এবাৰ পিটাৰ্চবুৰ্গত তেওঁ স্বামীক তেওঁৰে এজন তলতীয়া যুৱক

কৰ্মচাৰীৰ কথা কৈছিল, যি তেওঁৰ ওচৰত এক প্ৰকাৰ প্ৰেম নিবেদন কৰাৰ দৰেই কৰিছিল। কাৰেনিনে এই ক্ষেত্ৰত কৈছিল, উচ্চ সমাজৰ মহিলা সকলৰ ক্ষেত্ৰত এনে ঘটনা সহজে হ'ব পাৰে। কিন্তু আনাৰ মাত্ৰাবোধৰ ওপৰত তেওঁৰ সম্পূৰ্ণ বিশ্বাস আছে। ঈৰ্ষান্বিত হৈ আনাক আৰু নিজকে তেওঁ হীন হ'বলৈ দিব নোৱাৰে। "তেনেহ'লে এই বিষয়ে তেওঁক আৰু একোকে কোৱাৰ প্ৰয়োজন নাই," মনে মনে ভাবিলে আনাই।

চাৰি বজাত মন্ত্ৰালয়ৰ পৰা উভতি আহিল কাৰেনিন, কিন্তু সচৰাচৰ ঘটাৰ দৰে, আনাৰ ওচৰলৈ যোৱাৰ অৱকাশ নাপালে। ব্যক্তিগত সচিবে লৈ অহা কিছুমান কাগজ-পত্ৰত চহী কৰিবলৈ আৰু দৰ্খাস্ত হাতত লৈ তেওঁৰ কাৰণে অপেক্ষাৰত বিভিন্ন ধৰণৰ লোকৰ লগত কথা পাতিবলৈ কাৰেনিন কেবিনেটত সোমাল। কাৰেনিনহঁতৰ লগত প্ৰতিদিনে তিনি-চাৰিজন ব্যক্তি নৈশ ভোজত যোগদান কৰে। আনাই তেওঁবিলাকক অভ্যৰ্থনা কৰাৰ কাৰণে ড্ৰইং ৰুমত উপস্থিত হ'ল। ঠিক পাঁচ বজাত দেৱাল ঘড়ীত প্ৰথম ঘন্টা বজা মাত্ৰকে কাৰেনিন আহি তেওঁলোকৰ লগত যোগ দিলে। ডিনাৰৰ পিচতে ফুৰিবলৈ ওলাই যাব বুলিয়েই তেওঁ সম্পূৰ্ণ সান্ধ্য পোছাক পিন্ধিছিল। ডিঙিত বগা টাই, কোটত পদমৰ্যাদাসূচক দুডাল ফিতা। এলেক্সি আলেক্‌জান্দ্ৰোভিচে জীৱনৰ প্ৰতিটো মুহূৰ্ত কৰ্মব্যস্ততাৰ মাজত কটাইছিল। সকলো কামতে তেওঁ নিয়মানুবৰ্তিতা মানি চলিছিল। তেওঁৰ মূলমন্ত্ৰ আছিল—"হুৰ-মূৰো নকৰিবা, বিশ্ৰামো নলবা।"—এয়ে হৈছে তেওঁৰ নীতিবাক্য।

ঘৰৰ ভিতৰত সোমাই কাৰেনিনে সকলোকে শুভেচ্ছা জনালে আৰু চকীত বহি আনাৰ ফালে চাই মিচিকিয়াই ক'লে,"মোৰ নিঃসঙ্গতা এতিয়াহে শেষ হৈছে। তুমি বিশ্বাস নকৰিবা, অকলে অকলে ডিনাৰ কৰাটো যে কি অস্বস্তিকৰ কথা।

খোৱাৰ সময়ত তেওঁ মস্কোৰ বিষয়ে দুই-এটা কথা পাতিলে। শ্লেষাত্মক হাঁহিৰ লগত অবলনস্কি সম্পৰ্কেও কথা-বতৰা পাতিলে। তাৰপিচত অতিথি সকলৰ লগত আধাঘন্টা সময় কটালে, আনাক এটা মৃদু হাঁহি উপহাৰ দিলে আৰু হাতত এটা টিপা মাৰি গাড়ীত উঠি কাউন্সিললৈ ৰাওনা হ'ল।

আনা উভতি অহাৰ খবৰ পাই প্ৰিন্সেছ বেৎসি তিভাৰস্কিয়ে তেওঁক আমন্ত্ৰণ কৰিছিল। কিন্তু আনাই তেওঁক দেখা কৰিবলৈ নগ'ল, নাইবা থিয়েটাৰ চাবলৈও নগ'ল। নোযোৱাৰ ঘাই কাৰণ হ'ল, যিটো গাউনৰ কাৰণে তেওঁ অপেক্ষা কৰিছিল সেই গাউনটো দৰ্জিয়ে তৈয়াৰ কৰি দিব পৰা নাছিল। মনটো ভাল লগাবৰ কাৰণে সন্ধ্যাৰ সময়খিনি তেওঁ ল'ৰাটোৰ লগত ব্যস্ত আছিল। ঠাণ্ডা মগজুৰে চিন্তা কৰি তেওঁ দেখিলে যে ট্ৰেইনত যিবোৰ ঘটনা ঘটিছিল সেইবোৰ নিতান্ত তুচ্ছ ঘটনা।

ঠিক চাৰে ন বজাত সদৰ দৰজাত ঘন্টা বজাৰ শব্দ শুনা গ'ল আৰু কাৰেনিন আহি ঘৰ সোমাল।

"অৱশেষত তেন্তে তুমি আহি পালা!" বুলি কৈ আনাই কাৰেনিনৰ কাৰণে নিজৰ হাতখন আগবঢ়াই দিলে।

আনাৰ হাতত চুমা দি কাৰেনিন তেওঁৰ ওচৰত বহিল।

"তেনেহ'লে সকলো দিশৰ পৰাই তোমাৰ মস্কো যাত্ৰা সফল হৈছে।"

"হয়, নিশ্চয়," প্ৰথমৰে পৰা তেওঁ ঘটনাটোৰ বিষয়ে স্বামীক ক'বলৈ ধৰিলে।

"তেওঁ তোমাৰ সোদৰ হব পাৰে, কিন্তু এনে ধৰণৰ এজন লোক যে কেনেকৈ সমস্ত অভিযোগৰ পৰা মুক্ত হ'ব পাৰে— সেই কথা মই বুজি নাপাওঁ," কাৰেনিনে কঠোৰ ভাষাত ক'লে।

আনাই ঈষৎ হাঁহিলে। তেওঁ জানিছিল যে এলেক্সি আলেক্জান্দ্ৰোভিচে আত্মীয়তাৰ কথা ভাবি নিজৰ অকপট অভিমত দিয়াৰ পৰা বিৰত থাকিব নোৱাৰে। স্বামীৰ চৰিত্ৰৰ এই বৈশিষ্ট্যটোৰ কথা আনাই জানিছিল আৰু তাৰ কাৰণে তেওঁৰ ভালো লাগিছিল।

"সি যি নহওক, শেষত গৈ কথাটোৰ এটা নিষ্পত্তি হ'ল আৰু তুমিও আহি পালা— মই সুখ পাইছো।" কাৰেনিনে ক'লে।

দ্বিতীয় কাপ চাহ খাই তেওঁ ক'লে, "কিন্তু তুমি ক'লৈকো নগ'লা যে? — -নিশ্চয় তোমাৰ একেঘেঁয়া লাগিছে।"

"নাই, নাই," উঠি থিয় হৈ কেবিনেটৰ ওচৰলৈ তেওঁক আগবঢ়াই থৈ আনাই সুধিলে, "তুমি এতিয়া কি পঢ়িছা?"

এতিয়া পঢ়িছো Duc de Little, 'Poesie des enfers'—সুন্দৰ গ্ৰন্থ।

প্ৰিয়জনৰ দুৰ্বলতাত হঁহাৰ দৰে হাঁহি আনাই তেওঁক আগবঢ়াই দিলে কেবিনেটৰ দৰজা পৰ্যন্ত। আনাই জানিছিল সন্ধ্যা পঢ়াটো তেওঁৰ অভ্যাস। অফিচৰ কামে তেওঁৰ প্ৰায় সমস্ত সময় গ্ৰাস কৰিলেও, বুদ্ধিজীৱী মহলত যিবোৰ কথা আলোচনা হয়, সেইবোৰৰ বিষয়ে খা-খবৰ ৰখাটো তেওঁৰ কৰ্তব্য বুলি তেওঁ ভাবে। আনাই এই কথাও জানে যে ৰাজনীতি, দৰ্শন আৰু ঈশ্বৰতত্ত্ব বিষয়ক গ্ৰন্থৰ প্ৰতি তেওঁ বিশেষভাৱে আকৃষ্ট, কিন্তু শিল্পকলা তেওঁৰ প্ৰকৃতিৰ বিৰুদ্ধ, তথাপি তেওঁ সেইবোৰ এৰাই নচলে। ৰাজনীতি, দৰ্শন আৰু ঈশ্বৰতত্ত্বৰ বিষয়ে তেওঁৰ সন্দেহ নোহোৱা নহয়। কিন্তু শিল্প, কবিতা আৰু বিশেষকৈ সঙ্গীতৰ ক্ষেত্ৰত, যাক হৃদয়ঙ্গম কৰিবলৈ তেওঁ সম্পূৰ্ণ অপাৰগ- তেওঁ একেবাৰে স্থিৰ আৰু অনমনীয় অভিমত পোষণ কৰে। কাৰেনিনে শেক্সপিয়েৰ, ব্যাফালোৰ আৰু বিথোফেনৰ বিষয়ে আলোচনা কৰাটো পছন্দ কৰে। ভাল পায় কবিতা আৰু সঙ্গীতৰ নতুন ধাৰাৰ গুৰুত্ব লৈ আলোচনা কৰিবলৈ।

দৰজাৰ কাষত থিয় হৈ আনাই ক'লে,"তেনেহ'লে যোৱা, পঢ়াগৈ। মই এতিয়া চিঠি লিখিব লাগিব মস্কোলৈ।"

তেওঁ আনাৰ হাতত টিপা মাৰি পুনৰ চুমা খালে।

"হাজাৰ হওক তেওঁ ভাল মানুহ—সহজ, সৰল, সহৃদয়, সত্যনিষ্ঠ, ব্যক্তিত্বসম্পন্ন।" নিজৰ ঘৰলৈ উভতি আহি স্বামীৰ সম্পৰ্কে নিজকেই কৈছিল আনাই। "মানুহজনক

কোনেও ভাল নাপায়," যেন এই আক্রমণৰ বিৰুদ্ধে কাৰেনিনক প্ৰতিবোধ কৰিছিল তেওঁ। "কিন্তু — তেওঁৰ কাণ দুখন ইমান বাহিৰ ওলাই থাকে কিয়? নহলে তেওঁ চুলিবোৰ বৰ বেছি চুটিকৈ ছাঁটিছে নেকি?"

বাৰ বজাত আনাই ডলিলৈ লিখা চিঠিখন শেষ কৰিলে। এনেতে হাত-মুখ ধুই, চুলি আঁচুৰি, কাবলতিত এখন কিতাপ লৈ কাৰেনিন আহি তেওঁৰ ওচৰত থিয় হৈ ক'লে,"শেষ কৰাহে, ৰাতি ভালেমান হ'ল" —বিশেষ ধৰণৰ হাঁহি এটা মাৰি এই কথা কৈ তেওঁ শোৱনি ঘৰলৈ গ'ল।

"কিন্তু তেওঁৰ ফালে এনেকৈ চোৱাৰ কি অধিকাৰ আছে তেওঁৰ?' এলেক্সি আলেকজান্দ্ৰোভিচৰ ফালে ভ্ৰনস্কিৰ চাৱনিটোৰ কথা মনত পৰি আনাই ভাবিলে।

পোছাক সলাই আনা শুবলৈ গ'ল, কিন্তু মস্কোত থকাৰ সময়ত যি সজীৱতা তেওঁৰ চকুত আৰু হাঁহিত পৰিস্ফুট হৈ উঠিছিল, সি আৰু নাছিল। কেৱল সেয়ে নহয়, বৰং তেওঁৰ মনত ভাব হৈছিল— তেওঁৰ অন্তৰৰ অগ্নি নুমাই গৈছে অথবা বহু দূৰলৈ গৈ কৰবাত লুকাই আছে। ❑

# দ্বিতীয় খণ্ড

পিটাৰ্ছবুৰ্গৰ উচ্চ সমাজখন তিনিটা গোষ্ঠীত বিভক্ত হ'লেও, আচলতে ই এখন সমাজেই ঃ ইয়াত প্ৰত্যেকেই প্ৰত্যেকক চিনে আৰু ইজনে সিজনৰ ঘৰলৈ গৈ দেখা-সাক্ষাৎ কৰে। এই তিনিওটা গোষ্ঠীৰ মাজত আনা আৰ্কাদিয়েভনা কাৰেনিনৰ বন্ধু-বান্ধৱ আৰু ঘনিষ্ঠ অন্তৰংগ লোক আছিল। এওঁলোকৰ ভিতৰত এটা গোষ্ঠীত আছিল আনাৰ স্বামী এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ চৰকাৰী অফিচৰ লোক সকল যাৰ মাজত আছিল তেওঁৰ সহকৰ্মী আৰু অধীনস্থ কৰ্মচাৰীবৃন্দ—বিভিন্ন সামাজিক স্তৰৰ লোক হলেও যি সকল লোক বিভিন্ন আৰু বিচিত্ৰ কাৰণত একত্ৰিত হৈছিল। প্ৰথম পৰিচয়ৰ সময়ত এই মানুহবিলাকৰ প্ৰতি তেওঁ আতঙ্কপূৰ্ণ শ্ৰদ্ধা অনুভৱ কৰিছিল, কিন্তু এতিয়া সেই কথা মনত পেলাবলৈও তেওঁ টান পায়। এখন গাঁৱৰ মানুহবিলাকে ইজনে সিজনক চিনাৰ দৰে আনায়ো এই মানুহবিলাকক চিনিছিল আৰু সিহঁতৰ মাজত কাৰ কি দুৰ্বলতা আছে সেই সকলো কথা জানিছিল। কাউন্টেছ লিদিয়া ইভানোভনাই এই আমোলাতান্ত্ৰিক বৃত্তটোৰ বিষয়ে যিমানেই প্ৰশংসা নকৰক কিয়, আনা কাৰেনিনাই কিন্তু এই গোষ্ঠীটোক এৰাই চলিছিল।

দ্বিতীয় যি গোষ্ঠীটোৰ লগত আনা ঘনিষ্ঠভাৱে জড়িত আছিল তাৰ মাধ্যমেদিয়ে কাৰেনিনে নিজৰ জীৱনটো গঢ়ি তুলিছিল। কাউন্টেছ লিদিয়া ইভানোভনা আছিল এই বৃত্তটোৰ কেন্দ্ৰবিন্দু। এই গোষ্ঠীটোত আছিল বয়স্ক, চাধাচিধা, সদাশয়, ধৰ্মপ্ৰাণ মহিলা আৰু কুশলী, শিক্ষিত আৰু উচ্চাকাঙ্ক্ষী পুৰুষ সকল। তেওঁবিলাকৰ ভিতৰৰে এজন চতুৰ লোকে এই গোষ্ঠীটোৰ নাম দিছিল 'পিটাৰ্ছবুৰ্গীয় সমাজৰ বিবেক।' এই গোষ্ঠীটোৰ প্ৰতি কাৰেনিনৰ গভীৰ শ্ৰদ্ধা আছিল আৰু আনায়ো পিটাৰ্ছবুৰ্গলৈ আহি প্ৰথমতে এই গোষ্ঠীটোৰ মাজতে বন্ধু-বান্ধৱ গঢ়ি তুলিছিল। কিন্তু এতিয়া মস্কোৰ পৰা উভতি অহাৰ পিচত এই গোষ্ঠীটোৰ প্ৰতি তেওঁৰ ধাৰণা বদলি গৈছিল। তেওঁৰ মনত খেলাইছিল তেওঁ নিজে আৰু আন সকলোবোৰ আন্তৰিকতাশূন্য, কপট আৰু তেওঁলোকৰ বিষয়ে ইমান অস্বস্তি আৰু ক্লান্তি অনুভৱ কৰিছিল যে এতিয়া তেওঁ কাউন্টেছ লিদিয়া ইভানোভনাৰ লগতো যথাসম্ভৱ কম দেখা কৰিছিল।

তৃতীয়তে যিটো গোষ্ঠীৰ লগত আনাৰ যোগাযোগ আছিল সেইটোৱেই আছিল আচল সমাজ—বলনাচ, ভোজসভা, জাকজমকতাৰে ভৰা পোছাক পৰিচ্ছদৰ সমাজ। আনাৰ লগত এই গোষ্ঠীটোৰ যোগাযোগ হৈছিল তেওঁৰ এজন সম্বন্ধীয় ভায়েকৰ স্ত্ৰী—প্ৰিন্সেছ বেৎসি তিভাৰস্কিৰ মাধ্যমত, যাৰ আয় আছিল একলাখ কুৰিহাজাৰ ৰুবল। কাউন্টেছ লিদিয়া ইভানোভনাৰ গোষ্ঠীটোক লৈ বেৎসিয়ে ব্যঙ্গ বিদ্ৰূপ কৰিছিল আৰু কৈছিল,

"মই বুঢ়ী আৰু কুৎসিত হ'লে তেওঁলোকৰ দৰে হ'ম। কিন্তু তোমাৰ দৰে এজনী সুন্দৰী যুৱতী নাৰীৰ পক্ষে সেই দাতব্যালয়লৈ যোৱাৰ এতিয়া সময় হোৱা নাই।"

প্ৰথমতে আনাই প্ৰিন্সেছ ভিভাৰস্কিৰ গোষ্ঠীটোক যথাসম্ভৱ এৰাই চলিছিল। কাৰণ সেই সমাজৰ লগত তাল মিলাই চলাৰ কাৰণে যথেষ্ট টকা-পইচা খৰচ কৰাৰ প্ৰয়োজন, যি তেওঁৰ ক্ষমতাৰ বাহিৰত আছিল। তাৰোপৰি মনে মনে তেওঁ অন্য গোষ্ঠীটোকে পছন্দ কৰিছিল। কিন্তু মস্কোৰ পৰা উভতি অহাৰ পিচত গহীন প্ৰকৃতিৰ বন্ধু-বান্ধৱ সকলৰ সংস্পৰ্শ ত্যাগ কৰি তেওঁ উচ্চ সমাজত যাতায়াত কৰিবলৈ ধৰিলে। তাতে তেওঁৰ ভ্ৰন্স্কিৰ লগত দেখা হয় আৰু যিমানবাৰে দেখা হয় প্ৰতিবাৰতে এক ৰোমাঞ্চকৰ আনন্দত তেওঁৰ সমস্ত সত্তা ভৰি উঠে। প্ৰায়ে বেৎসিৰ ঘৰতে ভ্ৰন্স্কিৰ লগত দেখা হয় আনাৰ। জন্মসূত্ৰে বেৎসি নিজেও এগৰাকী ভ্ৰন্স্কি, সম্পৰ্কত কাউন্ট ভ্ৰন্স্কিৰ ভনীয়েক। য'তেই আনাৰ লগত দেখা হোৱাৰ সুযোগ পোৱা যায়, তেওঁক নিজৰ প্ৰেমৰ কথা ক'ব পৰা যায়— তাতেই ভ্ৰন্স্কি গৈ উপস্থিত হয়। আনাই তেওঁক কোনো উৎসাহ নিদিয়ে...কিন্তু যেতিয়াই দেখা হয়, তেতিয়াই সেই প্ৰথমবাৰ ট্ৰেইনত দেখা হোৱাৰ সময়টোৰ দৰে এক নিবিড় উচ্ছাসৰ অনুভূতিত আনাৰ হৃৎস্পন্দন দ্ৰুততৰ হৈ উঠে। তেওঁ জানে, ভ্ৰন্স্কিক দেখিলেই তেওঁৰ চকু দুটাত আনন্দৰ লহৰ উঠে আৰু ওঁঠ দুটা কুঞ্চিত হৈ উঠে মৃদু হাঁহিত। কিন্তু কোনোপধ্যে তেওঁ সেই আনন্দৰ অভিব্যক্তি লুকাই ৰাখিব নোৱাৰে।

প্ৰথমতে আনাই বিশ্বাস কৰিছিল যে ভ্ৰন্স্কিয়ে তেওঁৰ পাচ লোৱাৰ কাৰণে সঁচাকৈয়ে তেওঁ তেওঁৰ ওপৰত অসন্তুষ্ট। কিন্তু মস্কোৰ পৰা উভতি অহাৰ কিছুদিন পিচতেই ভ্ৰন্স্কিক দেখা পোৱাৰ আশাত তেওঁ এটা পাৰ্টিলৈ গৈছিল। কিন্তু তাত ভ্ৰনস্কিক দেখা নাপাই তেওঁৰ মনটো গভীৰ হতাশাচ্ছন্ন হৈ উঠিছিল। আনাই এতিয়া স্পষ্টকৈ বুজি পাইছিল যে ইমানদিনে তেওঁ নিজকে প্ৰতাৰণা কৰি আহিছে, ভ্ৰন্স্কিৰ প্ৰৰোচনা তেওঁৰ কাৰণে অৰুচিকৰ নহয়, ইয়ে তেওঁৰ জীৱনৰ একমাত্ৰ আকৰ্ষণ।

এগৰাকী প্ৰসিদ্ধা গায়িকাৰ দ্বিতীয় অনুষ্ঠানৰ দিনা নগৰৰ সমস্ত উচ্চ সমাজ থিয়েটাৰ চাবলৈ গৈছিল। প্ৰথম শাৰীৰ আসনৰ পৰা ওচৰতে বহি থকা ভনীয়েকক দেখা পাই, মধ্যৱৰ্তী বিৰামলৈ অপেক্ষা নকৰি ভ্ৰনস্কি তেওঁৰ ওচৰলৈ গ'ল।

"তুমি ডিনাৰলৈ নাহিলা কিয়?" প্ৰিন্সেছ বেৎসিয়ে সুধিলে। পিচত ঈষৎ হাঁহি মাৰি কেৱল ভ্ৰনস্কিয়ে শুনাকৈ ক'লে, "তেৰোঁ তাত নাছিল।... অপেৰাৰ পিচত নহাকৈ নাথাকিবা কিন্তু।"

প্ৰশ্নালু চকুৰে তেওঁৰ ফালে চালে ভ্ৰনস্কিয়ে। প্ৰিন্সেছ বেৎসিয়ে মূৰ দুপিয়ালে। মিচিকি হাঁহি এটাৰে ধন্যবাদ জনাই তেওঁৰ ওচৰলৈ গৈ বহিল ভ্ৰনস্কি।

"আগতে তুমি আনক লৈ কিমান যে হাঁহি-মস্কৰা নকৰিছিলা! আজিকালি সেইবোৰ ক'লৈ গ'ল?" প্ৰিন্সেছ বেৎসিয়ে ক'লে,"আচলতে তুমি এতিয়া ফান্দত পৰিছা।"

"ফান্দত পৰাটোকে মই কামনা কৰোঁ," প্ৰশান্তচিত্তে উত্তৰ দিলে ভ্ৰনস্কিয়ে। "কিন্তু

প্ৰকৃত কথা কব লাগিলে, মই যদি কিবা আপত্তি কৰিবলগীয়া আছে সেইটো হৈছে মই সম্পূৰ্ণৰূপে ফান্দত পৰা নাই। মই এতিয়া নিৰাশ হৈ পৰিছো।

বান্ধৱীৰ কাৰণে দুঃখিত হৈ বেৎসিয়ে ক'লে, "ইয়াতকৈ আৰু বেছি তুমি কি আশা কৰিব পাৰা?"...কিন্তু ভ্ৰন্‌স্কিয়ে নিজৰ অন্তৰত যি আশা পোষণ কৰিছিল, বেৎসিৰ মুখৰ অভিব্যক্তিয়েও সেই কথাকে কৈছিল।

"কোনো আপত্তি নাই," নিটোল দাঁত দুপাৰি দেখুৱাই ভ্ৰনস্কিয়ে ক'লে আৰু বেৎসিৰ হাতৰ পৰা অপেৰা গ্লাচযোৰ তুলি লৈ, তেওঁৰ অবাৰিত কান্ধৰ ওপৰেদি উল্টাফালৰ শাৰীটোৰ ফালে লক্ষ্য কৰিবলৈ ধৰিলে। "মোৰ ভয় হৈছে উপহাসৰ পাত্ৰ হৈ উঠিছো।"

ভ্ৰন্‌স্কিয়ে ভালদৰে জানিছিল যে বেৎসি বা সৰ্বসাধৰণৰ দৃষ্টিত তেওঁ উপহাসৰ পাত্ৰ হৈ উঠাৰ কোনো আশঙ্কা নাই। এই কথাও তেওঁ ভালদৰে জানিছিল যে কোনো কুমাৰী বা বিবাহৰ উপযুক্ত কোনো মহিলাৰ হতাশ প্ৰেমিকৰ ভূমিকা হাস্যকৰ হ'ব পাৰে, কিন্তু যিজন মানুহে এজনী বিবাহিতা নাৰীৰ পাচ লৈছে আৰু যি কোনো প্ৰকাৰে তেওঁক আত্মদান কৰিবলৈ জীৱন পণ কৰিছে, তাৰ ভূমিকাত কিবা এটা সুন্দৰ আৰু অপৰূপ আছে। কেতিয়াও সেইটো হাস্যকৰ হ'ব নোৱাৰে আৰু সেই কাৰণে সগৰ্বে আৰু খুচীমনে গোঁফৰ তলত হাঁহি মাৰি দূৰবীনটো নমাই বেৎসিৰ ফালে চালে।

শেষ দৃশ্যৰ শেষলৈকে অপেক্ষা নকৰি প্ৰিন্সেছ বেৎসি থিয়েটাৰৰ পৰা ঘৰলৈ উভতি আহিল। ড্ৰেছিং ৰূমত সোমাই মুখত পাউদাৰ ঘঁহি চুলিবোৰ পৰিপাটিকৈ লৈ বৈঠকখানাত চাহৰ ফৰমাচ দিবলৈ ধৰোতেই তেওঁবিলাকৰ বলশায়া মস্কায়া পথৰ বিশাল ঘৰটোৰ সমুখলৈ ইখনৰ পাচত সিখনলৈ গাড়ীবোৰ আহিবলৈ ধৰিলে। প্ৰায় একে সময়তে বৈঠকখানাৰ এখন দৰজাইদি গৃহকৰ্ত্ৰী আৰু আনখন দৰজাইদি অতিথি সকল আহি ভিতৰত সোমাল। বৈঠকখানাৰ বেৰবোৰ ক'লা ৰঙৰ, গোটেই মজিয়াখনতে গালিচা পৰা, বগা কাপোৰেৰে ঢকা টেবিলখন মমবাতি, ৰূপৰ কেতলি আৰু চীনামাটিৰ স্বচ্ছ বাচন-বৰ্তনৰ পোহৰত জকমকীয়া।

কেতলিটোৰ কাষত বহি বেৎসিয়ে তেওঁৰ হাতমোজাযোৰ সোলোকাই থলে। চাপ্ৰাচীৰ সহায়ত ঘৰৰ চকী আৰু আৰাম চকীবোৰ ইফালে-সিফালে সজালে। অতিথি সকল দুটা দলত ভাগ হৈ বহিল। এটা দল বহিল গৃহকৰ্ত্ৰীক মাজত লৈ আৰু আনটো দল বহিল অন্য প্ৰান্তত ৰাষ্ট্ৰদূতৰ সুন্দৰী পত্নীক মাজত লৈ।

অতিথি সকলৰ আগমন, সম্ভাষণ আৰু চাহৰ আপ্যায়নৰ কাৰণে কিছুসময় আলোচনাত বাধা জন্মিছিল।

"আপুনি জানো সঁচাই চাহ নাখাব?" সকলোকে একত্ৰিত কৰাৰ উদ্দেশ্যে প্ৰিন্সেছ বেৎসিয়ে ৰাষ্ট্ৰদূতৰ স্ত্ৰীৰ ফালে চাই ক'লে, "আপোনালোক কিন্তু ইয়ালৈ আহি আমাৰ ওচৰত বহা উচিত।"

"নাই, ইয়াতেই আমাৰ ভাল লাগিছে।" মৃদু হাঁহি এটা মাৰি পুনৰ অসমাপ্ত আলোচনাটো আৰম্ভ কৰিলে মহিলাই।

তেওঁলোকৰ আলোচনাৰ বিষয়বস্তু আছিল আমোদজনক। কাৰেনিন দম্পতীক লৈ তেওঁলোকে আলোচনা কৰিছিল।

"মস্কোৰ পৰা ঘূৰি অহাৰ পিচত আনা একেবাৰে বদলি গৈছে," আনাৰ এগৰাকী বান্ধৱীয়ে মন্তব্য কৰিলে।

"আটাইতকৈ বেছি পৰিবৰ্তন হৈছে, —তেওঁ নিজৰ পাচত এলেক্সি ভ্ৰনস্কিৰ ছায়াটো লৈ উভতি আহিছে।"

'তাতে নো কিটো দোষ হ'ল? 'ছায়াহীন মানুহ' নামৰ গ্ৰিমৰ এটা উপকথাত আছে —এজন মানুহে কোনো এটা কাৰণত শাস্তি হিচাপে নিজৰ ছায়াটো হেৰুৱাব লগীয়া হৈছিল। ই যে কেনেকৈ এটা শাস্তি হ'ব পাৰে, তাক মই কোনোমতে বুজি নাপাওঁ। কিন্তু কোনো তিৰোতা মানুহে ছায়াহীন হৈ থাকিবলৈ কেতিয়াও ভাল নাপায়।"

"এৰা, কিন্তু যিসকল মহিলাৰ ছায়া থাকে, সাধাৰণতে তেওঁবিলাকৰ পৰিণতিটো বেয়া হয়," আনাৰ বান্ধৱীয়ে ক'লে।

"সেইবোৰ বাজে কথা নক'বা," হঠাৎ প্ৰিন্সেছ মিয়াকিয়ে ক'লে,"মাদাম কাৰেনিন এগৰাকী চমৎকাৰ মহিলা। তেওঁৰ স্বামীক মই পছন্দ নকৰোঁ, কিন্তু তেওঁক মোৰ বৰ ভাল লাগে।

"তেওঁৰ স্বামীক ভাল নোপোৱাৰ কাৰণ কি? তেওঁ এজন অসাধাৰণ ব্যক্তি" ৰাষ্ট্ৰদূতৰ স্ত্ৰীয়ে ক'লে। "মোৰ স্বামীৰ মতে তেওঁৰ দৰে কূটনীতিজ্ঞ পুৰুষ ইউৰোপত খুব কমেই আছে।"

"মোৰ স্বামীয়েও সেই একেটা কথাকে কয়, কিন্তু মই সেই কথা বিশ্বাস নকৰো," প্ৰিন্সেছ মিয়াকিয়ে ক'লে,"মোৰ মতে, এলেক্সি আলেক্জান্দ্ৰোভিচ এজন নিৰ্বোধৰ বাহিৰে আন একো নহয়।"

"আজি দেখিছো তুমি বৰ ক্ৰুদ্ধ।"

"মুঠেও নহওঁ। আমাৰ দুজনৰ মাজত এজন নিৰ্বোধ হবই লাগিব। কিন্তু তুমি ভালদৰে জানা যে কোনেও নিজকে নিৰ্বোধ বুলি ক'ব নোখোজে।

"নিজৰ ভাগ্যক লৈ কোনো সন্তুষ্ট নহয় কিন্তু নিজৰ বুদ্ধিক লৈ সকলো সন্তুষ্ট হয়।" ৰাষ্ট্ৰদূতৰ স্ত্ৰীয়ে এটা ফৰাচী প্ৰবাদ দোহাৰিলে।

"নিশ্চয়, নিশ্চয়," প্ৰিন্সেছ মিয়াকিয়ে লগে লগে উত্তৰ দিলে। "কিন্তু কথা হৈছে, আনাক মই আপোনালোকৰ কৰুণাৰ ওপৰত এৰি থৈ যাব নোৱাৰো। সকলোৱে যদি তেওঁৰ প্ৰেমত পৰে, তেওঁক ছায়াৰ দৰে অনুসৰণ কৰে, তেনেহ'লে বেচাৰীয়ে কি কৰিব?"

"কিন্তু তেওঁক দোষ দিয়াৰ মোৰ কোনো উদ্দেশ্য নাছিল," আনাৰ বান্ধৱীয়ে আত্মৰক্ষা কৰিবলৈ চেষ্টা কৰে।

আমাক যদি কোনেও ছাঁৰ দৰে অনুসৰণ নকৰে তেন্তে ইয়াৰ দ্বাৰা এইটো প্ৰমাণিত নহয় যে তেওঁক নিন্দা কৰাৰ আমাৰ কিবা অধিকাৰ আছে।"

আনাৰ বান্ধৱীক এৰি প্ৰিন্সেছ মিযাকিযে ৰাষ্ট্ৰদূতৰ পত্নীক লগত লৈ আন দলটোৰ ওচৰলৈ গ'ল। তাত সেই সময়ত প্ৰুছিয়াৰ ৰজাক লৈ আলোচনা চলি আছিল।

"তাত আপোনালোকে কাৰ বিষয়ে ফুচ্‌ফুচাই কুৎসা-ৰটনা কৰি আছিল?" বেৎসিয়ে প্ৰশ্ন কৰিলে।

"কাৰেনিনৰ বিষয়ে," ৰাষ্ট্ৰদূতৰ পত্নীযে ঈষৎ হাঁহি ক'লে।

"প্ৰিন্সেছে আমাক এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ চৰিত্ৰ বিশ্লেষণ কৰি শুনাইছিল।"

"ইস্ কি দুখৰ কথা, আমি শুনিবলৈ নাপালো!" বেৎসিয়ে দৰজাৰ ফালে চাই কৈ উঠিল,"অৱশেষত তুমি আহিলা!" ...ভ্ৰন্‌স্কি আহি তেতিয়া ঘৰৰ ভিতৰত সোমাইছিল।

ঘৰৰ প্ৰতিজন মানুহকে ভ্ৰন্‌স্কিযে চিনে আৰু প্ৰতিদিনে তেওঁলোকৰ লগত দেখা-সাক্ষাৎ হয। গতিকে মানুহৰ ভিৰৰ মাজলৈ তেওঁ ইমান শান্তভাৱে সোমাই আহিল, যেন অলপ আগতেই তেওঁ এওঁলোকৰ ওচৰৰ পৰা উঠি গৈছিল।

"মই ক'ৰ পৰা আহিলো?" ৰাষ্ট্ৰদূতৰ স্ত্ৰীৰ প্ৰশ্নৰ উত্তৰত ভ্ৰন্‌স্কিযে ক'লে, "নকৈ উপায নাই, গতিকে স্বীকাৰ কৰিছো— অপেৰা বুফেৰ পৰা। অপেৰালৈ গ'লে মোৰ টোপনি আহে। জানো এইটো লাজৰ কথা। কিন্তু অপেৰা বুফেত মই শেষলৈকে বহি আছিলো, প্ৰতিটো মিনিট প্ৰাণভৰি উপভোগ কৰিছিলো। আজি ৰাতি...।

এগৰাকী ফৰাচী অভিনেত্ৰীৰ নাম উল্লেখ কৰি, তেওঁৰ বিষয়ে ভ্ৰনস্কিযে কিছু ক'বলৈ ওলাইছিল। কিন্তু ৰাষ্ট্ৰদূতৰ পত্নীযে আতঙ্কিত হোৱাৰ অভিনয কৰি তেওঁক ক্ষান্ত কৰিলে, "অনুগ্ৰহ কৰি সেই ভযঙ্কৰ কথাৰ পুনৰ অৱতাৰণা নকৰিব।"...

"বেছ নকওঁ, বিশেষকৈ আপোনালোক আটাযে যেতিয়া এই ভযঙ্কৰ কথাবোৰ অৱগত।"

দৰজাৰ কাষত মাদাম কাৰেনিনাৰ ভৰিৰ শব্দ শুনিবলৈ পাই বেৎসিযে ভ্ৰনস্কিৰ ফালে চাইছিল। আনাই পোন হৈ আগৰ ফালে চাই লঘু অথচ দ্ৰুত গতিত ড্ৰইং ৰূমৰ ভিতৰত সোমাই গৈ হাঁহিমুখে বেৎসিৰ লগত কৰমৰ্দন কৰিলে আৰু ঘূৰি চালে ভ্ৰনস্কিৰ ফালে। ভ্ৰন্‌স্কিযে মূৰ দোঁৱাই অভিবাদন জনাই চকী এখন আগবঢ়াই দিলে আনাৰ ফালে।

মূৰটো অলপ হলাই ভ্ৰন্‌স্কিৰ অভিবাদনৰ সঁহাৰি দিলে আনাই। ইয়াৰ পিচত বেৎসিৰ ফালে চাই ক'লে,"মই কাউন্টেছ লিদিযাৰ তাত আছিলো। সোনকালে অহাৰ ইচ্ছা আছিল, কিন্তু কোনোমতে ওলাই আহিব নোৱাৰিলো। চাৰ জনো তাতেই আছিল। তেওঁ ভীষণ কৌতূহল জগাই তুলিব পাৰিছিল।"

"তাৰ মানে সেই ধৰ্মপ্ৰচাৰক ভদ্ৰলোক?"

"হয়, তেওঁ আমাক ভাৰতবৰ্ষৰ জীৱন সম্পৰ্কে কৈছিল।"

ভ্ৰনস্কিয়ে অপলক নেত্ৰে আনাৰ পিনে চাইছিল আৰু উদ্বিগ্ন হৈ অপেক্ষা কৰিছিল তেওঁ কি কয় তাক শুনাৰ কাৰণে।

হঠাৎ আনাই তেওঁক ক'লে,"মই এইমাত্ৰ মস্কোৰ পৰা চিঠি পাইছো। তেওঁবিলাকে জনাইছে —কিটি শ্চেৰবাৎস্কি সঁচাকৈয়ে ভীষণ অসুস্থ।"

"হয় নেকি?" ভ্ৰনস্কিৰ ভ্ৰূযুগল কোঁচ খাই উঠিল।

আনাই তেওঁৰ ফালে কঢ় দৃষ্টিৰে চাই ক'লে, "আপুনি এই বিষয়ে আগ্ৰহী নহয় যেন লাগে।"

"বৰং ইয়াৰ বিপৰীতে, অত্যন্ত আগ্ৰহী। ঠিক কি লিখিছে আপোনালৈ জানিব পাৰোনে?"

আনাই বেৎসিৰ কাষলৈ গৈ ক'লে,"দিয়ক, একাপ চাহকে দিয়ক।"

প্ৰিন্সেছ বেৎসিয়ে চাহ বকাৰ সময়ত ভ্ৰন্‌স্কি আনাৰ ওচৰলৈ আহি পুনৰ প্ৰশ্ন কৰিলে, কি লিখিছে তেওঁলোকে?"

"মই প্ৰায়ে ভাবো মতা মানুহে মান-সন্মানৰ অৰ্থ নুবুজে, যদিও তেওঁবিলাকে সকলো সময়তে সেই বিষয়ে আলোচনা কৰে।" ভ্ৰন্‌স্কিৰ কথাৰ কোনো উত্তৰ নিদি কেইখোজমান আগবাঢ়ি গৈ এখন চুকৰ টেবুলত বহিল আনা। "কথাটো মই বহুদিন আগতেই আপোনাক ক'ম বুলি ভাবিছিলো।"

চাহৰ কাপটো হাতত তুলি দি ভ্ৰন্‌স্কিয়ে ক'লে, "মই আপোনাৰ কথাৰ অৰ্থ বুজিব পৰা নাই।"

আনাই কাষৰ ছোফাখনৰ পিনে দৃষ্টিপাত কৰিলত ভ্ৰন্‌স্কি ততালিকে তাত বহিল।

ভ্ৰনস্কিৰ ফালে নোচোৱাকৈ আনাই ক'লে, "হয়, আপুনি বৰ বেয়া কাম কৰিছে। সঁচাই বৰ বেয়া কাম কৰিছে।"

"মই যে বৰ বেয়া কাম কৰিছো, সেই কথা মই নজনা বুলি ভাবা নেকি? কিন্তু মই তেনে কাম কৰাৰ কাৰণ কোন আছিল?"

"মোক এই কথা সুধিছা কিয়?" আনাই কঠিন দৃষ্টিত তেওঁৰ ফালে চাই সুধিলে।

"কাৰণ তুমি সেই কথা জানা," সহাস্য বদনে স্পষ্টকৈ উত্তৰ দিলে ভ্ৰনস্কিয়েঃ-তলমূৰ কৰি নহয়, আনাৰ চকুৰ ফালে চাই।

এতিয়া ভ্ৰন্‌স্কিয়ে নহয়, আনাই থতমত খালে।

"ইয়াৰ দ্বাৰা এইটোকে বুজা গৈছে যে তোমাৰ হৃদয় বুলিবলৈ একো নাই," আনাই উত্তৰ দিলে। কিন্তু তেওঁৰ চকুযুৰিয়ে কৈছিল, তেওঁৰ যে হৃদয় আছে সেইটো তেওঁ জানে আৰু সেইকাৰণে তেওঁ তেওঁক ভয় কৰে।

"এইমাত্ৰ তুমি যি কথাটো ক'লা, সেইটো এটা ভ্ৰান্তি মাত্ৰ—প্ৰেম নহয়।"

"মনত ৰাখিবা—মই তোমাক সেই শব্দটো সেই ঘৃণ্য শব্দটো উচ্চাৰণ কৰিবলৈ বাৰণ কৰিছো," আনাই কঁপি কঁপি ক'লে। কিন্তু ততালিকে তেওঁ অনুভৱ কৰিলে

যে বাৰণ কৰিছো বুলি কৈ তেওঁ ভ্ৰন্‌স্কিৰ ওপৰত নিজৰ কিছু কৰ্তৃত্বৰ অধিকাৰ স্বীকাৰ কৰি লৈছে আৰু তাৰ ফলস্বৰূপে তেওঁক প্ৰেমৰ কথা ক'বলৈ উৎসাহিত কৰিছে। বেছ কিছুদিন ধৰি মই কথাটো তোমাক ক'ম বুলি ভাবিছিলো," স্থিৰদৃষ্টিৰে ভ্ৰন্‌স্কিৰ ফালে চাই কৈ গ'ল আনাই, "আৰু সেই কাৰণে আজি সন্ধ্যাতে ইয়ালৈ আহিছো। কাৰণ মই জানিছিলো, ইয়ালৈ আহিলে তোমাৰ লগত দেখা-দেখি হ'ম। মই তোমাক ক'বলৈ আহিছো যে এই সকলোবোৰৰ অন্ত পেলাব লাগিব। ইয়াৰ আগতে মই কোনো দিনে কাৰো আগত লাজতে ৰঙা হৈ উঠিব লগা হোৱা নাছিলো, অথচ তুমি মোক কিবা এটাৰ কাৰণে নিজকে অপৰাধী বুলি ভাবিবলৈ বাধ্য কৰাইছা।"

আনাৰ মুখত এক নতুন স্বৰ্গীয় সৌন্দৰ্য দেখি মুগ্ধ হয় ভ্ৰনস্কি। "মোক তুমি কি কৰিবলৈ কোৱা?" স্বাভাৱিক আৰু গম্ভীৰ সুৰে প্ৰশ্ন কৰিলে তেওঁ।

"মই কওঁ, তুমি মস্কৌলৈ যোৱা আৰু কিটিৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰা।"

"সেইটো তুমি নিবিচাৰা," ভ্ৰনস্কিয়ে ক'লে

তেওঁ বুজিছিল আনাই যি কৈছিল সেইটো নিজকে নিজে জোৰ কৰাই কোৱাইছিল, তেওঁ যিটো ক'বলৈ বিচাৰিছিল সেইটো নহয়।

"তুমি কোৱাৰ দৰে, তুমি যদি মোক ভাল পোৱা," আনাই ফুচফুচাই ক'লে,"তেন্তে যি মোক শান্তি দিব তাকে তুমি কৰা"।

ভ্ৰনস্কিৰ মুখখন উদ্ভাসিত হৈ উঠিল।

"তুমি জানো নাজানা যে তুমিয়ে মোৰ জীৱন? কিন্তু শান্তি মোৰ নাই, শান্তি মই তোমাক দিবও নোৱাৰিম। মোৰ সমস্ত অস্তিত্ব মোৰ প্ৰেম...এৰা, মই তোমাক আৰু নিজকে পৃথক বুলি ভাবিব নোৱাৰোঁ, আমি দুজনে মিলি এটা সত্তা। আৰু ভৱিষ্যতে শান্তিৰ কোনো সম্ভাৱনা মই দেখিবলৈ পোৱা নাই, তোমাৰ কাৰণে আৰু মোৰ কাৰণেও, মই দেখিবলৈ পাইছো কেৱল নিৰাশাৰ, দুখৰ সম্ভাৱনা...অথবা দেখিছো সুখৰ সম্ভাৱনা, আহ্, কি যে সেই সুখ!... সেইটো জানো সম্ভৱ নহয়? —এই কথাটো তেওঁ ক'লে ওঁঠ দুটা লৰাই বিৰ্‌বিৰ্‌কৈ। কিন্তু আনাই সকলো শুনিবলৈ পালে।

মনৰ সৰ্বশক্তি প্ৰয়োগ কৰি যি কোৱা উচিত তাক ক'বলৈ প্ৰয়াস কৰে আনাই। কিন্তু তাৰ পৰিৱৰ্তে তেওঁৰ প্ৰেমপূৰ্ণ চকুযুৰিয়ে ভ্ৰনস্কিৰ ফালে স্থিৰ হৈ চাই থাকে, তেওঁ কোনো উত্তৰ নিদিয়ে।

"অৱশেষত!" অসীম আনন্দত উৎফুল্লিত হৈ ভ্ৰনস্কিয়ে ভাবিলে, "মই যেতিয়া হতাশ হ'বলৈ আৰম্ভ কৰিছিলো আৰু মোৰ মনত ভাব হৈছিল, ইয়াৰ আৰু কাহানিও অৱসান নঘটিব, ঠিক সেই মুহূৰ্ততে স্পষ্ট হৈ উঠিল—তেওঁ মোক ভাল পায়। সেইটো তেওঁ স্বীকৰ কৰিছে।"

"তেন্তে মোৰ কাৰণে এই কেৰা কৰা—আৰু কেতিয়াও সেইবোৰ কথা নুলিয়াবা...আহা, আমি এতিয়া বন্ধু হৈ থাকো," মুখত এই কথা ক'লে আনাই,

কিন্তু ভিন্ন কথা কৈছিল তেওঁৰ চকুযুৰিয়ে, "বন্ধু আমি কেতিয়াও হব নোৱাৰিম, তুমি নিজেই সেই কথা জানা, কিন্তু আমি পৃথিৱীৰ সবাতোকৈ সুখী মানুহ হ'ম নে সবাতোকৈ দুখী মানুহ হ'ম—সেইটো নির্ভৰ কৰিছে তোমাৰ ওপৰত।"

আনাই কিবা খুজিছিল, কিন্তু ভ্রন্স্কিয়ে তেওঁক থমাই দিলে। "তোমাৰ ওচৰত মোৰ মাথোন এটাই প্রার্থনা—আশা কৰাৰ অধিকাৰ আৰু যন্ত্রণা পোৱাৰ অধিকাৰ। কিন্তু সেইটোও যদি সম্ভৱ নহয়, তেন্তে তুমি মোক ইয়াৰ পৰা আঁতৰি যাবলৈ আদেশ দিয়াঁ, মই ইয়াৰ পৰা গুচি যাম। মোৰ উপস্থিতি যদি তোমাৰ অসহনীয় হয়, মোক তুমি কাহানিও দেখিবলৈ নাপাবা।"

"মই তোমাক ইয়াৰ পৰা খেদি পঠাব নোখোজো।"

"কেৱল একোকে নবদলাবা। যেনেকৈ আছে তেনেকৈ সকলো থাকক,"—কম্পিতস্বৰে ভ্রন্স্কিয়ে ক'লে, "সৌৱা, তোমাৰ স্বামী আহিছে।"

সঁচাকৈয়ে ঠিক সেই মুহূর্ততে এলেক্সি আলেক্জান্দ্রোভিচ তেওঁৰ শান্ত আৰু সৌষ্ঠৱহীন চলন ভঙ্গিমাৰে বৈঠকখানাৰ ভিতৰত সোমাইছিল।

স্ত্রী অৰু ভ্রনস্কিৰ ফালে দৃষ্টিপাত কৰি তেওঁ গ'ল গৃহকর্ত্রীৰ ওচৰলৈ। তাৰপিচত একাপ চাহ লৈ, বহি বহি যথাৰীতি উচ্চ স্বৰে বিদ্রূপাত্মক সুৰত কথাবার্তা ক'বলৈ ধৰিলে।

ভ্রনস্কি আৰু আনা তেতিয়াও সেই সৰু টেবুলখনতে বহি আছিল।

"এইটো কিন্তু বৰ অশোভনীয় কথা!" আনা, ভ্রন্স্কি আৰু আনাৰ স্বামীৰ ফালে চাই এজনী ভদ্র মহিলাই ফুচ্‌ফুচাই ক'লে।

"মই আপোনালোকক কি কৈছিলো?" আনাৰ বান্ধৱীয়ে ক'লে।

কেৱল সেই দুজনী মহিলাই নহয়, বৈঠকখানাত বহি থকা প্রায় সকলোৱেই এনেকি প্রিন্সেছ মিয়াকি আৰু বেৎসিয়েও সাধাৰণ সংস্পর্শৰ পৰা আঁতৰি থকা সেই যুগলটোৰ পিনে একাধিক বাৰ চাইছিল, যেন তেওঁলোক দুয়ো অকলশৰীয়া হৈ থকাটো এটা অশান্তিৰ বিষয়। কাৰেনিনেই আছিল একমাত্র ব্যক্তি যি এবাৰো তেওঁলোকৰ ফালে চোৱা নাছিল আৰু নিজৰ কৌতুহলজনক আলোচনাৰ পৰা অলপো বিচ্যুত হোৱা নাছিল। এই কাণ্ডটোৱে সকলোৰে মনত এটা বিতৃষ্ণাৰ ভাব জন্মোৱা দেখি প্রিন্সেছ বেৎসিয়ে কাৰেনিনাৰ কথা শুনাৰ উদ্দেশ্যে নিজৰ ঠাইত অন্য এজনক বহুৱাই আনাৰ ফালে আগবাঢ়ি গ'ল।

"তোমাৰ স্বামীৰ স্পষ্ট আৰু প্রাঞ্জল ভাষাই সদায় মোক মুগ্ধ কৰে," বেৎসিয়ে ক'লে। "তেখেতে বুজাই ক'লে, সবাতোকৈ জটিল বিষয়বোৰো মোৰ বোধগম্য হোৱা যেন লাগে।"

"হয়, হয়!" বেৎসিৰ এটা কথাও নুশুনাকৈ আনন্দৰ হাঁহি এটা মাৰি আনাই জবাব দিলে। তাৰপিচত ডাঙৰ টেবুলখনৰ ওচৰলৈ গৈ সাধাৰণ আলোচনাত যোগ দিলে।

আধাঘন্টা থকাৰ পিচত কাৰেনিনে স্ত্ৰীৰ ওচৰলৈ গৈ প্ৰস্তাৱ দিলে, এতিয়া দুয়ো একেলগে ঘৰলৈ উভতি যোৱাই ভাল। কিন্তু তেওঁৰ পিনে নোচোৱাকৈ আনাই উত্তৰ দিলে, তেওঁ ৰাতিৰ সাজ তাতেই খাই যাব। মূৰ দোঁৱাই সঙ্গীবৃন্দক অভিবাদন জনাই এলেক্সি আলেক্‌জান্দ্ৰোভিচ ঘৰৰ পৰা ওলাই গ'ল।...

মাদাম কাৰেনিনৰ গাড়ীৰ এটা ঘোঁৰা শীতৰ প্ৰকোপত বাৰে বাৰে তোৰণৰ ফালে পিচুৱাই গৈছিল। চামৰাৰ কোট পিন্ধা বুঢ়া শকত তাৰ্তাৰ কচোৱানজনে ঘোঁৰাটো চম্ভালি ৰাখিছিল। গাড়ীৰ দৰজাত হাত থৈ চাপ্ৰাচী এজনেও অপেক্ষা কৰি আছিল। দাৰোৱানে ঘৰৰ বিশাল সদৰ দৰজাখন মেলি ৰাখিছিল। সৰু ক্ষিপ্ৰ হাতেৰে ফাৰ কোটৰ হুকত লাগি ধৰা আস্তিনৰ লেচ এৰুৱাই তলমূৰ কৰি উৎফুল্লিত হৈ আনাই শুনিছিল তেওঁক গাড়ীত উঠাই দিবলৈ অহা ভ্ৰনস্কিৰ কথা।

"তুমি কোনো প্ৰতিশ্ৰুতি দিয়া নাই...। ধৰি লোৱা যাওক মযো একো দাবী কৰা নাই, কিন্তু তুমি জানা মই বন্ধুত্ব বিচৰা নাই। মোৰ কাৰণে জীৱনত এটাই মাথো সুখ আছে...যিটো শব্দ তুমি একেবাৰে অপছন্দ কৰা। অঁ, প্ৰেম!"

'প্ৰেম', লাহে লাহে শব্দটো পুনৰাবৃত্তি কৰে আনাই। তাৰপিচত লেচডাল খুলি হঠাৎ কৈ উঠে, "শব্দটো মই অপছন্দ কৰোঁ, কাৰণ ইয়াৰ তাৎপৰ্য মোৰ ওচৰত বহুত বেছি... তুমি যিমানখিনি বুজিব পাৰা তাতকৈ বহুত বেছি," ভ্ৰনস্কিৰ মুখৰ ফালে চাই তেওঁ কয়, "আহিছো।"

তাৰপিচত ভ্ৰনস্কিৰ ফালে হাতখন আগবঢ়াই দি দাৰোৱানৰ ওচৰেদি আনা গৈ গাড়ীৰ ভিতৰত সোমায়।

আনাৰ চকুৰ চাৱনি আৰু হাতৰ স্পৰ্শই ভ্ৰন্‌স্কিৰ ভিতৰত জুই জলাই দিযে। নিজৰ হাতৰ তলুৱাৰ যি ঠাইত আনাই স্পৰ্শ কৰিছিল, সেই ঠাইত ভ্ৰন্‌স্কিযে চুমা খায। তাৰপিচত খুচীমনে ঘৰলৈ উভতি যায এই ভাবি যে যোৱা দুমাহৰ তুলনাত আজিৰ এই সন্ধ্যাটোৱে তেওঁক তেওঁৰ প্ৰাৰ্থিত স্বপ্নৰ ভালেখিনি ওচৰলৈ লৈ আহিছে।

নিজৰ পত্নীক এখন টেবুলত বহি ভ্ৰনস্কিৰ লগত উচ্ছল ভঙ্গিত কথা পাতি থকা দেখি এলেক্সি আলেক্‌জান্দ্ৰোভিচে তাৰ মাজত একো অস্বাভাৱিকতা বা অশোভনতা দেখা নাপালে। কিন্তু তেওঁ লক্ষ্য কৰিছে, পাৰ্টিৰ আন সকলো লোকে তাক অস্বাভাৱিক আৰু অশোভনীয় বুলি ভাবিছে আৰু সেই কাৰণে ঘটনাটো তেওঁৰ ওচৰতো অশোভনীয় বুলি প্ৰতীয়মান হৈছে। তেওঁ স্থিৰ কৰিলে, এই বিষয়ে তেওঁ অৱশ্যে পত্নীৰ লগত কথা পাতিব।

ঘৰলৈ উভতি আহি কাৰেনিনে যথাৰীতি পঢ়া কোঠাটোৰ ভিতৰত সোমাই আৰাম চকীখনত বহি কাগজ কটা ছুৰীখন গুঁজি থোৱা পোপৰ শাসন সংক্ৰান্ত এখন কিতাপ নিশা এক বজালৈকে পঢ়িলে। কিন্তু মাজে মাজে তেওঁ নিজৰ কপালখন মচি আৰু মূৰটো জোকাৰি কিবা এটা যেন পেলাই দিবলৈ বিচাৰিছিল। নিৰ্দিষ্ট সময়ত উঠি

তেওঁ তেওঁৰ নৈশ প্ৰসাধন সমাপ্ত কৰিলে। কিতাপখন কাষলতিত লৈ তেওঁ ওপৰ তলালৈ উঠি গ'ল। অফিচ সংক্ৰান্ত চিন্তাৰ সলনি আজি স্ত্ৰী আৰু স্ত্ৰীৰ লগত জড়িত এটা বিশ্ৰী কাণ্ডত তেওঁৰ মনটো আচ্ছন্ন হ'ল। তেওঁ বিছনাত নুশুলে। পিঠিৰ পাচফালে হাতৰ ওপৰত হাত থৈ ঘৰৰ ভিতৰত পায়চাৰি কৰিবলৈ ধৰিলে। তেওঁ শুব পৰা নাছিল। নতুনকৈ উদ্ভৱ হোৱা পৰিস্থিতিটোৰ কথা চিন্তা নকৰাকৈ শুবলৈ যোৱাটো তেওঁৰ পক্ষে সম্ভৱ হোৱা নাছিল।...

কাৰেনিনে প্ৰথমতে স্ত্ৰীৰ কথাটো সহজ আৰু সাধাৰণ বুলি ভাবিছিল; কিন্তু এতিয়া গভীৰভাৱে চিন্তা কৰি দেখিলে যে কথাটো ভীষণ কঠিন আৰু জটিল।

এলেক্সি আলেক্জান্দ্ৰোভিচ ঈৰ্ষাপৰায়ণ নহয়। তেওঁৰ মতে ঈৰ্ষা কৰা মানে স্ত্ৰীক অপমান কৰা। স্ত্ৰীৰ প্ৰতি প্ৰত্যেকৰে আস্থা থকা উচিত আৰু আনাৰ ওপৰত তেওঁৰ সেই আস্থা আছে। তথাপি এতিয়া তেওঁ যেন এটা অযৌক্তিক আৰু অসঙ্গত পৰিস্থিতিৰ সন্মুখীন হৈছে। তেওঁৰ মনত ভাব হ'ল, তেওঁৰ অৱস্থা এতিয়া এখন সাঁকোৰ ওপৰেদি অতল গহ্বৰ পাৰ হৈ যোৱা এজন মানুহৰ দৰে—যি কিছুদূৰ আগবাঢ়ি গৈ হঠাৎ আৱিষ্কাৰ কৰিলে যে সাঁকোখন ভগা আৰু তলত অতল গহ্বৰ মুখ মেলি আছে। গহ্বৰটো বাস্তৱ জীৱন আৰু সাঁকোখন কৃত্ৰিম অস্তিত্ব যাক কাৰেনিনে অৱলম্বন কৰি আছে। তেওঁৰ স্ত্ৰীয়ে যে আন কাৰোবাক ভাল পাব পাৰে, সেই সম্ভাৱনা পোনপ্ৰথম বাৰৰ কাৰণে তেওঁৰ মনলৈ আহিল আৰু তেওঁ আতঙ্কিত হৈ উঠিল।

পাযচাৰি কৰি কৰি কাৰেনিনে একোবাৰ থমকি ৰৈ নিজকে কৈছিল,"এৰা এই কথাটোৰ এটা ফয়চলা কৰি লবই লাগিব। মই অৱশ্যে খোলাখুলিভাৱে তেওঁক মোৰ সিদ্ধান্তৰ কথা জনাই দিম।... কিন্তু কি ক'ম? কোন সিদ্ধান্তৰ কথা জনাম? কিনো কথা হৈছে? একো হোৱা নাই। তেওঁ বহুসময় ধৰি মানুহজনৰ লগত কথা পাতিছিল- —তাতেইবা দোষ কি? আমাৰ এই সমাজত এগৰাকী মহিলাৰ পক্ষে কাৰোবাৰ লগত কথা-বতৰা পতাটোত নো কি অস্বাভাৱিকতা আছে? তাৰোপৰি ঈৰ্ষাপৰায়ণ হোৱাৰ অৰ্থ মোক আৰু তেওঁক দুয়োজনকে সৰু কৰি পেলোৱা।"... শোৱনি-ঘৰৰ দৰজাৰ কাষত থিয় হৈ এইবোৰ কথা ভাবিলে কাৰেনিনে। কিন্তু অন্ধকাৰ ড্ৰইং ৰুমটোৰ ভিতৰত সোমোৱাৰ লগে লগে কোনোবাই যেন ফুচ্‌ফুচাই ক'লে—কিন্তু আচল কথাটো তেনে নহয়... অন্যান্য লোকে যেতিয়া সেইটো লক্ষ্য কৰিছে, তেতিয়া তাৰ মাজত নিশ্চয়কৈ লক্ষ্য কৰিবলগীয়া কিবা নহয় কিবা এটা আছিল। বাদ্ধনি-ঘৰৰ ভিতৰত সোমাই কাৰেনিনে পুনৰ নিজকে ক'লে, "এৰা, মই এটা সিদ্ধান্তলৈ আহি, এইটোৰ অন্ত পেলাব লাগিব আৰু তেওঁক জনাই দিব লাগিব যে... —কিন্তু ড্ৰইং ৰুমৰ ভিতৰত সোমাই পুনৰ তেওঁৰ মনত খেলালে— "কিহৰ সিদ্ধান্ত লম? কি হৈছে?" আৰু তাৰ উত্তৰ,"একোৱেই হোৱা নাই।" তাৰপিচত তেওঁৰ মনত ভাব হয়, ঈৰ্ষা হ'ল স্ত্ৰীৰ পক্ষে অপমানজনক এটা মনোভাৱ, কিন্তু পুনৰ তেওঁ নিশ্চিত হৈ উঠিল যে কিবা এটা ঘটিছে। শৰীৰৰ দৰে কাৰেনিনৰ মনোভাৱো একেটা বৃত্তৰ ভিতৰতে আৱৰ্তিত হৈ থাকে, কোনো নতুন ঠাইত উপনীত নহয়। কিন্তু হঠাতে তেওঁৰ এটা

পৰিৱৰ্তন হ'ল। তেওঁ আনাৰ কথা, আনাই কি ভাবিছে, কি অনুভৱ কৰিছে— সেইবোৰ কথা চিন্তা কৰিবলৈ ধৰিলে... আৰু আনাৰ যে এটা পৃথক জীৱন থাকিব পাৰে আৰু আছে, সেই ধাৰণাটো তেওঁৰ ইমানেই ভয়ঙ্কৰ হৈ উঠিল যে ততালিকে তেওঁ তাক আঁতৰাই দিবলৈ ব্যস্ত হৈ পৰিল। এইটোৱেই সেই অতল গহ্বৰ, যাৰ পিনে চাবলৈ তেওঁৰ ভয় হয়। নিজকে অন্য এজনৰ চিন্তাধাৰা আৰু অনুভূতিৰ ক্ষেত্ৰত স্থাপন কৰিবলৈ যোৱা কাৰ্য্যটো কাৰেনিনে এটা সম্পূৰ্ণ অপৰিচিত মানসিক উদ্যোগ বুলি ভাবিছিল।

"তেওঁৰ অনুভূতি আৰু তেওঁৰ ব্যক্তিগত বিষয়বোৰৰ ওপৰত মোৰ কোনো হাত থাকিব নোৱাৰে।" এলেক্সি আলেক্‌জান্দ্ৰোভিচে ভাবিলে,"মোৰ কৰ্তব্য এই বিষয়ত একেবাৰে স্পষ্ট। পৰিয়ালৰ কৰ্তা হিচাপে মোৰ কৰ্তব্য হৈছে, তেওঁক সঠিক পথে চালনা কৰা। মোৰো এই বিষযত কিছু দায়িত্ব নোহোৱা নহয়। মই যি বিপদটো দেখিবলৈ পাইছো, তাক মই তেওঁক আঙুলিয়াই দিম, এনেকি প্ৰয়োজন হ'লে মোৰ কৰ্তৃত্বও কামত লগাব লাগিব। তেওঁক মই পোনপটীয়াভাৱে সকলো কথা ক'ম।

স্ত্ৰীক কাৰেনিনে কি ক'ব, সেই কথা মন্ত্ৰালয়ৰ প্ৰতিবেদনৰ দৰে স্পষ্ট আৰু সংক্ষিপ্ত আকাৰত তেওঁৰ মস্তিষ্কত ৰূপ ললে।

এই বিষয়বোৰৰ বিষয়ে মই বিশদভাৱে তেওঁক ক'ব আৰু বুজাব লাগিব। প্ৰথমতে, জনমত আৰু শোভনতাৰ গুৰুত্ব; দ্বিতীয়তে, বিবাহৰ ধৰ্মীয় মৰ্মাৰ্থ; তৃতীয়তে, যদি প্ৰয়োজন হয়, আমাৰ ল'ৰাৰ ভাগ্যত যি দুৰ্যোগ আহিব পাৰে তাৰ উল্লেখ; চতুৰ্থতে, আমাৰ নিজৰ নিজৰ অসুখৰ উল্লেখ।" এইদৰে সিদ্ধান্ত কৰি কাৰেনিনে আঙুলিৰ গাঁঠিবোৰ মটকিবলৈ ধৰিলে। এনেতে গেটৰ মুখত গাড়ীৰ শব্দ শুনা গ'ল। কাৰেনিন ঘৰৰ ভিতৰত মনে মনে থিয় হৈ থাকিল।

তলমূৰ কৰি আনা ভিতৰলৈ সোমাই আহিল। তেওঁৰ মুখমণ্ডলত এক আশ্চৰ্য দ্যুতি বিৰাজ কৰিছিল, কিন্তু সেই দ্যুতি আনন্দৰ দ্যুতি নাছিল। ই ঘোৰ অন্ধকাৰ ৰাত্ৰিৰ অগ্নিকাণ্ডৰ ভয়াবহ দ্যুতিৰ কথা সোঁৱৰাই দিছিল।

"এতিয়াও তুমি শোৱা নাই? আচৰিত কথা!" বুলি হৈ হুড সোলোকাই থৈ সাজঘৰত সোমালগৈ আনা। দৰজাৰ পাচফালৰ পৰা ক'লে,"বহুত ৰাতি হৈছে, তুমি এতিয়াও শোৱা নাই, এলেক্সি আলেক্‌জান্দ্ৰোভিচ?"

"আনা, তোমাৰ লগত মোৰ অলপ কথা আছে!"

"মোৰ লগত?" বিস্ময়ৰ সুৰত অবাক হৈ আনাই ক'লে আৰু দৰজাৰ পাচফালৰ পৰা ওলাই আহি স্বামীৰ ফালে চালে। "কি কথা? কি বিষয়ে?" চকীত বহি প্ৰশ্ন কৰিলে আনাই। "অৱশ্যে এতিয়া শুব পাৰিলেই ভাল হয়।"

জিভাৰ আগত যি আহিছিল তাকেই কৈছিল আনাই আৰু নিজেই সেই কথা শুনি অবাক মানিছিল তেওঁৰ মিছা কথা কোৱাৰ দক্ষতাত। কত সহজ আৰু নিভাঁজ আছিল তেওঁৰ কথাবোৰ। তেওঁৰ যে টোপনি লাগিছিল সিও আছিল কিমান স্বাভাৱিক!

আনাই গম পাইছিল তেওঁ যেন মিথ্যাৰ এক অভেদ্য বৰ্ম পিন্ধি আছে...। যেন এক অদৃশ্য শক্তি তেওঁৰ সাহায্যৰ কাৰণে আগবাঢ়ি আহিছে তেওঁক সমৰ্থন কৰিবলৈ।

"আনা, মই তোমাক সাৱধান কৰি দিয়া উচিত," কাৰেনিনে ক'লে।

"সাৱধান! কি কাৰণে?"

আনাই ইমান স্বাভাৱিক আৰু হাঁহিমুখে তেওঁৰ ফালে চাইছিল যে আন কোনেও তেওঁৰ কথাৰ সুৰত সন্দেহৰ অৱকাশ নাপালেহেঁতেন। কিন্তু এজন মানুহ ঘৰলৈ আহি ঘৰৰ তলা বন্ধ দেখিলে তাৰ যেনে মানসিক অৱস্থা হয়, কাৰেনিনৰো মনত ঠিক তেনে অৱস্থাই হৈছিল। "অৱশ্যে ছাবিটো হয়তো বিচাৰি পোৱা যাব পাৰে।"—তেওঁ ভাবিছিল।

"মই তোমাক সাৱধান কৰি দিব খোজো যে তোমাৰ অপৰিণামদৰ্শিতা আৰু চিত্তচাপল্যৰ কাৰণে সমাজত তোমাৰ বিষয়ে নানা কথা ৰটনা হ'ব পাৰে। আজি কাউন্ট ভ্ৰন্স্কিৰ লগত (নামটো স্পষ্টকৈ আৰু জোৰ দি উচ্চাৰণ কৰিলে কাৰেনিনে) তোমাৰ অত্যধিক উচ্ছল কথা-বাৰ্তাই সকলোৰে মনোযোগ আকৰ্ষণ কৰিছে।"

আনাৰ হাঁহিভৰা চকু দুটাৰ ফালে চাই কাৰেনিনে নিজৰ উক্তিবোৰৰ অৰ্থহীনতা অনুভৱ কৰিলে।

"তুমি চিৰদিনেই এনেকুৱাই," ইচ্ছা কৰিয়েই স্বামীৰ কথাৰ শেষৰ অংশৰ উত্তৰ দিলে আনাই। "মই গম্ভীৰ হৈ থাকিলেও তুমি বেয়া পোৱা, আকৌ মই হৈ-চৈ কৰিলেও তুমি অপছন্দ কৰা। আজি সন্ধ্যা মই গম্ভীৰ হৈ নথকাৰ বাবেই তুমি অসন্তুষ্ট হৈছা নেকি?"

এলেক্সি আলেকজান্দ্ৰোভিচৰ কঁপনি উঠিল আৰু তেওঁৰ আঙুলিৰ গাঁঠিবোৰ মটকাবৰ কাৰণে হাত দুখন বেঁকা কৰিলে।

"অনুগ্ৰহ কৰি আঙুলি নমটকিবা, তেনে কৰিলে মোৰ বৰ বেয়া লাগে।"

"আনা, এয়ে নেকি তুমি?" হাতৰ চাঞ্চল্য সংযত কৰি ক'লে কাৰেনিনে।

"কিন্তু এইবোৰ কি হৈছে? তুমি মোৰ পৰা কি পাবলৈ বিচাৰা?" শ্লেষযুক্ত বিস্ময় আৰু আন্তৰিকতাৰ সুৰত ক'লে আনাই।

খন্তেক সময় মনে মনে থাকি কপাল আৰু চকুৰ ওপৰেদি হাত বুলালে কাৰেনিনে। তেওঁ বুজিব পাৰিছিল, তেওঁ যি ক'বলৈ বিচাৰিছিল তাকে নকৰি —অৰ্থাৎ সমাজৰ চকুত যাক অপৰাধ বুলি গণ্য কৰা হয়, তাৰ বিৰুদ্ধে স্ত্ৰীক সাৱধান কৰাৰ পৰিবৰ্তে তেওঁ অনিচ্ছাসত্ত্বেও এনেকুৱা এটা বিষয়ত উত্তেজিত হৈ উঠিছিল, যি তেওঁৰ স্ত্ৰীৰ বিবেকৰ লগত জড়িত...

"তুমি দয়া কৰি মোৰ কথাবোৰ শুনা," ঠাণ্ডা আৰু সংযত সুৰত কাৰেনিনে ক'বলৈ ধৰিলে,"তুমি জানা, ঈৰ্ষা এটা অপমানকৰ হীনতাসূচক মনোভাব। মই নিজকে কেতিয়াও ইয়াৰ দ্বাৰা পৰিচালিত হ'বলৈ নিদিম; কিন্তু ভদ্ৰতা আৰু শোভনতাৰ নিৰ্দিষ্ট কিছুমান নিয়ম আছে যাক লঙ্ঘন কৰিলে পৰিত্ৰাণ পোৱা নাযায়। আজি সন্ধ্যাৰ

ঘটনাটো মই নিজে লক্ষ্য কৰা নাই, কিন্তু তাত উপস্থিত থকা লোকসকলৰ প্ৰতিক্ৰিয়াৰ পৰা বুজা গৈছিল যে তোমাৰ আচৰণ একেবাৰে অবাঞ্ছনীয়।"

"তুমি কি কৈছা, একোকে বুজিব পৰা নাই," কান্ধ জোকাৰি আনাই ক'লে আৰু মনতে ভাবিলে,"ইয়াৰ কাৰণে তেওঁৰ কোনো খেদ নাই, কিন্তু সমাজৰ চকুত পৰাৰ কাৰণেহে তেওঁ বিচলিত হৈ উঠিছে।"

"তোমাৰ শৰীৰ সুস্থ নহয়, এলেক্সি আলেক্‌জান্দ্ৰোভিচ!" বুলি কৈ আনা চকীৰ পৰা উঠি দৰজাৰ ফালে আগবাঢ়ি যাবলৈ ধৰোঁতে তেওঁক বাধা দিবলৈ যেন কাৰেনিনো আগবাঢ়ি গ'ল।

কাৰেনিনৰ মুখখন আগতকৈ বেছি কুৎসিত আৰু বিকট যেন লাগিল। থমকি ৰৈ আনাই মূৰটো এঢলীয়া কৰি খোঁপাটোৰ পৰা কাঁটাবোৰ উলিয়াবলৈ ধৰিলে।

"তুমি যি কৈছা, সকলো শুনিছো," সংযত আৰু বিদ্ৰূপৰ ভঙ্গিমাত ক'লে আনাই,"আৰু মনোযোগ দি শুনিছো, যাতে সকলো কথা ভালদৰে বুজি পাওঁ।" নিজৰ স্বাভাৱিক দৃঢ় কণ্ঠস্বৰ আৰু শব্দ চয়নৰ ক্ষমতাত নিজেই অবাক মানিলে তেওঁ।

কাৰেনিনে ক'বলৈ আৰম্ভ কৰিলে, "তোমাৰ আবেগ অনুভূতিৰ গভীৰলৈ যাবলৈ মোৰ অধিকাৰ নাই। তাক মই অৰ্থহীন আৰু ক্ষতিকৰ বুলি ভাবোঁ। তোমাৰ অন্তৰৰ আবেগানুভূতি তোমাৰ নিজৰ বিবেক বিবেচনাৰ বস্তু; কিন্তু তোমাক তোমাৰ কৰ্তব্য সম্পৰ্কে সচেতন কৰি দিয়াৰ ক্ষেত্ৰত মই তোমাৰ ওচৰত, নিজৰ ওচৰত, ঈশ্বৰৰ ওচৰত বাধ্য। আমাৰ দুজনৰ জীৱন একেডাল ডোলেৰে বন্ধা; আৰু তাক বান্ধি দিছে, লোকে নহয় ঈশ্বৰে। একমাত্ৰ পাপেই সেই বন্ধন বিচ্ছিন্ন কৰিব পাৰে আৰু তেনে ধৰণৰ পাপৰ শাস্তি গুৰুতৰ।"

"তোমাৰ কথা অলপো বুজা নাই। আঃ ভগৱান! বৰ টোপনি লাগিছে মোৰ।" বাকী থকা কাঁটাবোৰ বিচাৰি চুলিত আঙুলি ভৰাই আনাই ক'লে।

"আনা, ঈশ্বৰৰ দোহাই, তুমি এনেকৈ কথা নকবা," নম্ৰভাৱে ক'লে কাৰেনিনে,"হয়তো মোৰ ভুল হৈছিল, কিন্তু বিশ্বাস কৰা—মই যি কৈছো সেইটো কৈছো মোৰ কাৰণেও আৰু তোমাৰ কাৰণেও। মই তোমাৰ স্বামী, তোমাক মই ভাল পাওঁ।"

মুহূৰ্তৰ কাৰণে আনাই তলমূৰ কৰিলে, তেওঁৰ চকুৰ পৰা বিদ্ৰূপৰ জ্যোতি ম্লান হৈ গ'ল। কিন্তু 'ভালপোৱা' শব্দটোৱে পুনৰ তেওঁৰ মনত বিদ্ৰোহ জগাই তুলিলে। 'ভালপোৱা?... আনাই ভাবিলে, তেওঁ জানো ভাল পাব পাৰে? ভালপোৱা বুলি যে এটা বস্তু আছে, সেই কথা যদি তেওঁ নুশুনিলেহেঁতেন, তেনেহ'লে তেওঁ কোনোদিনেই সেই শব্দটো প্ৰয়োগ নকৰিলেহেঁতেন। ভালপোৱা কি বস্তু তাক জানো তেওঁ জানে?"

"এলেক্সি আলেক্‌জান্দ্ৰোভিচ, মই সঁচাকৈয়ে একো বুজা নাই," আনাই ক'লে, "তুমি কি ভাবিছা মোক বুজাই কোৱা।..."

"আগতে মোক শেষ কৰিবলৈ দিয়া... মই তোমাক ভাল পাওঁ। কিন্তু মই নিজৰ কথা কোৱা নাই। এই সংক্ৰান্তত তুমি আৰু আমাৰ সন্তান —দুজনেই বিশেষভাৱে জড়িত। মই পুনৰ কৈছো —হয়তো মোৰ কথাবোৰ তুমি অৰ্থহীন আৰু অহেতুক বুলি ভাবিবা। হয়তো, এইটো মোৰেই ভুল। সেই ক্ষেত্ৰত মই তোমাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছো। কিন্তু যদি ইয়াৰ সামান্যতম ভিত্তি থকা বুলিও তুমি ভাবা, তেন্তে মই তোমাক এই বিষয়ে আৰু অলপ ভাবি চাবলৈ মিনতি কৰোঁ... তোমাৰ মনে যদি সেইটো বিচাৰে তেনেহ'লে মোক কোৱা।"

"মোৰ ক'বলগীয়া একোৱেই নাই, আৰু সঁচাই..." বহু কষ্ট কৰি হাঁহি দমাই ৰাখি ক'লে আনাই, "সঁচাই মোৰ টোপনি ধৰিছে।"

কাৰেনিনে আৰু একো নোকোৱাকৈ এটা দীঘল হুমুনিয়াহ পেলাই শোৱনি ঘৰলৈ গ'ল। আনা অহাত তেওঁ বিছনাতে শুই পৰিছিল। আনাই নিজৰ বিছনাত শুই প্ৰতি মুহূৰ্ততে আশংকা কৰিছিল যে তেওঁ পুনৰ কথা ক'ব। কিন্তু কাৰেনিন নিমাত হৈয়ে থাকিল। বহু সময় নিস্পন্দ হৈ অপেক্ষা কৰাৰ পিচত আনাই তেওঁৰ কথা পাহৰি গ'ল আৰু আন মানুহজনৰ কথা ভাবিবলৈ ধৰিলে। তেওঁ অনুভৱ কৰিলে, তেওঁৰ কথা চিন্তা কৰিবলৈ গৈ তেওঁৰ মনটো এক পৰম ৰমণীয় আবেগ আৰু অপৰাধজনক আনন্দত ভৰি উঠিছে। হঠাৎ তেওঁৰ কাণত পৰিল নাকৰ প্ৰশান্ত শব্দ। প্ৰথমটোত যেন কাৰেনিনে নিজৰ নাকৰ শব্দ শুনি ভয় খাই থমকি ৰ'ল। কিন্তু দুটা নিশ্বাসৰ পিচত নতুন প্ৰশান্ত লয়ত নাকৰ নিশ্বাস পুনৰ আৰম্ভ হ'ল।

"বহুত ৰাতি হৈছে, বহুত ৰাতি হৈছে," মিচিকিয়াই হাঁহি ফুচ্‌ফুচাই ক'লে আনাই। তেওঁ যেন নিজৰ চকুৰ দীপ্তি নিজেই দেখিবলৈ পালে অন্ধকাৰত।

সেইদিন ধৰি আৰম্ভ হ'ল এলেক্সি আলেকজান্দ্ৰোভিচ আৰু তেওঁৰ স্ত্ৰীৰ নতুন জীৱন। বিশেষ একো নঘটিল। আগৰ দৰেই আনাই উচ্চ সমাজত যাতায়াত কৰি থাকিল; প্ৰায়ে যায় প্ৰিন্সেছ বেৎসিৰ ওচৰলৈ, আৰু সকলো ঠাইতে দেখা হয় ভ্ৰন্‌স্কিৰ লগত। এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ সেইটো চকুত পৰে, কিন্তু তেওঁৰ একো কৰাৰ ক্ষমতা নাই। এনেকি খোলাখুলিভাৱে আলোচনালৈ টানি অনাৰ কাৰণে তেওঁৰ সকলো প্ৰচেষ্টাকে আনাই এক হালকা বিভ্ৰান্তিৰ দ্বাৰা গঢ়ি তোলা দুৰ্ভেদ্য প্ৰাচীৰৰ সাহায্যত প্ৰতিহত কৰি দিয়ে। বাহিৰৰ পৰা চালে মনত ভাব হয়, সকলো আগৰ দৰেই চলি আছে, কিন্তু ভিতৰি ভিতৰি তেওঁলোকৰ অন্তৰঙ্গ সম্পৰ্কটো একেবাৰে বদলি হৈ গৈছে। ৰাজনৈতিক ক্ষেত্ৰৰ প্ৰবল প্ৰতাপী পুৰুষ এলেক্সি আলেক্‌জান্দ্ৰোভিচে অনুভৱ কৰে, এই ক্ষেত্ৰত তেওঁ সম্পূৰ্ণ অসহায়। যিমানবাৰেই তেওঁ এই প্ৰসঙ্গটো লৈ চিন্তা কৰিবলৈ আৰম্ভ কৰে সিমানবাৰেই তেওঁৰ মনত ভাব হয় আৰু এবাৰ চেষ্টা কৰি চোৱা উচিত। সহৃদয়তা কোমলতা আৰু বুজনিৰ দ্বাৰা তেওঁক বচাবৰ কাৰণে, তেওঁৰ চৈতন্যোদয়ৰ কাৰণে প্ৰতিদিনে তেওঁৰ লগত কথা পতাৰ চেষ্টা কৰে, কিন্তু প্ৰতিবাৰতে

তেওঁ গম পায় অকল্যাণ আৰু প্ৰতাৰণাৰ যি প্ৰেতে আনাক অভিভূত কৰিছে, সেই প্ৰেতে তেওঁকো অভিভূত কৰিছে, আৰু তেওঁ যি সুৰে যি কথা ক'বলৈ বিচাৰিছে সেই সুৰে সেই বিষয়ে কথা কোৱা নাই; কৈছে তেওঁৰ অভ্যস্ত শ্লেষাত্মক সুৰত নিজৰ অজ্ঞাতে। কিন্তু সেই সুৰত তেওঁৰ কবলগীয়া কথাখিনি কোৱাটো সম্ভৱপৰ নাছিল।

সকলোবোৰ পুৰণা কামনাৰ সলনি প্ৰায় এবছৰ কাল ধৰি যিটো আছিল ভ্ৰন্স্কিৰ জীৱনৰ ঐকান্তিক কামনা, আৰু আনাৰ কাৰণে যিটো আছিল অসম্ভৱ, ভয়ঙ্কৰ আৰু সেই হেতুকে আৰু বেছি মোহনীয় সুখস্বপ্ন, সি এতিয়া পূৰ্ণ হৈছিল। বিবৰ্ণ হৈ ভ্ৰন্স্কি আনাৰ ওচৰত থিয় হৈ আছিল আৰু তেওঁৰ তলৰ ঠকুৰাৰ কঁপনি উঠিছিল। তেওঁ আনাক ক্ষান্ত হ'বলৈ অনুৰোধ কৰিছিল। কিন্তু কিয়, কিহৰ কাৰণে তাক তেওঁ নিজেও জনা নাছিল।

কম্পিত কণ্ঠে তেওঁ কৈছিল, "আনা! আনা! ভগৱানৰ দোহাই, আনা!"

কিন্তু যিমানেই ডাঙৰকৈ তেওঁ কথা কৈছিল সিমানেই তললৈ নামি আহিছিল আনাৰ এসময়ৰ গৰ্বিত, উৎফুল্ল, কিন্তু এতিয়াৰ লজ্জাৱনত মুৰটো। হালোতে হালোতে তেওঁ বহি থকা ছোফাখনৰ পৰা মজিয়াত পৰি গৈছিল ভ্ৰনস্কিৰ ভৰিৰ কাষত। ভ্ৰন্স্কিয়ে নধৰাহেঁতেন তেওঁ গালিচাখনৰ ওপৰতে পৰি গ'লহেঁতেন।

ভ্ৰন্স্কিৰ হাত দুখনেৰে বুকুখন চেপি ধৰি আনাই উচুপি উচুপি ক'লে,"ভগৱান, ক্ষমা কৰা মোক!"

নিজকে তেওঁ ইমান পাপী আৰু অপৰাধী বুলি ভাবিছিল যে দীনহীন হৈ ক্ষমা প্ৰাৰ্থনা কৰাৰ বাহিৰে তেওঁৰ আন উপায় নাছিল; আৰু এতিয়া জীৱনত ভ্ৰন্স্কিৰ বাহিৰে কোনো নাছিল; গতিকে তেওঁ ক্ষমা প্ৰাৰ্থনা জনালে তেওঁৰেই ওচৰত । তেওঁৰ ফালে চাই দৈহিকভাৱে অনুভৱ কৰিলে তেওঁৰে হীনতা আৰু একোকে ক'ব নোৱাৰিলে তেওঁ। যাৰ প্ৰাণ তেওঁ হৰণ কৰিছে তাৰ দেহটো দেখি হত্যাকাৰীয়ে যি অনুভৱ কৰে, সেই অনুভূতি হৈছিল ভ্ৰন্স্কিৰ। প্ৰাণ হৰণ কৰা এই দেহটো আছিল তেওঁলোকৰ প্ৰেম — তেওঁলোকৰ প্ৰেমৰ প্ৰথম পৰ্যায়। লজ্জাৰ এই ভয়ঙ্কৰ মূল্য যাৰ কাৰণে দিবলগীয়া হৈছে, সেই কথা স্মৰণ কৰাত বীভৎস, ঘৃণাজনক কিবা এটা আছিল। নিজৰ আত্মিক নগ্নতাৰ লজ্জাই আনাক দলিত কৰিছিল আৰু সি ভ্ৰন্স্কিৰ গালৈও বিয়পি গৈছিল। কিন্তু সিহঁতৰ দেহৰ সমুখত হত্যাকাৰীৰ আতঙ্ক সত্ত্বেও হত্যাকাৰীয়ে যেনেকৈ সিহঁতৰ শৰীৰৰ ওপৰত জপিয়াই পৰি তাক টানি টানি লৈ গৈ খণ্ড-বিখণ্ড কৰে, লুকাই থয় আৰু পিচত কামত লগায়, তেনেকৈ ভ্ৰন্স্কিয়ে 'আনাৰ মুখ, বুকু আৰু কান্ধ দুখন চুমাৰে ওপচাই দিলে। আনাই তেওঁৰ হাতখন ধৰি ৰাখিলে, লৰচৰ নকৰিলে। "এৰা, এই চুমাবোৰ, যাক কিনা হৈছে লজ্জাৰে। এৰা, এই হাতখন চিৰদিন মোৰ হৈ থাকিব— যি মোৰ দুষ্কৰ্মৰ সহযোগী। ভ্ৰন্স্কিৰ হাতখন তুলি ধৰি তাত

এটা চুমা খালে আনাই। আঁঠুকাঢ়ি বহি ভ্ৰনস্কিয়ে আনাৰ মুখখন চাবলৈ বিচাৰিছিল। কিন্তু আনাই মুখখন ঢাকি ৰাখিলে। একোকে নক'লে। অৱশেষত যেন জোৰ খটুৱাই তেওঁ উঠি বহিল আৰু ঠেলি আঁতৰাই দিলে ভ্ৰনস্কিক। আনাৰ মুখখন তেতিয়াও ধুনীয়া হৈ আছিল, কিন্তু ই বেছি কৰুণ হৈ উঠিছিল।

"সকলো শেষ," আনাই ক'লে, "তোমাৰ অবিহনে মোৰ আৰু কোনো নাই। এই কথা মনত ৰাখিবা।"

"তুমিয়ে মোৰ জীৱন, এই কথা মই কেতিয়াও পাহৰিব নোৱাৰো। এক মুহূৰ্তৰ কাৰণেও... এই সুখৰ..."

"সুখ!" আতঙ্ক আৰু বিতৃষ্ণাৰ সুৰত আনাই ক'লে আৰু সেই আতঙ্ক ভ্ৰন্‌স্কিৰ অন্তৰলৈও সঞ্চাৰিত হ'ল। "ভগৱানৰ দোহাই, এই বিষয়ে আৰু এটা কথাও নকবা।"

তৎক্ষণাৎ ছোফাৰ পৰা উঠি আনা ভ্ৰনস্কিৰ ওচৰৰ পৰা আঁতৰি যায়। তাৰপিচত এক নিৰুত্তাপ নৈৰাশ্যৰ দৃষ্টিত তেওঁৰ ফালে চাই ঘৰৰ পৰা বাহিৰলৈ ওলাই যায়। তেওঁ গম পাইছিল যে নতুন জীৱনত প্ৰৱেশ কৰি যি লজ্জা, আনন্দ আৰু আতঙ্ক বোধ কৰিছিল, এই মুহূৰ্ততে তাক ভাষাৰে প্ৰকাশ কৰা অসম্ভৱ। সেই বিষয়ে কথা ক'বলৈ তেওঁৰ ইচ্ছা হোৱা নাছিল, অনুপযুক্ত শব্দ প্ৰয়োগ কৰি অনুভূতিটোক স্থূল কৰিবলৈ তেওঁ বিচৰা নাছিল। ইয়াৰ পিচৰ দুদিনতো নিজৰ অনুভূতিবোৰৰ জটিলতা প্ৰকাশ কৰিবলৈ তেওঁ কোনো ভাষা বিচাৰি পোৱা নাছিল। তেওঁ নিজকে নিজে কৈছিল, "এতিয়া মই এই বিষয়ে চিন্তা কৰিবলৈ পৰা নাই, কিন্তু অনতিপলমে পাৰিম, যেতিয়া মোৰ অন্তৰখন অলপ শান্ত হৈ উঠিব," কিন্তু চিন্তা কৰাৰ স্থিৰতা তেওঁৰ কোনোমতে নাহে। যেতিয়া তেওঁ চিন্তা কৰে —তেওঁ কি কৰিছে, তেওঁৰ কি হ'ব আৰু তেওঁ কি কৰা উচিত, তেতিয়াই এক গভীৰ আতঙ্ক তেওঁৰ মনলৈ আহে আৰু তেওঁ ঠেলি আঁতৰাই দিয়ে সেই চিন্তাবোৰ আৰু কয়,"পিচত, পিচত যেতিয়া সুস্থিৰ হ'ম।"

কিন্তু সপোনত যেতিয়া তেওঁৰ নিজৰ চিন্তাৰ ওপৰত কোনো নিয়ন্ত্ৰণ নাথাকে, তেতিয়া তেওঁৰ অৱস্থাটো কুৎসিত নগ্নতাৰ ৰূপত তেওঁৰ সন্মুখত দেখা দিয়ে। প্ৰায় প্ৰতি ৰাতিতে তেওঁ এটা সপোন দেখে। সপোন দেখে, তেওঁ যেন তেওঁলোক উভয়ৰে স্ত্ৰী আৰু উভয়ে অকাতৰে স্নেহ কৰিছে তেওঁক। এলেক্সি আলেক্‌জান্দ্ৰোভিচে তেওঁৰ হাতত চুমা খাইছে আৰু কৈছে, "এতিয়া আমি কিমান সুখী!" এলেক্সি ভ্ৰন্‌স্কিও তাত আছে, তেৱোঁ তেওঁৰ স্বামী। আনাই অবাক হৈ ভাবিছে, এদিন এই কথাটো তেওঁৰ মনত কিমান অসম্ভৱ যেন লাগিছিল! কিন্তু এতিয়া তেওঁ হাঁহি হাঁহি দুয়ো জনকে বুজাই ক'ব পাৰে যে, এইটোৱেই আছিল সবাতোকৈ সহজ পথ আৰু এতিয়া তেওঁলোক দুয়োজনেই সন্তুষ্ট আৰু সুখী। কিন্তু এই সপোনটোৱে তেওঁৰ অন্তৰত এক বিভীষিকাৰ সৃষ্টি কৰে, আৰু আতঙ্কত তেওঁৰ টোপনি ভাগি যায়।

অতি আনন্দমনে ঘৰৰ ওচৰ পোৱা মাত্ৰকে লেভিনে শুনিবলৈ পালে, এটা ঘন্টাৰ শব্দ সদৰ দৰজাৰ পিনে আগবাঢ়ি আহিছে।

"নিশ্চয় ৰেল ষ্টেচনৰ পৰা কোনোবা আহিছে," লেভিনে ভাবিলে। "ঠিক এই সময়তেতো মস্কোৰ পৰা ট্ৰেইনখন আহি পায়। কিন্তু কোন হ'ব পাৰে?" পিচ মুহূৰ্ত্ততে অবলনস্কিক চিনিব পাৰি হাত দুখন ওপৰলৈ তুলি আনন্দতে চিঞৰি উঠে তেওঁ,"আৰে, তুমি! তোমাক দেখি যে কিমান আনন্দ পাইছো!" তেওঁ মনে মনে ভাবে, "তেওঁ বিয়া কৰাইছেনে নাই বা কেতিয়া কৰাব, তাক মই এতিয়া নিশ্চিতভাৱে জানিব পাৰিম" আৰু এই সুন্দৰ বসন্তৰ দিনত তেওঁ অনুভৱ কৰে, কিটিৰ স্মৃতিয়ে এতিয়া তেওঁক অলপো আহত নকৰে।

"তুমি মোক আশা কৰা নাছিলা নিশ্চয়?" শ্লেজৰ পৰা নামি আহি অবলনস্কিয়ে ক'লে। তেওঁৰ নাকে মুখে আৰু ভুৰুত বোকাৰ ছিটনি, কিন্তু আনন্দ আৰু স্বাস্থ্যৰ দীপ্তিত জলমল কৰিছে তেওঁৰ চেহেৰাটো। লেভিনক আলিঙ্গন কৰি আৰু চুমা খাই তেওঁ ক'লে,"মই অহাৰ কাৰণ— এক নম্বৰ— তোমাক দেখা কৰা, দুই নম্বৰ— দুই এটা চৰাই চিকাৰ কৰা আৰু তিনি নম্বৰ— এগুশোভোৰ বননিখন বিক্ৰী কৰা।"

"বৰ ভাল কথা! তোমাক দেখা পাই মই পৰম আনন্দ পাইছো," মুখত শিশু সুলভ সৰল আৰু অকপট হাঁহি লৈ লেভিনে ক'লে।

লেভিনে তেওঁৰ বন্ধুক অভ্যাগত সকলৰ কাৰণে আছুতীয়াকৈ ৰখা কোঠাটোলৈ লৈ গ'ল আৰু তাতেই তেওঁৰ জিনিস-পত্ৰ, বেগ আৰু বন্দুকৰ বাকচটো আৰু এটা চিগাৰৰ জোলোঙা ৰখা হ'ল।

তেওঁক হাত-মুখ ধুই পোছাক-পাতি সলাই লবলৈ কৈ লেভিন অফিচ ঘৰৰ পিনে আগুৱাই গ'ল। আগাখা মিহালোভনাৰ মানত এই ঘৰখনৰ সন্মান বজাই ৰখাটো আছিল ডাঙৰ কথা— ডিনাৰত কি ৰন্ধা হ'ব তাক জনাৰ কাৰণে হলঘৰত তেওঁ লেভিনক সাক্ষাৎ কৰিলে। "তোমাৰ যি ইচ্ছা তাকে ৰান্ধিবা, কেৱল অলপ খৰধৰ কৰিবা," বুলি কৈ লেভিন বেইলিফক দেখা কৰিবলৈ গ'ল।

লেভিন যেতিয়া উভতি আহিল তেতিয়া অবলনস্কি হাত-মুখ ধুই মূৰ আঁচুৰি নিজৰ ঘৰৰ পৰা ওলাই আহিছিল। চিঁড়ি বগাই দুয়ো একেলগে ওপৰ তলালৈ উঠি গ'ল।

এতিয়াহে বুজিব পাৰিছো, কি ৰহস্যময় কামত তুমি সদায় ইয়াত মজি থাকা," অবলনস্কিয়ে ক'লে,"সঁচাই লেভিন, তোমাক দেখি মোৰ হিংসা লাগিছে। কি সুন্দৰ ঘৰ! সকলো সুন্দৰ, ইমান উজ্জ্বল, ইমান আনন্দদায়ক!" তেওঁ পাহৰি গৈছিল বসন্ত কাল যে সদায় নাথাকে আৰু প্ৰতিটো দিনো সদায় একে হৈ নাথাকে। অবলনস্কিৰ ওচৰত কবলগীয়া বহুত খবৰ আছিল। তাৰ ভিতৰত এটা বিশেষ আকৰ্ষণীয় খবৰ এই যে লেভিনৰ ভায়েক ছেৰ্গেই ইভানিচে অহা গ্ৰীষ্ম কালত তেওঁৰ ওচৰলৈ আহিব বুলি মনস্থ কৰিছে।

স্ত্ৰীৰ পক্ষৰ পৰা শুভেচ্ছা জনোৱাৰ বাহিৰে অবলনস্কিয়ে কিন্তু কিটি অথবা শ্চেৰবাৎস্কিইতৰ বিষয়ে একো নকলে।

চিকাৰ পৰ্ব ভাগেই হৈছিল। অবলনস্কিয়ে দুটা চৰাই মাৰিছিল, লেভিনেও দুটা, কিন্তু এটা চৰাই বিচাৰি নাপালে। অন্ধকাৰ ঘনীভূত হৈ আহিছিল। পশ্চিম দিগন্তৰ তলৰ ফালে, বাৰ্চ গছবোৰৰ পাছফালে ৰূপালী শুক্ৰ গ্ৰহটোৱে চকমকীয়া স্নিগ্ধ পোহৰ প্ৰসাৰিত কৰিবলৈ আৰম্ভ কৰিছিল। পূব আকাশত বহু ওপৰত স্বাতী নক্ষত্ৰটোৰ ৰঙচুৱা আভা দেখা গৈছিল। মূৰৰ ওপৰত সপ্তৰ্ষিমণ্ডলৰ তৰাবোৰ বিচাৰি পাইছিল যদিও হেৰাই পেলাইছিল লেভিনে । চৰাইবোৰে উৰিবলৈ এৰিছিল। তথাপি যিমান সময় স্বাতী নক্ষত্ৰটো বাৰ্চৰ ডালবোৰৰ ওপৰত নুঠে আৰু সপ্তৰ্ষিৰ সকলোবোৰ তৰা স্পষ্ট হৈ নুঠে, সিমান সময়লৈ তাতে বাট চাই থাকিবলৈ স্থিৰ কৰিলে লেভিনে। ক্ৰমে শুক্ৰ গ্ৰহটো শাখাবোৰৰৰ মাজেদি চাৰ্চৰ ওপৰলৈ উঠি আহিল। গাঢ় নীলিম আকাশত স্পষ্ট হৈ ফুটি উঠিল সপ্তৰ্ষিৰ ৰথৰ চূড়া। তথাপি লেভিনে অপেক্ষা কৰি থাকিল।

চতুৰ্দিশ নিৰল, নিস্পন্দ। এটা চৰায়ো লৰচৰ কৰা নাই।

"এতিয়াও উভতিবৰ সময় হোৱা নাই নেকি?" প্ৰশ্ন কৰিলে অবলনস্কিয়ে।

"অলপ সময় বাট চোৱা যাওক," লেভিনে উত্তৰ দিলে।

"তোমাৰ যি খুচী।"

দুজনে সিজনৰ পৰা প্ৰায় পোন্ধৰ খোজ আঁতৰত থিয় হৈ থাকিল।

"স্তিভা!" হঠাৎ অপ্ৰত্যাশিতভাৱে লেভিনে প্ৰশ্ন কৰিলে, "তোমাৰ খুলশালীৰ বিয়া হৈছে নে নাই? নাই হোৱা যদি কেতিয়াকৈ হ'ব, সেই কথা তুমি মোক কোৱা নাই কিয়?"

লেভিনে নিজকে ইমান স্থিৰ আৰু অবিচলিত বুলি মনত ধাৰণা কৰিছিল যে উত্তৰটো যিয়েই নহওক কিয়, সি তেওঁক বিচলিত কৰিব নোৱাৰিব। কিন্তু অবলনস্কিয়ে যি উত্তৰ দিলে, তাক তেওঁ সমূলি আশা কৰা নাছিল।

"বিয়া কৰাৰ কথা তেওঁ চিন্তা কৰা নাছিল, নকৰেও," অবলনস্কিয়ে ক'লে, "তেওঁ ভীষণ অসুস্থ, ডাক্তৰসকলে তেওঁক বাহিৰলৈ যাব কৈছে। তেওঁলোকে আশঙ্কা কৰিছে, তেওঁ হয়তো নাবাচিবও পাৰে।"

"কি ক'লা?" লেভিনে আৰ্তনাদ কৰি উঠিল। "ভীষণ অসুস্থ? কিয়, কি হৈছে? কি কৰে তেওঁ...?"

লেভিনৰ কুকুৰ লাস্কাই ইমান সময় কাণ থিয় কৰি এবাৰ আকাশৰ ফালে আৰু এবাৰ দুয়োৰে ফালে চাইছিল। কুকুৰটোৱে যেন ভাবিছিল,"কথা পাতিবৰ কাৰণে তেওঁলোকে যে কি এটা সময় বাছি লৈছে! অথচ সৌ যে এটা চৰাই উৰি আহিছে...। এৰা, এই তো। কিন্তু তেওঁলোকে সেইটো মাৰিব নোৱাৰিব।..."

কিন্তু ঠিক সেই মুহূৰ্তত দুয়োজনে শুনিবলৈ পালে এটা তীক্ষ্ণ সুহুৰি, যেন কোনোবাই কাণত এটা চৰ মাৰিলে। দুয়োজনেই হঠাৎ বন্দুক চেপি ধৰিলে। একে লগে দুটা ঝলক, দুটা গুলীৰ শব্দ। আকাশত উৰি থকা স্নাইপটো মুহূৰ্ততে ডেউকা জপাই সৰু কুঁহিপাতবোৰ মহতিয়াই এটা জোপোহাৰ মাজত পৰিল।

"চমৎকাৰ! দুয়ো একেলগে!" চৰাইটোক বিচাৰি আনিবৰ কাৰণে লাস্কাক লৈ জোপোহাটোৰ ফালে দৌৰি গ'ল লেভিন। "কিন্তু কিবা এটা কথাই যেন মোক যন্ত্ৰণা দিছিল!" ভাবিছিল তেওঁ। "হয়, কিটি অসুস্থ... কিন্তু কি কৰিম! মই বৰ দুঃখিত।

"পাইছ! চাবাচ!" লাস্কাৰ মুখৰ পৰা উষ্ণ চৰাইটো লৈ গৈ প্ৰায় পূৰ হৈ উঠা বস্তাটোৰ ভিতৰত ভৰাই থলে লেভিনে। তাৰপিচত চিৎকাৰ কৰি ক'লে,"স্তিভা, পাইছো! মই এইটো পাইছো।"

ভ্ৰন্স্কিৰ অন্তৰ্জীৱন গভীৰ প্ৰেমত মগ্ন হৈ থাকিলেও তেওঁৰ বহিৰ্জীৱন সমাজ আৰু সেনাবাহিনীৰ বন্ধা আৰু আগ্ৰহৰ পূৰণি অভ্যস্ত পথেদি অপৰিবৰ্তিত আৰু অনিবাৰ্যভাৱে অতিবাহিত হৈছিল। সেনাবাহিনীয়ে ভ্ৰনস্কিৰ জীৱনত এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি ৰাখিছিল। তাৰ কাৰণ নিজৰ সৈন্যদলটোক তেওঁ ভাল পাইছিল। আৰু তাতোকৈ ডাঙৰ কথা, বাহিনীৰ লোকসকলেও তেওঁক ভাল পাইছিল। ভ্ৰন্স্কিক তেওঁলোকে শ্ৰদ্ধা কৰিছিল, কাৰণ অতুল সম্পত্তি, চমৎকাৰ শিক্ষা-দীক্ষা আৰু দক্ষতাৰ অধিকাৰী এই মানুহজনৰ সন্মুখত উচ্চাশা পূৰণৰ সমস্ত পথ উন্মুক্ত থকা সত্ত্বেও তেওঁ নিজৰ বাহিনী আৰু সহকৰ্মী সকলৰ স্বাৰ্থ ৰক্ষা কৰিছিল। সঙ্গী সকলৰ কাৰো ওচৰতে তেওঁ নিজৰ প্ৰেমৰ কথা ব্যক্ত কৰা নাছিল। এনেকি পানোৎসৱৰ মজলিছতো (সঁচা কথা ক'বলৈ গ'লে অতিপাত সুৰাপান কৰি তেওঁ কেতিয়াও নিজৰ ওপৰত নিযন্ত্ৰণ হেৰুৱা নাছিল।) তেওঁ নিজৰ গোপন ৰহস্যৰ ওচৰতো বিশাসঘাতকতা কৰা নাছিল। কোনো দায়িত্বজ্ঞানহীন সহকৰ্মীয়ে তেওঁৰ অবৈধ প্ৰেম সম্পৰ্কে পৰোক্ষভাৱে কিবা কোৱাৰ চেষ্টা কৰিলেও ভ্ৰনস্কিয়ে তৎক্ষণাৎ তেওঁৰ মুখ বন্ধ কৰি দিছিল। কিন্তু তথাপি চহৰৰ প্ৰত্যেকেই তেওঁৰ প্ৰেমৰ কথা জানিছিল—মাদাম কাৰেনিনৰ লগত তেওঁৰ সম্পৰ্কৰ কথা সকলোৱে কম-বেছি পৰিমাণে অনুমান কৰি লৈছিল। এই সংক্ৰান্তত আটাইতকৈ বিৰক্তিকৰ কথাটো আছিল—কাৰেনিনৰ পদমৰ্যাদা, যাৰ ফলত আনাৰ লগত তেওঁৰ অবৈধ সম্পৰ্কৰ বিষয়ত অসামান্য প্ৰচাৰ। আচলতে এই কাৰণেই ডেকাসকলৰ সৰহ সংখ্যকে ভ্ৰন্স্কিক ঈৰ্ষা কৰিছিল।

সৰহ সংখ্যক যুৱতীয়ে আনাক হিংসা কৰিছিল আৰু আনাৰ গুণাৱলীৰ প্ৰশংসা শুনি শুনি ক্লান্ত হৈ পৰিছিল। তেওঁবিলাকে এতিয়া তেওঁলোকৰ ভৱিষ্যৎবাণী সফল হোৱা দেখি আনন্দিত হৈছিল আৰু অপেক্ষা কৰিছিল জনমতে সকলো কথা নিশ্চিতভাৱে উল্টাই দিয়া সময়লৈকে, যাতে তেওঁলোকৰ পুঞ্জীভূত ঘৃণা আনাৰ মূৰৰ ওপৰত জাপি দিব পাৰে। সময় আহিলে বোকা ছটিয়াবৰ কাৰণে এতিয়াৰ পৰা তেওঁলোকে প্ৰস্তুত হ'বলৈ ধৰিলে। আনহাতে অধিকাংশ বয়স্ক আৰু উচ্চপদস্থ লোকে এই সামাজিক কেলেঙ্কাৰীৰ বিষয় লৈ স্বাভাৱিকতে অসন্তুষ্ট হৈছিল।

এই অবৈধ সম্পৰ্কৰ কথা শুনি ভ্ৰনস্কিৰ মাক প্ৰথমতে সন্তুষ্ট হৈছিল। তেওঁৰ মতে উচ্চ সমাজৰ এগৰাকী মহিলাৰ লগত প্ৰেম এজন উজ্জ্বল ভৱিষ্যৎকামী যুৱকৰ পক্ষে তুলিকাৰ শেষ আঁচোৰ। আন একোৰে লগত ইয়াৰ তুলনা নহয়। তেওঁ এই কথা ভাবিও আনন্দিত হৈছিল যে মাদাম কাৰেনিনে, যাক তেওঁৰ ইমান ভাল লাগিছিল আৰু যি নিজৰ ল'ৰাৰ সম্বন্ধে তেওঁৰ লগত ইমান গল্প কৰিছিল—আচলতে তেৱোঁ আন দহজনী সদ্‌বংশজাতা সুন্দৰী ছোৱালীৰ দৰেই— অন্ততঃ কাউন্টেছ ভ্ৰন্‌স্কিৰ সেয়ে ধাৰণা আছিল। কিন্তু পিচত তেওঁ গম পাইছিল যে কেৱল সেনাবাহিনীৰ লগত যুক্ত থকা আৰু অনবৰত মাডাম কাৰেনিনৰ লগত দেখা কৰাৰ কাৰণেই তেওঁৰ ল'ৰাই নিজৰ কৰ্মজীৱনত এটা গুৰুত্বপূৰ্ণ উচ্চ পদ গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছিল আৰু সেই কাৰণে উচ্চ পদাধিকাৰী ৰাজকৰ্মচাৰী আৰু সন্মানিত ব্যক্তিসকল ভ্ৰন্‌স্কিৰ প্ৰতি অসন্তুষ্ট হৈছিল। গতিকে কাউন্টেছ ভ্ৰন্‌স্কিয়ে তেওঁৰ পূৰ্বমত সলনি কৰিছিল। ভ্ৰন্‌স্কি হঠাৎ মস্কোৰ পৰা গুচি যোৱাৰ পিচৰ পৰা মাকৰ লগত তেওঁৰ আৰু দেখা হোৱা নাছিল। গতিকে মাকক দেখা কৰিবলৈ ককায়েকৰ হতুৱাই ভ্ৰন্‌স্কিক মাতি পঠাইছিল।

ককায়েকো ভায়েকৰ ওপৰত অসন্তুষ্ট হৈছিল। ভ্ৰন্‌স্কিৰ এই ভালপোৱাটো তুচ্ছ নে মহান, আবেগিক নে নিৰাবেগ, পাতক নে নিষ্পাপ (নিজৰ ল'ৰা-ছোৱালী থকা সত্ত্বেও এজনী নৰ্তকী তেওঁৰ ৰক্ষিতা আছিল; কাজেই এই বিষয়ে তেওঁৰ মতামত যথেষ্ট উদাৰ আছিল) — সেইটো তেওঁ বিবেচনা কৰি চোৱা নাছিল আৰু তাৰ কাৰণে তেওঁ মূৰ ঘঁমোৱা নাছিল; কিন্তু তেওঁ জানিছিল যে এই ভালপোৱাটোক যি সকলে ভাল পাব লাগিছিল, তেওঁলোকে ভাল নোপোৱাৰ কাৰণে তেৱোঁ ভায়েকৰ আচৰণ অনুমোদন নকৰিলে।

চাকৰি আৰু সমাজৰ উপৰিও আৰু এটা বিষয়ত ভ্ৰন্‌স্কিৰ ভীষণ ৰাপ আছিল— ঘোঁৰা। ঘোঁৰা আছিল ভ্ৰন্‌স্কিৰ অতি প্ৰিয়। এই বছৰ অফিচাৰ সকলৰ মাজত এটা ঘোঁৰদৌৰ প্ৰতিযোগিতা হোৱাৰ কথা। ভ্ৰন্‌স্কিয়ে তাত নাম দিছিল আৰু এজনী বিশুদ্ধ ইংৰাজ বংশজাত ঘোঁৰা কিনিছিল। এটা প্ৰেমসংক্ৰান্ত বিষয়ত জড়িত থাকিলেও, ভ্ৰন্‌স্কিয়ে এক তীব্ৰ অথচ দমিত উত্তেজনা লৈ এই প্ৰতিযোগিতাৰ কাৰণে বাট চাই আছিল।

এই দুই নিচা পৰস্পৰ বিৰোধী নাছিল। বৰং প্ৰেমৰ বাহিৰেও শৰীৰৰ কাৰণে তেওঁৰ দৰকাৰ আছিল কৰ্মব্যস্ততা আৰু বিনোদনৰ।

ক্ৰাছেনোয়ে ছেলোত ঘোঁৰদৌৰৰ দিনা ভ্ৰনস্কি নিৰ্দিষ্ট সময়ৰ কিছু আগতে গোমাংস ভজা খাবৰ কাৰণে কেন্টিনত উপস্থিত হ'ল। নিজকে কঠিন শাসনৰ তলত ৰখাৰ তেওঁৰ কোনো প্ৰয়োজন নাছিল, কাৰণ তেওঁৰ শৰীৰৰ ওজন ঠিকেই আছিল। কিন্তু শৰীৰত যাতে মাংস নাবাঢ়ে তাৰ কাৰণে তেওঁ সাৱধানে থাকিবলগীয়া হৈছিল আৰু সেই কাৰণে তেওঁ মিঠাই আৰু শ্বেতসাৰ জাতীয় খাদ্য সযত্নে এৰাই চলিছিল।

বগা ৱেষ্টকোটৰ ওপৰত তেওঁ এটা বোতাম খোলা কোট পিন্ধিছিল। খোৱাৰ কাৰণে অপেক্ষা কৰাৰ সুযোগতে কিলাকুটি দুটা টেবিলৰ ওপৰত থৈ মেলি ৰখা ফৰাচী উপন্যাস এখনৰ ফালে চাইছিল যাতে তালৈ অহা-যোৱা কৰা অফিচাৰ সকলৰ লগত কথা পাতিব লগা নহয়; তেওঁ চিন্তা কৰি আছিল।

চিন্তা কৰিছিল যে ঘোঁৰদৌৰৰ পিচত আনাই তেওঁৰ লগত দেখা কৰাৰ প্ৰতিশ্ৰুতি দিছে। আজি তিনি দিনে আনাৰ লগত তেওঁৰ দেখা হোৱা নাই। তেওঁৰ স্বামী বিদেশৰ পৰা ঘূৰি আহিছে, গতিকে আজিৰ সাক্ষাৎটো সম্ভৱপৰ হয় নে নহয় তাৰ কোনো নিশ্চয়তা নাই আৰু সেই কথাটো কেনেকৈ জনা যায় তাকো ভাবি পোৱা নাই। বেৎসিৰ গ্ৰীষ্ম আৱাসত আনাৰ লগত তেওঁৰ শেষবাৰ দেখা হৈছিল। কাৰেনিনৰ গ্ৰীষ্ম আৱাসলৈ তেওঁ যথা সম্ভৱ কমেই যায়। কিন্তু এতিয়া তালৈ যাবৰ কাৰণে তেওঁৰ বৰ ইচ্ছা হৈছিল আৰু কেনেকৈ যোৱা যায, সেই কথাটো তেওঁ মনে মনে চিন্তা কৰি আছিল।

"অৱশ্যে মই তালৈ গৈ এই কথা ক'ব পাৰিম যে আনা ঘোঁৰদৌৰলৈ আহে নে নাহে তাক জানিবৰ কাৰণে বেৎসিয়ে মোক তেওঁৰ ওচৰলৈ পঠিযাইছে।" কিতাপৰ পৰা মূৰ তুলি ভ্ৰন্স্কিযে ভাবিলে,"নোযোৱাৰ কি কাৰণ থাকিব পাৰে, তাক মই বুজিবলৈ টান পাইছো।" আনাক দেখা পোৱাৰ সুখ কল্পনা কৰি মুখখন উজলি উঠিল তেওঁৰ।"

"মোৰ ঘৰলৈ কাৰোবাক পঠিয়াই দিযা আৰু কৈ দিযা, এতিয়াই সিহঁতে যেন মোৰ গাড়ীখন আৰু তিনিটা ঘোঁৰা সাজু কৰি ৰাখে," ৰূপৰ থাল এখনত ভজা মাংস লৈ অহা পৰিচাৰকক নিৰ্দেশ দি খাবলৈ আৰম্ভ কৰিলে ভ্ৰন্স্কিয়ে।

বৰষুণ বেছি সময় দিযা নাছিল। বোকাৰ ওপৰেদি পূৰ্ণ গতিত ঘোঁৰা ছুটাই ভ্ৰন্স্কি যেতিয়া নিৰ্দিষ্ট স্থানত উপনীত হ'লহি তেতিয়া সূৰ্যটোৱে পুনৰ ভূমুকি মাৰি চালে। গ্ৰীষ্মবাসবোৰৰ ছাল আৰু বাটৰ দুযো কাষে থকা বাগানৰ বুঢ়া নেমুগছবোৰে সিক্ত দীপ্তিত জলমল কৰিছে। গছৰ ডালবোৰৰ পৰা বৰষুণৰ পানী টোপাটোপে পৰিছে আৰু ছালবোৰৰ ওপৰেদি পানীৰ সোঁত তীব্ৰ গতিত তললৈ নামি আহিছে। বৰষুণ জাকে যে ঘোঁৰদৌৰটো নষ্ট কৰি দিলে, সেই কথা ভবাৰ তেতিয়া ভ্ৰন্স্কিৰ অৱকাশ নাছিল; বৰং খুচী হৈ তেওঁ মনে মনে বৰষুণ জাকক ধন্যবাদ দিছিল। আনাক তেওঁ এতিয়া নিশ্চয ঘৰতে পাব আৰু তেওঁ অকলে অকলে থাকিব, কাৰণ সম্প্ৰতি জলবায়ু পৰিবৰ্তন কৰি বিদেশৰ পৰা স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰা কাৰনিনে পিটাৰ্ছবুৰ্গৰ পৰা এতিয়াও ৰাওনা হোৱা নাই।

আনাক অকলে পোৱাৰ আশাত, সৰু সাঁকোখন পাৰ হোৱাৰ আগতে ভ্ৰন্স্কি গাড়ীৰ পৰা নামিল আৰু খোজকাঢ়ি সদৰ দৰজাৰ বাৰান্দালৈ নগৈ বাগিচালৈ গ'ল আৰু মালীক সুধিলে,"তোমাৰ মালিক আহিছে?"

"নাই, ছাৰ! মালিকনী ঘৰতে আছে। আপুনি সদৰ দৰজাৰ ফালে নাযায় কিয়? চাকৰ-বাকৰবোৰ তাতেই আছে। সিহঁতে দৰজা মেলি দিব?"

"নাই, মই বাগানৰ ভিতৰেদিয়ে যাম।"

ভ্ৰন্স্কি আজি ইয়ালৈ অহাৰ কথা নাছিল। গতিকে ঘোঁৰদৌৰৰ আগতে আনায়ো নিশ্চয় তেওঁক আশা নকৰিব। আনাক অবাক কৰি দিয়াৰ মানসে তৰোৱালখন হাতত লৈ, দুয়োকাষে ফুল ৰোৱা পথটোৰে সাৱধানে ভৰি খুপি খুপি, বাগানৰ ফালে মুখ কৰা ওখ চোতালখনৰ ফালে ধীৰে ধীৰে আগবাঢ়ি গৈ পুৰণি খট্‌খটীটোত উঠিল যাতে কোনো শব্দ নহয়। এনেতে হঠাৎ তেওঁৰ মনত পৰিল— আনাৰ ল'ৰাটোৰ প্ৰশ্নভৰা আৰু প্ৰতিকূল ভাবাপন্ন চকু দুটাৰ কথা। আনা আৰু ভ্ৰন্স্কিৰ সম্পৰ্কৰ মাজত ইয়ে আছিল আটাইতকৈ ডাঙৰ আৰু যন্ত্ৰণাদায়ক প্ৰতিবন্ধক। তাৰ উপস্থিতিত ভ্ৰন্স্কি বা আনা কোনেও এনেকুৱা একো কথা নকয়, এনেকি আকাৰে ইঙ্গিতেও এনেকুৱা একো কথা নকয়, যাক ল'ৰাটোৱে বুজি নাপায়। এই বিষয়ে তেওঁলোকে একো বুজাপৰা কৰা নাছিল, কিন্তু ই আপোনা-আপুনি ঠিক হৈছিল। ল'ৰাটোৰ উপস্থিতিত দুয়ো সাধাৰণ পৰিচিত মানুহৰ দৰে কথা-বাৰ্তা কয়। কিন্তু তেওঁলোকৰ সতৰ্কতা সত্ত্বেও ভ্ৰন্স্কিয়ে প্ৰায়ে লক্ষ্য কৰে, ল'ৰাটোৰ মনোযোগী অথচ বিভ্ৰান্ত দৃষ্টি তেওঁৰ ফালে স্থিৰ হৈ আছে—তেওঁৰ প্ৰতি ল'ৰাটোৰ ব্যৱহাৰত এক আশ্চৰ্য ভীৰুতা আৰু অনিশ্চয়তাৰ ভাব, যি কেতিয়াবা স্নেহময়, কেতিয়াবা শীতল আৰু গহীন। ল'ৰাটোৱে যেন অনুভৱ কৰে, এই মানুহজন আৰু তাৰ মাকৰ মাজত এনে এটা গুৰুত্বপূৰ্ণ বন্ধন আছে, যাৰ অৰ্থ তাৰ অজ্ঞাত।

আচলতে ল'ৰাটোৱে অনুভৱ কৰে যে এই সম্পৰ্কটো সি বুজিব পৰা নাই, ভ্ৰন্স্কিৰ প্ৰতি তাৰ অনুভূতি কেনে হোৱা উচিত, হাজাৰ চেষ্টা কৰিও সি তাক নিৰ্ণয় কৰিব পৰা নাই। মনোভাব সম্পৰ্কে শিশুৰ সংবেদনশীলতাৰ সহায়ত সি স্পষ্টকৈ বুজিব পাৰিছে যে তাৰ দেউতা, গৃহশিক্ষয়িত্ৰী আৰু আয়া, সকলোৱে ভ্ৰন্স্কিক কেৱল অপছন্দ নকৰে, তেওঁৰ প্ৰতি এটা বিতৃষ্ণা আৰু ভয়ৰ ভাবো পোষণ কৰে, যদিও একোকে নকয় সেই সম্পৰ্কে, অথচ মাকে সেই মানুহজনক নিজৰ পৰম বন্ধু বুলি ভাবে। ল'ৰাটোৰ উপস্থিতিয়ে ভ্ৰন্স্কি আৰু আনা উভয়কে জাহাজৰ সেই কেপ্তেইনজনৰ অনুভূতিটোৰ কথাকে মনত পেলাই দিয়ে যি দিক্‌নিৰ্ণয় যন্ত্ৰৰ সহায়ত দেখিবলৈ পাইছে যে জাহাজখন প্ৰকৃত গতিপথৰ পৰা দ্ৰুতগতিত ভালেখিনি আঁতৰি গৈছে, অথচ জাহাজৰ গতিৰোধ কৰাৰ তেওঁৰ ক্ষমতা নাই। এই ক্ষেত্ৰত জীৱন সম্পৰ্কে নিষ্পাপ দৃষ্টিৰ অধিকাৰী এই শিশুটিয়েই তেওঁলোকৰ দিকনিৰ্ণয় যন্ত্ৰ।

যি হওক, ছেৰিওজা ঘৰত নাছিল আৰু আনা অকলে আছিল। ছেৰিওজা ফুৰিবলৈ গৈ বৰষুণৰ কাৰণে বাটতে আটকি গৈছিল। তাক বিচাৰি অনাৰ কাৰণে এজন চাকৰ আৰু এজনী চাকৰণী পঠিয়াই বহি বহি অপেক্ষা কৰিছিল আনাই। এমব্ৰইদাৰী কৰা বগা গাউন এটা পিন্ধি ফুলগছবোৰৰ পাচত বাৰান্দাৰ এচুকত তেওঁ বহিছিল। ভ্ৰন্স্কি

অহাৰ শব্দ শুনিবলৈ পোৱা নাছিল। ক'লা কেঁকোৰা-কেঁকুৰি চুলিটাৰিৰে মূৰটো তললৈ কৰি আনাই ৰেলিঙৰ ওপৰত ৰখা গছত পানী দিয়া এটা ঠাণ্ডা ঝাৰিত নিজৰ কপালখন চেপি ধৰি ভ্ৰন্‌স্কিৰ সুপৰিচিত আঙঠি পিন্ধা তেওঁৰ সুন্দৰ হাত দুখনিৰে পাত্ৰটোত ধৰি আছিল। তেওঁৰ মূৰ, কান্ধ আৰু হাত দুখনৰ সৌন্দৰ্যই বাৰে বাৰে ভ্ৰন্‌স্কিক বিস্ময়াভিভূত কৰি তুলিছিল। স্থিৰ হৈ থিয় হৈ বিহ্বল দৃষ্টিৰে তেওঁ সেই অপৰূপ সৌন্দৰ্যৰ ফালে চাই আছিল। কিন্তু ভ্ৰন্‌স্কিয়ে তেওঁৰ ওচৰলৈ যাবৰ কাৰণে ভৰি আগবঢ়াই দিয়া মাত্ৰকে আনাই তেওঁৰ উপস্থিতিৰ কথা গম পাই ঝাৰিটো ঠেলি তেওঁৰ আৰক্তিম মুখখন ভ্ৰন্‌স্কিৰ ফালে ঘূৰালে।

"কি হৈছে তোমাৰ? তোমাৰ গা ভাল নহয় নেকি?" ফৰাচী ভাষাত প্ৰশ্ন কৰিলে ভ্ৰন্‌স্কিয়ে।

একেছুটে আনাৰ ফালে আগবাঢ়ি যোৱাৰ ইচ্ছা হৈছিল ভ্ৰন্‌স্কিৰ। কিন্তু কোনোবাই দেখিব বুলি ভাবি বাৰান্দাৰ ফালে এবাৰ চকু ফুৰাই চাই ঈষৎ ৰঙা হৈ উঠিল তেওঁৰ মুখখন।

উঠি থিয় হৈ তেওঁৰ প্ৰসাৰিত হাতখনত সহাৰি দি আনাই ক'লে,"নাই, গা ভালেই আছে। কিন্তু ...তোমাক আশা কৰা নাছিলো।"

ভ্ৰন্‌স্কিয়ে ক'লে —"ইস্! ইমান ঠাণ্ডা তোমাৰ হাত দুখন!"

"তুমি মোক আচৰিত কৰি তুলিছা! ঘৰত মই অকলে আছো...। ছেৰিওঝাৰ কাৰণে অপেক্ষা কৰি আছিলো। সি ফুৰিবলৈ গৈছে, এই বাটেদিয়ে উভতি আহিব।" শান্ত হ'বৰ চেষ্টা কৰিলেও আনাৰ ওঁঠ দুটা কঁপি কঁপি উঠে।

"মোক মাফ কৰিবা। তোমাক নেদেখাকৈ দিনটো কটোৱা মোৰ পক্ষে অসম্ভৱ।"

"খং কৰিব লগীয়া একো নাই। মই বৰ আনন্দ পাইছো।"

"কিন্তু তুমি হয় অসুস্থ, নহয় চিন্তিত।" আনাৰ হাত দুখন এৰি নিদিয়াকৈ তেওঁৰ ফালে হালি থিয় হয় ভ্ৰন্‌স্কি।" "কি ভাবিছিলা ইমান পৰে।"

"সকলো সময়তে একেটা কথাকে ভাবোঁ," আনাৰ মুখত মৃদু হাঁহি।

আনাই সঁচা কথাই কৈছে। সদায় এটা কথাই চিন্তা কৰে তেওঁ — চিন্তা কৰে নিজৰ সুখ আৰু দুৰ্ভাগ্যৰ কথা। এইমাত্ৰ তেওঁ ভাবিছিল —"আচ্ছা, অন্যান্যৰ ক্ষেত্ৰত, যেনে বেংসিৰ ক্ষেত্ৰত (তুশকেভিচৰ লগত তেওঁৰ গোপন প্ৰণয় সম্পৰ্কৰ কথা আনাৰ জ্ঞাত আছিল) যি ইমান সহজ, অথচ মোৰ ক্ষেত্ৰত ই ইমান যন্ত্ৰণাদায়ক কিয়?" কিবাকিবি কাৰণত আজি এই চিন্তাটোৱে তেওঁক আৰু বেছি কষ্ট দিছিল। তথাপি ঘোঁৰদৌৰ সম্পৰ্কে ভ্ৰন্‌স্কিক কিছু কথা সুধিলে আনাই। ভ্ৰন্‌স্কিয়ে তেওঁক সকলো প্ৰশ্নৰ উত্তৰ দিলে আৰু তেওঁক ইমান বিচলিত হোৱা দেখি, তেওঁৰ মনটো অন্যফালে ধাবিত কৰিবলৈ চেষ্টা কৰি স্বাভাৱিকভাৱে দৌৰ প্ৰতিযোগিতাৰ প্ৰস্তুতিৰ বিষয়ে সকলো কথা ক'বলৈ আৰম্ভ কৰিলে।

"কথাটো তেওঁক ক'ম নে নক'ম?" ভ্ৰন্‌স্কিৰ শান্ত আৰু প্ৰেমপূৰ্ণ চকু দুটাৰ ফালে চাই ভাবিলে আনাই। তেওঁ ইমান সুখী হৈ আছে, ঘোঁৰদৌৰৰ চিন্তাই তেওঁৰ মনটোক ইমান ব্যস্ত কৰি ৰাখিছে যে মোৰ কথা তেওঁ ঠিকমতে বুজিব নোৱাৰিব —বুজিব নোৱাৰিব আমাৰ কাৰণে এইটোৰ গুৰুত্ব কিমান।"

"কিন্তু মই অহাৰ সময়ত তুমি কি ভাবিছিলা, সেই কথা তুমি মোক কোৱা নাই।" নিজৰ কথা ক'বলৈ এৰি প্ৰশ্নালু চকুৰে চালে ভ্ৰন্‌স্কিয়ে, "কোৱাঁ!"

আনাই কোনো জবাব নিদিলে। মূৰটো সামান্য হলাই চেলাউৰিৰ তলেদি ভ্ৰন্‌স্কিৰ ফালে চালে।

দীঘল ভ্ৰূৰ তলত চিক্‌মিক্ কৰি উঠিল তেওঁৰ নয়নযুগল। বুটলি লোৱা পাত এটাৰে খেলা কৰি থকা তেওঁৰ হাতখনত কঁপনি উঠিল।

"বুজিব পাৰিছো তোমাৰ কিবা এটা হৈছে। তুমি ভাবা নেকি, তোমাৰ বিপদৰ সমভাগী হ'ব নোৱাৰিলে মই মনত শান্তি পাম? ঈশ্বৰৰ দোহাই, তুমি মোক কোৱা, আনা!" পুনৰ অনুৰোধ কৰিলে ভ্ৰন্‌স্কিয়ে।

"তেওঁ যদি বিষয়টোৰ গুৰুত্ব বুজিব নোৱাৰে, তেনেহ'লে মই কোনো দিনে তেওঁক ক্ষমা কৰিব নোৱাৰিম। তাতকৈ বৰং নোকোৱাই ভাল। পৰীক্ষা কৰি কি লাভ?" একেৰাহে তেওঁৰ পিনে চাই পাতটো ধৰি থকা হাতখন বেছিকৈ কঁপাৰ কথা গম পাই ভাবিলে আনাই।

"দোহাই ভগৱানৰ!" পুনৰুক্তি কৰিলে ভ্ৰন্‌স্কিয়ে।

"ক'ম?"

"এৰা, নিশ্চয়, নিশ্চয়..."

ধীৰে ধীৰে মৃদুস্বৰে আনাই ক'লে,"মই অন্তঃসত্ত্বা।"

আগতকৈ জোৰে কঁপিবলৈ ধৰিলে তেওঁৰ হাতৰ পাতটো। কিন্তু ভ্ৰন্‌স্কিয়ে এই খবৰটো কিভাবে গ্ৰহণ কৰে, তাক চাবৰ কাৰণে আনাই তেওঁৰ মুখৰ পৰা চকু নুতুলিলে। পাণ্ডুবৰ্ণ হৈ গ'ল ভ্ৰন্‌স্কি, কিবা এটা ক'বলৈ গৈ ক'ব নোৱাৰিলে, হাত এৰি দি তলমূৰ কৰিলে। "এৰা ঘটনাটোৰ সমস্ত তাৎপৰ্য তেওঁ বুজিছে," আনাই ভাবিলে আৰু কৃতাৰ্থৰ দৰে ভ্ৰন্‌স্কিৰ হাতত এটা মৃদু টিপা মাৰিলে।

কিন্তু এগৰাকী নাৰী হিচাপে তেওঁ ইয়াৰ তাৎপৰ্য যেনেকৈ বুজিছিল, ভ্ৰন্‌স্কিয়ে ঠিক তেনেকৈ বুজা বুলি ভাবি আনাই ভুল কৰিছিল। এই কথাটো শুনি কাৰোবাৰ প্ৰতি যেন ভ্ৰন্‌স্কিৰ ঘৃণা দহগুণ বৃদ্ধি পাইছিল, কিন্তু লগতে তেওঁ এই কথাটোও বুজিছিল যে ইমান দিনে তেওঁ যিহৰ কাৰণে অপেক্ষা কৰি আছিল সেই চৰম ক্ষণটো এতিয়া আহি পৰিছে। এতিয়া আৰু স্বামীৰ পৰা তেওঁলোকৰ সম্পৰ্কটো লুকাই ৰাখিব নোৱাৰিব আৰু এইটো নিশ্চিত হৈ পৰিছিল যে যি কোনো প্ৰকাৰে এতিয়া তেওঁলোকৰ এই অস্বাভাৱিক পৰিস্থিতিটোৰ অৱসান ঘটাব লাগিব।...আনুগত্যৰ দৃষ্টিত আনাৰ ফালে চাই ভ্ৰন্‌স্কিয়ে তেওঁৰ হাতত এটা চুমা খালে আৰু তাৰপিচত নিমাত হৈ আপোন মনে বাৰান্দাত ইফাল সিফাল কৰিবলৈ ধৰিলে।

"তুমি বা মই, কোনেও আমাৰ সম্পৰ্কটোক খেলা বুলি ধৰি লোৱা নাই আৰু এতিয়া আমাৰ ভাগ্য স্থিৰ হৈ গ'ল।" আনাৰ ওচৰলৈ আহি ভ্ৰন্স্কিয়ে চাৰিওফালে এবাৰ চাই ললে। "যি প্ৰবঞ্চনাৰ মাজত আমি বাস কৰিছো, এতিয়া তাক শেষ কৰি দিয়াৰ প্ৰয়োজন।"

"শেষ কৰি দিবা? কেনেকৈ শেষ কৰি দিবা, এলেক্সি?" মৃদু সুৰত প্ৰশ্ন কৰিলে আনাই। এতিয়া তেওঁ বহুখিনি শান্ত হৈ উঠিছে, মৃদু হাঁহিত উদ্ভাসিত হৈ উঠিল তেওঁৰ মুখখন।

"তোমাৰ স্বামীক ত্যাগ কৰি, আমাৰ দুজনাৰ জীৱন এক কৰি তুলি।"

"একতো হৈয়ে আছো," প্ৰায় অস্ফুট স্বৰে আনাই ক'লে।

"জানো, কিন্তু মই ক'বলৈ বিচাৰিছো —সম্পূৰ্ণভাৱে, একেবাৰে সম্পূৰ্ণভাৱে।"

"কিন্তু কেনেকৈ কোৱাঁ, এলেক্সি? কেনেকৈ সেইটো সম্ভৱ হ'ব পাৰে?" নিজৰ অসহায় পৰিস্থিতিত আনাৰ কণ্ঠস্বৰত বিষন্ন উপহাস মূৰ্ত হৈ উঠিল। "এনেকুৱা এটা পৰিস্থিতিৰ পৰা ওলাই আহিবলৈ জানো কিবা এটা পথ আছে? মই জানো মোৰ স্বামীৰ স্ত্ৰী নহয়?"

"যি কোনো পৰিস্থিতিৰ পৰা ওলাই অহাৰ পথ আছে। আমি এটা সিদ্ধান্ত ল'বই লাগিব। তুমি যিভাৱে দিন কটাইছা, তাতকৈ আন যিকোনো পথেই তুলনামূলকভাৱে শ্ৰেয়। মই জানো দেখিবলৈ পোৱা নাই তোমাৰ সমাজ, তোমাৰ ল'ৰা, তোমাৰ স্বামী —সকলোবোৰৰ কাৰণেই তুমি নিজাকে কেনেকৈ কষ্ট দিছা?"

"নাই, স্বামীৰ কাৰণে নহয়," হাঁহি এটা মাৰি আনাই ক'লে। "মই তেওঁক নাজানো, মই তেওঁৰ কথা নাভাবো। তেওঁৰ কোনো অস্তিত্বই নাই।"

"সত্য কথা তুমি কোৱা নাই। মই তোমাক জানো। তেওঁৰ কথা ভাবিও তুমি মনত কষ্ট পোৱা।"

"এনেকি তেওঁ নাজানেও," আনাই ক'লে, আৰু হঠাৎ ৰক্তিম হৈ উঠিল আনাৰ মুখখন, গাল দুখন, কপালখন আৰু ডিঙিটো আৰু লজ্জাৰ অশ্ৰুৰে উপচি উঠিল তেওঁৰ নয়নযুগল । "কিন্তু তেওঁৰ বিষয়ে আমি একো আলোচনা নকৰোঁ।"

সিমান জোৰ দি নকলেও, ইয়াৰ আগতেও ভ্ৰন্স্কিয়ে কেইবাবাৰো চেষ্টা কৰিছিল যাতে আনাই নিজৰ প্ৰকৃত পৰিস্থিতিটোৰ কথা বিবেচনা কৰি চায়। কিন্তু প্ৰতিবাৰতে আচল আনা যেন তেওঁৰ ভিতৰত ক'ৰবাতে লুকাই আছে আৰু তেওঁৰ সলনি যিজনী ছোৱালী আগত আহি উপস্থিত হৈছে, তেওঁক ভ্ৰন্স্কিয়ে নিচিনে, তেওঁক তেওঁ ভাল নাপায়, ভয় কৰে। কিন্তু আজি এই কথাটো মীমাংসা কৰাৰ কাৰণে ভ্ৰন্স্কি একেবাৰে দৃঢ়প্ৰতিজ্ঞ। গতিকে তেওঁ তেওঁৰ সহজাত শান্ত অথচ দৃঢ় স্বৰে ক'লে,"তেওঁ জানক বা নাজানক, তাক লৈ আমি মূৰ ঘঁমাব নালাগে। কিন্তু আমি... তুমি এনেকৈ চলিব নোৱাৰা —বিশেষকৈ এতিয়া।"

"তেনেহ'লে তোমাৰ মতে কি কৰা উচিত?" আনাৰ কণ্ঠস্বৰত সেই একেই বিদ্ৰূপৰ সুৰ।

"সকলো কথা খুলি কৈ তেওঁক ত্যাগ কৰাঁ।"

"বেছ, ধৰি লোৱা মই তাকেই কৰিলো," আনাই ক'লে। "তাৰ পৰা কি ফল হ'ব তাক তুমি জানা? মই আগতেই কৈ দিছো।" আনাৰ কোমল আৰু করুণ চকু দুটাত ঘৃণা আৰু বিদ্বেষৰ জুই জ্বলি উঠিল। "আচ্ছা! তুমি তেনেহ'লে আন এজন পুৰুষক ভাল পোৱা আৰু তাৰ লগত এক পাতকী সম্পৰ্ক স্থাপন কৰিছা? (স্বামীক নকল কৰি কথাবোৰ ক'লে আনাই আৰু ঠিক কাৰেনিনৰ দৰেই 'পাতকী' শব্দটো বিশেষ জোৰ দি তেওঁ উচ্চাৰণ কৰিলে।) "ধৰ্ম, সমাজ আৰু পাৰিবাৰিক দৃষ্টিকোণৰ পৰা মই ইয়াৰ ফলাফল সম্পৰ্কে তোমাক সতৰ্ক কৰি দিছিলো, কিন্তু তুমি মোৰ কথা নুশুনিলা। এতিয়া তুমি মোৰ নামটোকে কলঙ্কিত কৰি তুলিবা, মই সেইটো কোনোমতে হ'ব দিব নোৱাৰোঁ, ...মোটতে চৰকাৰী অফিচৰ দৰে ভঙ্গিমাত, স্পষ্ট আৰু নিখুঁতভাৱে তেওঁ জনাই দিব যে মোক তেওঁ যাবলৈ দিব নোৱাৰিব, বৰং কুৎসা, কেলেঙ্কাৰী বন্ধ কৰাৰ কাৰণে নিজৰ ক্ষমতা অনুযায়ী সকলো ব্যৱস্থাকে তেওঁ গ্ৰহণ কৰিব। আৰু তেওঁ যি ক'ব, নিশব্দে নিশ্চিতভাৱে তাকেই কৰিব। তেওঁ মানুহ নহয়, এলেক্সি, তেওঁ এটা যন্ত্ৰ... খং উঠিলে তেওঁ এটা নিষ্ঠুৰ যন্ত্ৰত পৰিণত হয়।"

"কিন্তু আনা, তেনেহ'লে তেওঁক সকলো কথা ক'ব লাগিব। তাৰপিচত তেওঁ কি কৰে, সেই কথা জানি, আমি আমাৰ পথ নিৰ্ণয় কৰিব লাগিব।"

"পলাই যাম?"

"কিয় নপলাম? এইদৰে আমি কেনেকৈ চলিম ভাবি পোৱা নাই। মোৰ কাৰণে নহয়...। দেখিছো তুমি বৰ কষ্ট পাইছা!"

"এৰা পলাই যাম, আৰু তোমাৰ ৰক্ষিতা হ'ম," খং কৰি আনাই ক'লে।

"আনা!" ভৰ্ৎসনাপূৰ্ণ নৰম সুৰত ভ্ৰন্‌স্কিয়ে ক'লে।

আচলতে যিগৰাকী মাতৃয়ে নিজৰ স্বামীক ত্যাগ কৰিছে, তেওঁৰ লগত ভৱিষ্যতে তেওঁৰ সন্তানে কেনে ব্যৱহাৰ কৰিব তাকে ভাবি আনা আতঙ্কিত হৈ উঠে। সেই কাৰণে মিথ্যা যুক্তি প্ৰদৰ্শন কৰি আৰু আগৰ দৰে সকলো চলি থকা উচিত বুলি নিজাকে আশ্বস্ত কৰাৰ প্ৰয়াস কৰে আনাই।

হঠাৎ ভ্ৰন্‌স্কিৰ হাতত ধৰি সম্পূৰ্ণ এক নতুন আন্তৰিকতাপূৰ্ণ কোমল সুৰত আনাই কৈ উঠিল,"মই তোমাক অনুনয় কৰি কৈছো, এলেক্সি তুমি আৰু কেতিয়াও মোক সেই কথা নক'বা।"

"কিন্তু আনা!"

"নাই, কেতিয়াও নকবা। কথা দিয়াঁ!...নাই, নাই, কথা দিয়াঁ!"

"মই তোমাক যিকোনো প্ৰতিশ্ৰুতি দিব পাৰো। কিন্তু মোৰ পক্ষে সহজ হোৱা সম্ভৱ নহয়, বিশেষকৈ তুমি যি কথা ক'লা তাক শুনাৰ পিচত?"

"মই? এৰা, মাজে মাজে মই নিজাকে কষ্ট দিওঁ সঁচা। কিন্তু তুমি যদি কোনোদিনে

মোক সেইবোৰ কথা নোকোৱা, তেনেহ'লে সেইটো কাটি যাব। তুমি সেইবোৰ কথা ক'লেই মই কষ্ট পাওঁ।"

"বুজিব পৰা নাই।"

"তোমাৰ দৰে এজন সৎ প্ৰকৃতিৰ মানুহৰ পক্ষে মিছা কথা কোৱাটো কিমান কষ্টকৰ সেই কথা মই জানো। তোমাৰ কাৰণে মোৰ বৰ দুখ লাগে। মাজে মাজে ভাবোঁ, মোৰ কাৰণে তুমি নিজৰ জীৱনটো নষ্ট কৰি পেলালা!"

"ময়ো ঠিক সেই কথাটোকে চিন্তা কৰিছিলো, ভাবিছিলো মোৰ কাৰণে কেনেকৈ তুমি সকলোকে ত্যাগ কৰিব পাৰিলা? তুমি যে দুৰ্ভাগিনী ইয়াৰ কাৰণে নিজকে মই ক্ষমা কৰিব নোৱাৰিম।"

"মই দুৰ্ভাগিনী?" ভ্ৰন্স্কিক নিজৰ ওচৰলৈ টানি নি আনাই তেওঁৰ মুখৰ ফালে চাই থাকিল। আনাৰ মুখত আবেগৰ এমোকোৰা হাঁহি। "মই দুৰ্ভাগিনী? নাই, এয়েতো মোৰ পৰম সৌভাগ্য..."

ল'ৰাৰ কণ্ঠস্বৰ শুনি আনাই বুজিব পাৰিলে ছেৰিওঝা তেওঁলোকৰ ফালেই আগুৱাই আহিছে। আনাই প্ৰাঙ্গণৰ ফালে চকু ফুৰাই ততালিকে থিয় হৈ আঙঠি পিন্ধা হাত দুখনেৰে ভ্ৰন্স্কিৰ মূৰটো চেপি ধৰিলে আৰু তেওঁৰ ওঁঠ দুটা আৰু চকু দুটা চুমাৰে ওপচাই দি ভ্ৰন্স্কিক আঁতৰলৈ ঠেলি দিলে। হয়তো তেওঁ গুচিয়ে গ'লহেঁতেন, কিন্তু ভ্ৰন্স্কিয়ে তেওঁক পাচফালৰ পৰা ধৰি ৰাখি ফুচ্ফুচাই প্ৰশ্ন কৰিলে, "কেতিয়া?"

"আজি নিশা এক বজাত," দীৰ্ঘশ্বাস পেলাই খোজ ল'লে ল'ৰাটোৰ ফালে। "মই এতিয়াই ঘোঁৰদৌৰ চাবলৈ যোৱাৰ কাৰণে প্ৰস্তুত হব লাগিব। বেৎসি আহি মোক লৈ যাব বুলি কথা দিছে।"

নিজৰ ঘড়ীটোৰ ফালে এবাৰ চাই দ্ৰুতপদে ওলাই গ'ল ভ্ৰন্স্কি।

ভ্ৰন্স্কিয়ে শেষবাৰৰ কাৰণে প্ৰতিদ্বন্দ্বী সকলৰ ফালে চকু ফুৰাই চালে, কাৰণ তেওঁ জানিছিল, এবাৰ দৌৰ আৰম্ভ হৈ গ'লে তেওঁ আৰু সিহঁতক দেখাৰ সুযোগ নাপাব। দুজন ইতিমধ্যে দৌৰ আৰম্ভ কৰা ঠাইখিনিৰ ফালে আগুৱাই গৈছে। ভ্ৰন্স্কিৰ এজন বন্ধু আৰু দুৰ্দান্ত প্ৰতিযোগী গালৎছিনে এটা বাদামী ৰঙৰ ঘোঁৰাৰ পিঠিত উঠিবলৈ চেষ্টা কৰিছে, কিন্তু উঠিবলৈ দিয়া নাই। আটিল বিচেছ পিন্ধা আৰু ইংৰাজ জকিবিলাকৰ দৰে জিনৰ পাচফালে মেকুৰীৰ দৰে কুঁচিমুচি বহা এজন চুটি-চাপৰ অশ্বাৰোহী সৈনিক জোৰ কদমত ঘোঁৰা ছুটাই আগুৱাই আহিছে। প্ৰিন্স কুঝভলেভ শেঁতা মুখে এজনী ঘোঁৰাৰ পিঠিত বহি আছে আৰু এজন ইংৰাজ চহিচে লাগামত ধৰি ঘোঁৰাটোক আগুৱাই লৈ গৈছে। ভ্ৰন্স্কিৰ প্ৰধান প্ৰতিদ্বন্দ্বী গ্ৰেডিয়েতৰৰ আৰোহী মেহোতিনক মাথোন তেওঁ দেখা নাপালে।

চহিচ কৰ্ডে ক'লে, "হুৰমূৰ নকৰিব, ফ্ৰাউ ফ্ৰাউক নিজৰ ইচ্ছামতে যাবলৈ দিব।"

"ঠিক আছে, ঠিক আছে," লাগামত ধৰি ভ্ৰন্স্কিয়ে ক'লে।

"পাৰিলে দৌৰত সবাৰো আগত ঘোঁৰা ছুটাব, কিন্তু পিচ পৰি গ'লেও শেষ মুহূৰ্ত পৰ্যন্ত হতাশ নহ'ব।"

ঘোঁৰাজনীয়ে লৰচৰ্ কৰিবলৈ সময় নৌপাওঁতেই ভ্ৰন্স্কিয়ে ৰেকাবত ভৰি দি জিনৰ ওপৰত ভালকৈ বহি ললে।

দৰ্শক মণ্ডপৰ সমুখত তিনি মাইল জুৰি উপবৃত্তাকাৰ পথটোত যি ঘোঁৰদৌৰ প্ৰতিযোগিতা অনুষ্ঠিত হ'বলৈ ওলাইছে তাত মোটতে সোতৰ গৰাকী অফিচাৰে প্ৰতিদ্বন্দ্বিতা কৰিছে। প্ৰতিযোগিতাত নটা প্ৰতিবন্ধকৰ ব্যৱস্থা কৰা হৈছে— এটা পানীৰ সোঁত, দৰ্শক-মণ্ডপৰ ঠিক সন্মুখতে পাঁচ ফুট ওখ এখন দেৱাল, এটা শুকান খাল, এটা পানীৰে ভৰপূৰ খাল, এটা ঢাপ, এটা আইৰিশ বেৰিকেড (সবাতোকৈ কঠিন প্ৰতিবন্ধক) —বোকা আৰু গছৰ ডালপাত আদিৰে তৈয়াৰ কৰা এখন বেৰা আৰু তাৰ ঠিক সিকাষত ঘোঁৰাৰ চকুত নপৰা এটা খাল; ফলত ঘোঁৰাবোৰে দুটা বাধা একেলগে পাৰ হ'ব লাগিব নইবা অশেষ কষ্ট ভুগিব লাগিব; তাৰ পাচত আৰু দুটা পানীৰে ভৰা আৰু এটা শুকান খাল। দৰ্শক মণ্ডপৰ ঠিক মুখামুখি ঠাইখিনিলৈ আহি প্ৰতিযোগিতাটো শেষ হ'ব। কিন্তু সেইটো আৰম্ভ হ'ব মূল খেলপথাৰৰ পৰা দুশ গজ আঁতৰত—যাৰ ঠিক সন্মুখতে আছে প্ৰথমটো প্ৰতিবন্ধক— সাত ফুট বহল পানীৰ সোঁতটো —যাক প্ৰতিযোগী সকলে তেওঁলোকৰ ইচ্ছামতে লফিয়াই বা খোজকাঢ়ি পাৰ হ'ব পাৰে।

তিনিবাৰ অশ্বাৰোহী সকলে শাৰী-পাতি থিয় হ'ল। কিন্তু প্ৰতিবাৰতে কাৰো নহয় কাৰো ঘোঁৰা আগুৱাই গ'ল। ফলত পুনৰ আৰম্ভ কৰিবলগীয়া হ'ল প্ৰথমৰ পৰা। কৰ্নেল শেস্ত্ৰিন, যি দৌৰ আৰম্ভ কৰাৰ নিৰ্দেশ দিছিল— অধৈৰ্য হৈ উঠিল। অৱশেষত চতুৰ্থবাৰৰ চেষ্টাত তেওঁ 'যোৱা' বুলি কোৱাৰ লগে লগে প্ৰতিযোগিতা আৰম্ভ হ'ল।

অতিৰিক্ত মানসিক উত্তেজনাৰ কাৰণে ফ্ৰাউ-ফ্ৰাউৱে সময়মতে দৌৰ আৰম্ভ কৰিব নোৱাৰিলে, কিন্তু জলস্ৰোতটোৰ ওচৰ পোৱাৰ আগতে ভ্ৰন্স্কিয়ে অতি সহজে তিনিজন আৰোহীক পাচত পেলাই থৈ আহিল। তেওঁৰ ঠিক সন্মুখতে মেহোতিনৰ গ্ৰেডিয়েতৰ যাৰ পাচফালৰ ঠেং দুখন হালকা আৰু ছন্দোবদ্ধ তালত ক্ৰমে উঠা-নমা কৰিছে। আৰু সকলোৰে আগত মৃতপ্ৰায় কুঝভলেভক কঢ়িয়াই লৈ গৈছে অতি সুন্দৰ এজনী ঘোঁৰা ডিয়ানাই। ডিয়ানা আৰু গ্ৰেডিয়েতৰ প্ৰায় একে সময়তে জলস্ৰোতটো জঁপিয়াই পাৰ হৈ গ'ল । সিহঁতক অনুসৰণ কৰি ফ্ৰাউ-ফ্ৰাউও যেন ডেউকা মেলি আকাশলৈ উৰি গ'ল। ভ্ৰন্স্কিয়ে লক্ষ্য কৰিলে যে জলস্ৰোতৰ আনটো পাৰত য'ত ফ্ৰাউ-ফ্ৰাউৱে মাটিত ভৰি নমাব, ঠিক তাতেই কুঝভলেভৰ হাতৰ পৰা লাগাম খহি পৰিল আৰু ডিয়ানাই মূৰ জোকাৰি তেওঁক মাটিত পেলাই দিলে আৰু ফ্ৰাউ-ফ্ৰাউ সিহঁতক পাৰ হৈ মাটিত নামিল।

"বাঃ সোণজনী মোৰ!" মনে মনে ভাবিলে ভ্ৰন্স্কিয়ে।

ইতিমধ্যে ঘোঁৰাজনীক সম্পূৰ্ণ নিয়ন্ত্ৰণ কৰি ভ্ৰন্স্কিয়ে মেহোতিনৰ পাচে পাচে গৈ

ডাঙৰ প্ৰতিবন্ধকটো পাৰ হৈ যাব। তাৰপিচত বাকী থকা প্ৰায় পাঁচশ গজ পথ অতিক্ৰম কৰাৰ সময়ত তাক পিচ পেলাবলৈ চেষ্টা কৰিব।

জাৰ-মণ্ডপৰ সন্মুখত আছে বিৰাট প্ৰতিবন্ধকটো। জাৰ, সভাষদ সকল আৰু জনতাৰ দৃষ্টি এতিয়া ভ্ৰন্‌স্কি আৰু মেহোতিনৰ ওপৰত। ক্ৰমশঃ সিহঁত আগুৱাই গৈছে সেই কঠিন প্ৰতিবন্ধকটোৰ ফালে যাক সিহঁতে 'চয়তান' বোলে। ভ্ৰন্‌স্কিয়ে অনুভৱ কৰিছিল, চাৰিওফালৰ পৰা সকলোৱে তেওঁক লক্ষ্য কৰিছে। কিন্তু নিজৰ ঘোঁৰাজনীৰ কাণ আৰু ঘাৰ, দৌৰ—পথ আৰু আগে আগে যোৱা গ্ৰেডিয়েতৰৰ পাচফাল আৰু বগা ঠেং দুখনৰ বাহিৰে একোকে দেখা নাছিল তেওঁ। গ্ৰেডিয়েতৰে একে জাঁপে একোকে স্পৰ্শ নকৰাকৈ সৰু নেজডাল দুলাই ভ্ৰন্‌স্কিৰ দৃষ্টিপথৰ পৰা অদৃশ্য হৈ গ'ল।

কোনোবাই চিঞৰ মাৰি উঠিল,"চাবাচ!"

ঠিক সেই মুহূৰ্ততে প্ৰতিবন্ধকটোৰ কাঠৰ তক্তাবোৰে যেন ভ্ৰন্‌স্কিৰ চকুত ছাট্ মাৰি ধৰিলে। গতিবেগ অলপো পৰিবৰ্তন নকৰি জঁপিয়াই উঠিল ফ্ৰাউ-ফ্ৰাউ... তক্তাবোৰ অদৃশ্য হৈ গ'ল। পাচৰফালে কেৱল এটা আঘাতৰ শব্দ শুনিবলৈ পালে ভ্ৰন্‌স্কিয়ে। গ্ৰেডিয়েতৰ আগত থকাৰ কাৰণে উত্তেজিত হৈ ফ্ৰাউ-ফ্ৰাউৱে প্ৰতিবন্ধকটোৰ বহু আগৰ পৰাই জাঁপ মাৰিলে, ফলত তাইৰ পাচফালৰ খুৰা দুটাত ঘঁহনি লাগিল। তথাপি গতিবেগৰ সামান্যতমো পৰিৱৰ্তন নহ'ল— গ্ৰেডিয়েতৰৰ লগত তাইৰ দূৰত্ব একেদৰেই থাকিল। ভ্ৰন্‌স্কিযে ভাবিছিল, এইটোৱেই মেহোতিনক পাচ পেলাই আগবাঢ়ি যোৱাৰ প্ৰশস্ত সময়। ফ্ৰাউ-ফ্ৰাউৱে যেন ভ্ৰন্‌স্কিৰ মনৰ কথাটো বুজি পালে। বিনা প্ৰৰোচনাতে গতিবেগ বঢ়াই ভিতৰৰ ফালেদি মেহোতিনৰ কাষ কাষে আগুৱাই যোৱাৰ চেষ্টা কৰিলে। কিন্তু মেহোতিনে পথ এৰি নিদিলে। ভ্ৰন্‌স্কিযে ভাবিছিল এইবাৰ বাহিৰৰ ফালেদি আগুৱাই যোৱাৰ চেষ্টা কৰিলে ভাল হ'ব। আৰু ফ্ৰাউ-ফ্ৰাউৱেও ঠিক তেতিযাই গতিপথ পৰিবৰ্তন কৰি বাহিৰৰ ফালেদিয়েই ওলাই যোৱাৰ চেষ্টা কৰিলে। ফ্ৰাউ-ফ্ৰাউৰ ঘামতে ভিজি উঠা পিঠিখন এতিয়া গ্ৰেডিয়েতৰৰ পাচফালৰ ঠেংৰ লগত একে ৰেখাতে আগুৱাই আহিছে। কিছুদূৰ বাট দুয়ো ওচৰা-উচৰিকৈ গৈ থাকিল। কিন্তু যিটো প্ৰতিবন্ধকৰ ওচৰলৈ সিহঁত আহিছিল তাৰ আগত বাহিৰৰ বৃত্তটোৰে যাতে যাব লগা নহয়। তাৰ কাৰণে ভ্ৰন্‌স্কিয়ে লাগাম চলাবলৈ ধৰিলে আৰু ততালিকে একেবাৰে ঢাপটোৰ ওপৰতেই এৰি গ'ল মেহোতিনক। বোকাৰ ছিটিকনি লগা তাৰ মুখখনত যেন ভ্ৰন্‌স্কিযে মৃদু হাঁহি দেখিবলৈ পালে।

পৰবৰ্তী প্ৰতিবন্ধক দুটা সহজে পাৰ হৈ আহি ভ্ৰন্‌স্কিয়ে গম পালে যে গ্ৰেডিয়েতৰ সিহঁতৰ ভালেখিনি ওচৰলৈ আগুৱাই আহিছে। ইঙ্গিত দিয়া মাত্ৰকে ফ্ৰাউ-ফ্ৰাউৱে গতিবেগ বঢ়ালে আৰু গ্ৰেডিয়েতৰৰ খুড়াৰ শব্দ শুনিবলৈ পোৱা গ'ল আগৰ দূৰত্বৰ পৰা। এবাৰ পাচফালে চাবৰ কাৰণে ভ্ৰন্‌স্কিৰ ইচ্ছা হৈছিল যদিও সেইটো কৰিবলৈ তেওঁৰ সাহস নহ'ল। এতিয়া তেওঁৰ সমুখত আছে সবাতোকৈ কঠিন আইৰিশ প্ৰতিবন্ধকটো। এইটো যদি সকলোৰে আগতে পাৰ হৈ যাব পাৰে, তেনেহ'লে তেওঁৱেই

প্ৰথম হ'ব। ভ্ৰন্‌স্কি আৰু ফ্ৰাউ-ফ্ৰাউ উভয়ে দূৰৰ পৰা আহিবিশ প্ৰতিবন্ধকটো দেখিবলৈ পালে। মুহূৰ্তৰ কাৰণে দুয়ো দ্বিধাগ্ৰস্ত হৈ উঠিল। ঘোঁৰাটোৰ কাণ দুখনত অনিশ্চয়তা ফুটি উঠা দেখি ভ্ৰন্‌স্কিয়ে চাবুক তুলিলে । কিন্তু লগে ল'গে তেওঁ অনুভৱ কৰিলে যে তেওঁৰ ভয়টো ভিত্তিহীন। তেওঁ আশা কৰা মতে ফ্ৰাউ-ফ্ৰাউৱে গতি বঢ়াই দি জঁপিয়াই খালটো পাৰ হৈ দৃঢ়ৈত মাটিত নামিল আৰু অনায়াহে একে ছন্দে আৰু একে গতিত পুনৰ দৌৰি গ'ল আগৰ ফালে।

"চাবাচ, ভ্ৰন্‌স্কি!" প্ৰতিবন্ধকটোৰ ওচৰত থিয় হৈ থকা এদল মানুহে চিঞৰ মাৰি উঠিল। ভ্ৰন্‌স্কিয়ে জানিছিল যে সিহঁত তেওঁৰ বাহিনীৰে বন্ধু-বান্ধৱ। দেখিবলৈ নাপালেও ইয়াজভিনৰ মাতটো তেওঁ বুজি পাইছিল।

ভ্ৰন্‌স্কিৰ সমুখত এতিয়া মাথোন পাঁচফুট বহল পানীৰ খালটো। তেওঁ অনুভৱ কৰিছিল, ঘোঁৰাজনীৰ সমস্ত সঞ্চিত শক্তি প্ৰায় শেষ হৈ আহিছে। কেৱল ঘাৰ আৰু পিঠিয়েই নহয়, ফ্ৰাউ-ফ্ৰাউৰ কেশৰ, মূৰ আৰু তীক্ষ্ণ কাণ দুখনতো এতিয়া ঘামৰ বিন্দু জমি উঠিছে আৰু তাই খৰকৈ উশাহ-নিশাহ লৈছে। কিন্তু তেওঁ জানিছিল যে তাইৰ অৱশিষ্ট শক্তিখিনি বাকী পাঁচশ গজ পথৰ পক্ষে যথেষ্টতকৈও বেছি।

একোকে লক্ষ্য নকৰি যেন চৰাইৰ দৰে উৰি খালটো পাৰ হৈ আহিল ভ্ৰন্‌স্কি। কিন্তু সেই মুহূৰ্ততে আতঙ্কিত হৈ অনুভৱ কৰিলে, তেওঁ ঘোঁৰাৰ গতিবেগৰ লগত তাল ৰাখিব পৰা নাই —এটা ভয়াবহ আৰু অমাৰ্জনীয় ভুল কৰি পেলাইছে। তেওঁ, যিকোনো কাৰণেই হওক, জিনৰ ওপৰত ঠিক মতে বহিব পৰা নাই। কি হৈছে তাক বুজাৰ আগতে বেগাই ঘোঁৰা চেকুৰাই মেহোতিন পাৰ হৈ গ'ল। ভ্ৰন্‌স্কিৰ এখন ভৰিয়ে তেতিয়া মাটি স্পৰ্শ কৰিছে আৰু তেওঁৰ ঘোঁৰাজনীৰ ঠেং ভাগিছে। তেওঁ কোনোমতে ৰেকাবৰ পৰা ভৰিখন মুক্ত কৰিলে। ফ্ৰাউ-ফ্ৰাউ কাতি হৈ লুটি খাই পৰিল আৰু ঘাৰখন তুলি বৃথাই চেষ্টা কৰিলে পুনৰ উঠি বহিবলৈ... ভ্ৰন্‌স্কিৰ ভৰিৰ ওচৰত ছটফট্ কৰিবলৈ ধৰিলে আহত চৰাই এটাৰ দৰে। ভ্ৰন্‌স্কিৰ মূৰ্খামিৰ কাৰণে তাইৰ পিঠিৰ হাড় ভাগি গৈছিল। কিন্তু এইবোৰ কথা তেওঁ বুজিব পাৰিছিল বহুত পিচত। সেই মুহূৰ্তত তেওঁ কেৱল দেখিলে, মেহোতিন তীব্ৰ গতিত তেওঁৰ ওচৰেদি ঘোঁৰা চেকুৰাই গুচি গৈছে। বোকাৰ মাজত তেওঁ অকলে থিয় হৈ আছে। নিস্পন্দ হৈ ...আৰু ফ্ৰাউ-ফ্ৰাউৱে মূৰটো পাচৰ ফালে ঘূৰাই সুন্দৰ চকু দুটাৰে তেওঁৰ ফালে চাই আছে। কি ঘটনা ঘটিছে তাক তেতিয়াও ঠিক মতে বুজিব নোৱাৰি ঘোঁৰাৰ লাগামত ধৰি টানিবলৈ ধৰিলে ভ্ৰন্‌স্কিয়ে। পুনৰ আগঠেং দুখনত শৰীৰৰ ভৰ দি থিয় হ'বলে চেষ্টা কৰিলে তাই, কিন্তু পিঠিখন তুলিব নোৱাৰি পুনৰ কাতৰ হৈ মাটিত লুটি খাই পৰিল। ভ্ৰন্‌স্কিৰ মুখখন তেতিয়া শেঁতা পৰি গৈছে আৰু তলৰ ঠকুৰাটো থকৃথকৃকৈ কঁপিছে। জোতাৰ হিলেদি তাইৰ পেটত গোৰ মাৰি পুনৰ লাগামত ধৰি টানিবলৈ ধৰিলে। ফ্ৰাউ-ফ্ৰাউৱে লৰাচৰ্ নকৰিলে, কেৱল নাকটো মাটিত গুঁজি দুচকুত নীৰৱ ভাষা লৈ চাই থাকিল তাইৰ প্ৰভুৰ পিনে।

"হায়! ইস্! কি কৰিলো মই!" দুয়োখন হাতেৰে মুৰটো চেপি ধৰি চিঞৰ মাৰি উঠিল ভ্ৰন্স্কি। "দৌৰৰ বাজিত হাৰি গ'লো। দোষটো কেৱল মোৰেই। কি যে লজ্জাজনক আৰু অমাৰ্জনীয় অপৰাধ!... বেচেৰী ঘোঁৰাজনীক মই হাতে-হাতে হেৰুৱালো! হায় হায়, মই কি কৰিলো!"

এজাক মানুহ —এজন ডাক্তৰ আৰু তেওঁৰ সহকাৰী আৰু ভ্ৰন্স্কিৰ বাহিনীৰ বিষয়াবৰ্গ তেওঁৰ ফালে দৌৰি আহিল। ভ্ৰন্স্কিৰ শৰীৰত অলপো আঘাত লগা নাই। ঘোঁৰাজনীৰ পিঠি ভাগি গৈছে। স্থিৰ হ'ল গুলী কৰা হ'ব। ভ্ৰন্স্কিয়ে কোনো উত্তৰ দিব পৰা নাছিল, কাৰো লগত কথাও ক'ব পৰা নাছিল। মূৰৰ পৰা পৰি যোৱা টুপীটো বুটলি নৌলে খেল-পথাৰৰ পৰা আগুৱাই আহিবলৈ ধৰিলে তেওঁ। কিন্তু ক'লৈ যাব, তাকো তেওঁ নাজানে। জীৱনত এই প্ৰথম তিক্ততম দুৰ্ভাগ্যৰ আস্বাদ পালে তেওঁ, যি দুৰ্ভাগ্যৰ কোনো প্ৰতিকাৰ নাই, যি তেওঁৰ নিজৰেই দোষৰ ফল।

টুপীটো তুলি লৈ ইয়াশভিনে ভ্ৰন্স্কিক লগ ধৰিলে আৰু ঘৰত থৈ আহিল। আধাঘন্টা পিচত ভ্ৰন্স্কি প্ৰকৃতিস্থ হ'ল। কিন্তু এই দৌৰৰ স্মৃতি বহুকাল তেওঁৰ মনত জীৱনৰ আটাইতকৈ দুঃসহ যন্ত্ৰণাদায়ক স্মৃতি হৈ আছিল।

কাৰেনিন যেতিয়া ঘোঁৰদৌৰৰ পথাৰত উপস্থিত হৈছিল, তেতিয়া আনা দৰ্শক মণ্ডপত বেৎসিৰ ওচৰত বহি আছিল। তেওঁ দূৰৈৰ পৰা স্বামীক দেখা পাইছিল। তেওঁ যেনেদৰে মহিলাসকলৰ শৰীৰৰ ফালে চাইছিল তাৰপৰা আনাই স্পষ্টকৈ বুজিব পাৰিছিল যে কাৰেনিনে চিধাচিধি ৰেচমী পোছাক, ফিতা, চুলি আৰু ছাতি আৰু ফুলৰ সমুদ্ৰৰ মাজৰ পৰা তেওঁক চিনিব পৰা নাছিল যে তেওঁ তেওঁকেই বিচাৰিছে, কিন্তু আনাই ইচ্ছা কৰিয়ে তেওঁক নেদেখা ভাও জুৰিছিল।

"এলেক্সি আলেক্জান্দ্ৰোভিচ!" বেৎসিয়ে তেওঁক আহ্বান কৰিলে,"আপুনি নিশ্চয় আপোনাৰ স্ত্ৰীক বিচাৰি পোৱা নাই? এই যে তেওঁ ইয়াতে!"

"ইয়াত ইমান জাকজমকতা যে চকুত ছাট মাৰি ধৰে," স্ত্ৰীৰ ফালে চাই মিচিক্ কৰে হাঁহি কাৰেনিনে ক'লে। তাৰপিচত বেৎসি আৰু অন্যান্য পৰিচিত ব্যক্তিসকলক সম্ভাষণ জনাই, দৰ্শক সকলৰ ওচৰত থিয় হৈ থকা এজন এড্জুটেন্ট জেনেৰেলৰ লগত কথা-বতৰা পাতিবলৈ আৰম্ভ কৰিলে।

কাৰেনিনৰ স্পষ্ট আৰু পৰিমিতি কণ্ঠস্বৰ আনাই শুনিবলৈ পাইছিল। তেওঁৰ প্ৰতিটো কথাকে আনাই মিছা বুলি ভাবিছিল। প্ৰতিটো কথাই কাণত বেজবেজাই বিন্ধিছিল। তিনি মাইল ব্যাপী ঘোঁৰদৌৰটো তেতিয়া আৰম্ভ হওঁ হওঁ হৈছিল। আনাই আগৰ ফালে হালি বহি একেথৰে ভ্ৰন্স্কিৰ ফালে চাই আছিল । ভ্ৰন্স্কিৰ কাৰণে তেওঁ নিদাৰুণ উদ্বেগ আৰু মানসিক যন্ত্ৰণা অনুভৱ কৰিছিল। কিন্তু তাতোকৈ বেছি যন্ত্ৰণা অনুভৱ কৰিছিল স্বামীৰ কথা কোৱাৰ ধৰণ আৰু কৰ্কশ সুৰত।

"মই এজনী দুষ্টা নাৰী, ভ্ৰষ্টা নাৰী," আনাই ভাবিছিল, "কিন্তু মই মিছা কথা কোৱাটো পছন্দ নকৰোঁ। মিছা কথা মই সহ্য কৰিব নোৱাৰোঁ, কিন্তু এই মিথ্যাই তেওঁৰ খোৰাক। তেওঁ সকলো জানে, সকলোকে দেখিছে; অথচ ইমান শান্তভাৱে তেওঁ কথা ক'বলৈ পাৰিছে যেতিয়া, তেওঁৰ কথাৰেইবা মূল্য কিমান? তেওঁ যদি মোক খুন কৰিলেহেঁতেন, অথবা খুন কৰিলেহেঁতেন ভ্ৰন্স্কিক, তেনেহ'লে মই তেওঁক বৰং সন্মান কৰিলোহেঁতেন। কিন্তু নাই, তেওঁৰ দৰকাৰ কেৱল মিথ্যা আৰু শোভনতাৰ," নিজকে বুজাইছিল আনাই, কিন্তু ভবা নাছিল আচলতে তেওঁ স্বামীৰ পৰা কি পাবলৈ বিচাৰিছে, কি ৰূপত তেওঁক চাবলৈ বিচাৰিছে। নাইবা তেওঁ এই কথাটোও বুজিব পৰা নাছিল যে স্বামীৰ এই অতি বিৰক্তিকৰ বাগ্‌বাহুল্য তেওঁৰ অন্তৰৰ উদ্বেগ আৰু অস্থিৰতাৰ প্ৰকাশ মাত্ৰ।

দৌৰ আৰম্ভ হোৱাৰ লগে লগে দৰ্শকমণ্ডলীৰ মাজত কথা-বতৰা বন্ধ হৈ গ'ল। এই বিষয়ত কাৰেনিনৰ তিলমানো আগ্ৰহ নাছিল। গতিকে অশ্বাৰোহীসকলৰ ফালে নাচাই, তেওঁ ক্লান্ত চকুৰে দৰ্শকসকলৰ ফালে চাবলৈ ধৰিলে। অৱশেষত আনাৰ ফালে তেওঁৰ দৃষ্টি স্থিৰ হ'ল। আনাৰ মুখখন শেঁতা আৰু কঠোৰ। দেখ্‌দেখ্‌কৈ এজনৰ বাহিৰে আন কাকো দেখা নাছিল তেওঁ । তৰাতৰিকৈ তেওঁৰ ফালৰ পৰা মুখ ঘূৰাই আনি আন আন দৰ্শকৰ মুখ পৰীক্ষা কৰি চাবলৈ ধৰিলে কাৰেনিনে। এৰা, সৌপিনে সেই মহিলা গৰাকী... আৰু অন্যান্য লোকো যথেষ্ট উত্তেজিত... সেইটো। একেবাৰে স্বাভাৱিক কথা, নিজকে প্ৰবোধ দিলে তেওঁ । আনাৰ ফালে নাচাবলৈ চেষ্টা কৰিছিল কাৰেনিনে, কিন্তু অনিচ্ছা সত্ত্বেও পুনৰ তেওঁৰ ফালে চকু পৰিল কাৰেনিনৰ। আৰু যিটো কথা জানিবলৈ তেওঁ বিচৰা নাছিল, আতঙ্কিত হৈ আনাৰ মুখত স্পষ্টকৈ সেই কথাটোকে ভাহি উঠা দেখিলে।

কুজোভ্‌লেভ ঘোঁৰাৰ পৰা পৰা মাত্ৰকে দৰ্শক সকলৰ গাৰ নোম শিঁয়ৰি উঠিল, কিন্তু আনাৰ বিবৰ্ণ অথচ বিজয়গৰ্বিত মুখখনৰ পিনে চাই কাৰেনিনে বুজিলে যে যিজন মানুহৰ ফালে তেওঁ চাই আছিল সেইজন মানুহ পৰা নাই। মাহোতিন আৰু ভ্ৰন্স্কি ডাঙৰ প্ৰতিবন্ধকটো পাৰ হৈ যোৱাৰ পিচত তেওঁলোকক অনুসৰণ কৰি ঘোঁৰা ছুটাই অহা অফিচাৰজনো যেতিয়া মূৰটো তল কৰি ছিটিকি পৰিল তেতিয়াও আনাই সেইটো লক্ষ্য কৰা নাছিল আৰু আশে-পাশে থকা লোকসকলে কি আলোচনা কৰিছে, তাক বুজিবলৈ তেওঁৰ বেছ অসুবিধাই হৈছিল। এলেক্সি আলেকজান্দ্ৰোভিচে বাৰে বাৰে আৰু একাগ্ৰ মনে চাইছিল তেওঁৰ ফালে। আনাই ছুটন্ত ভ্ৰন্স্কিৰ ফালে তন্ময় হৈ চাই থাকিলেও গম পাইছিল যে গিৰীয়েকৰ নিৰুত্তাপ চকুৰ দৃষ্টি তেওঁৰ ওপৰত নিবদ্ধ হৈ আছে।

মুহূৰ্তৰ কাৰণে গিৰীয়েকৰ ফালে প্ৰশ্নালু দৃষ্টিৰে চাই আনাই তেওঁৰ চকু দুটা ঘূৰাই আনি যেন নিজকে ক'লে, "মই পৰোৱা নকৰোঁ।" দুনাই তেওঁৰ ফালে ঘূৰিও নাচালে। কিন্তু ভ্ৰন্স্কি ঘোঁৰাৰ পৰা ছিটিকি পৰাৰ লগে লগে পিঁজৰাত বন্দী হৈ

থকা চৰাইৰ দৰে ছট্‌ফট্‌ কৰিবলৈ ধৰিলে। তাৰপিচত এসময়ত আসন ত্যাগ কৰি বেৎসিক ক'লে,"বলা, আমি যাওঁ; বলা।" কিন্তু বেৎসিয়ে কথা শুনা নাছিল। তেওঁ সমুখৰ ফালে হালি এজন জেনেৰেলৰ লগত কথা পাতি আছিল।

কাৰেনিনে আগুৱাই আহি স্ত্ৰীৰ ফালে হাত আগবঢ়াই দিলে, "তুমি মন কৰিলে, এতিয়া আমি যাব পাৰোঁ।" কিন্তু আনাই গিৰ্বীয়েকৰ ফালে নাচালে একান্তমনে তেতিয়া তেওঁ জেনেৰেলৰ কথা শুনি আছিল।

"তেওঁবিলাকেতো কৈছে, তেওঁৰ ভৰিখনো ভাগি গৈছে," জেনেৰেলে ক'লে।

স্বামীৰ কথাৰ কোনো উত্তৰ নিদিলে আনাই। দূৰবীনটো তুলি লৈ, ভ্ৰন্‌স্কি যি ঠাইত ঘোঁৰাৰ পৰা পৰি গৈছিল, সেইফালে চালে তেওঁ । কিন্তু ঠাইখিনি ইমান দূৰত আছিল আৰু তাত ইমান মানুহ গোট খাইছিল যে বেলেগ বেলেগকৈ প্ৰত্যেককে দেখাটো একেবাৰে অসম্ভৱ আছিল। দূৰবীনটো নমাই যাবৰ কাৰণে তেওঁ ভৰি আগবঢ়াই দিলে, কিন্তু সেই মুহূৰ্ত্ততে এজন অফিচাৰে ঘোঁৰা ছুটাই আহি সম্ৰাটক চিঞৰি চিঞৰি যেন কিবা এটা ক'লে। কথাটো শুনাৰ কাৰণে আনাই ডিঙি মেলি দিলে।

"স্তিভা! স্তিভা!" ককায়েকক মাতিলে তেওঁ। কিন্তু স্তেপান আৰ্কাদিয়েভিচে তেওঁৰ মাতটো নুশুনিলে । পুনৰ যাবলৈ ওলাল আনা।

"তুমি যদি যাব খোজা, মই পুনৰ হাত আগবঢ়াই দিছো।" কাৰেনিনে তেওঁৰ বাহুত ধৰিলে।

"নাই, নাই," যেন ঘৃণাতে নিজকে আঁতৰাই নিলে আনাই। স্বামীৰ ফালে নোচোৱাকৈয়ে তেওঁ ক'লে,"মই নাযাওঁ।"

আনাই দুৰ্ঘটনা স্থলীৰ পৰা এজন অফিচাৰ দৌৰি দৌৰি অহা দেখিছিল । বেৎসিয়ে ৰুমাল জোকাৰি মানুহজনক ওচৰলৈ মাতিলে। মানুহজনে খবৰ লৈ আহিছে। আৰোহীৰ মৃত্যু হোৱা নাই, কিন্তু ঘোঁৰাৰ পিঠিখন ভাগি গৈছে।

ততালিকে আসনত বহি হাতৰ বিচনীখনেৰে মুখখন ঢাকি ধৰিলে আনাই। কাৰেনিনে দেখিলে, তেওঁ কান্দিছে। একোপধ্যে চকুৰ পানী সম্বৰণ কৰিব পৰা নাই। কান্দোনৰ ভমকত কঁপি কঁপি উঠিছে তেওঁৰ বুকুখন।

"এই তৃতীয়বাৰৰ কাৰণে মই পুনৰ হাত আগবঢ়াই দিছো," তেওঁক চম্ভালি লবৰ কাৰণে অলপ সময় দি কাৰেনিনে পুনৰ ক'লে।

আনাই তেওঁৰ পিনে চালে, কিন্তু কি উত্তৰ দিব ভাবি নাপালে।

"নাই, এলেক্সি আলেক্‌জান্দ্ৰোভিচ," বেৎসি তেওঁক সহায় কৰিবলৈ আগবাঢ়ি আহিল। "মই আনাক লৈ আহিছো আৰু কথা দিছো ময়ে তেওঁক ঘৰলৈ লৈ যাম।"

"মাফ কৰিব প্ৰিন্সেছ!" কাৰেনিনৰ মুখত মাৰ্জিত হাঁহি, কিন্তু চকুৰ দৃষ্টিত দৃঢ়তা ফুটি উঠিল। "মই দেখিবলৈ পাইছো, আনাৰ গা বৰ ভল নহয়। তেওঁ মোৰ লগত ঘৰলৈ যোৱাটোকে মই কামনা কৰোঁ।"

আনাই ইফালে সিফালে এবাৰ চালে আৰু বাধ্য শিশুৰ দৰে উঠি স্বামীৰ বাহুত হাত ৰাখিলে।

"মই তেওঁৰ ওচৰলৈ মানুহ পঠিয়াই খবৰ আনি তোমাক জনাই দিম," বেংসিয়ে ফুচ্‌ফুচাই তেওঁক ক'লে।

দুয়ো নিশব্দে গাড়ীত বহি কিছুদূৰ বাট যোৱাৰ পিচত দ্বিধা কাটি কৰি থৈ কাৰেনিনে ফৰাচী ভাষাত ক'লে, "তোমাৰ আজিৰ আচৰণটো ভীষণ অশোভন আৰু অসঙ্গত হৈছে।"

"কিয়? কোনফালৰ পৰা?" চিধাচিধি স্বামীৰ মুখৰ ফালে চাই উচ্চৈঃস্বৰে প্ৰশ্ন কৰিলে আনাই।

"মুখ চম্ভালি কথা ক'বা," কচোৱানৰ পাচফালৰ খোলা খিড়িকীখনৰ পিনে আঙুলিয়াই কাৰেনিনে ক'লে আৰু আসনৰ পৰা উঠি খিড়িকীখন জপাই দিলে।

"তুমি কি অসঙ্গত হোৱা বুলি ভাবা?" পুনৰ প্ৰশ্ন কৰিলে আনাই।

"এজন বিশেষ অশ্বাৰোহীৰ দুৰ্ঘটনা দেখি তুমি তোমাৰ হতাশা লুকাই ৰাখিব নোৱাৰিলা।" উত্তৰৰ প্ৰতীক্ষাত কিছু সময় অপেক্ষা কৰি থাকিল কাৰেনিন। কিন্তু আনাই চুপ হৈ থাকি তেওঁৰ মুখৰ ফালে চাই থাকে।

"মই তোমাক আগতেও কৈছো লোকসমাজত তুমি এনেকুৱা আচৰণ কৰা, যাতে হিংসাকুৰীয়া মানুহবিলাকে তোমাৰ বিৰুদ্ধে ক'বলৈ কোনো চেলু নাপায়। এনেকুৱা এটা সময় আছিল, যেতিয়া মই আমাৰ ব্যক্তিগত সম্পৰ্ক লৈ তোমাৰ লগত কথা কৈছিলো। এতিয়া আৰু কোনো কথা নকওঁ। এতিয়া কেৱল লোকসমাজত তোমাৰ চাল-চলন লৈ কথা পাতোঁহক। আজি তোমাৰ আচৰণ নিসন্দেহে অসঙ্গত হৈছে। মই নিবিচাৰো ভৱিষ্যতে আৰু কেতিয়াবা এনেকুৱা হওক।"

আনাই ওঁঠত বিদ্ৰূপৰ হাঁহি ফুটাই তোলে। কোনো উত্তৰ নিদিয়ে, কাৰণ কাৰেনিনৰ আধা কথাই তেওঁ শুনা নাই। তেওঁৰ হাঁহি দেখি কাৰেনিনৰ মন বিভ্ৰান্তিত ভৰি উঠে। তেওঁৰ মনত ভাব হয়, "তেওঁ মোৰ সন্দেহৰ কথা শুনি হাঁহিছে। আগৰদৰে তেওঁ এতিয়া ক'ব, মোৰ সমস্ত সন্দেহেই ভিত্তিহীন।" কিন্তু তেওঁ যি অনুভৱ কৰিছে, সি ইমানেই ভয়ঙ্কৰ যে এতিয়া তেওঁ আনাৰ যি কোনো কথাই বিশ্বাস কৰি ল'বলৈ প্ৰস্তুত।

"হয়তো মই ভুল কৰিছো," কাৰেনিনে ক'লে, "সেই ক্ষেত্ৰত মই তোমাৰ ওচৰত ক্ষমা বিচাৰিছো।"

"নাই, তুমি ভুল কৰা নাই," কাৰেনিনৰ হিমশীতল মুখৰ ফালে হতাশাৰ চকুৰে চাই ধীৰে ধীৰে কয় আনাই। "মই সঁচাই তেতিয়া হতাশ হৈছিলো। নহৈ নোৱাৰিছিলো। মই তোমাৰ কথা শুনো, কিন্তু তেওঁৰ কথা চিন্তা কৰোঁ। মই তেওঁক ভাল পাওঁ। মই তেওঁৰ প্ৰণয়িনী। তোমাক মই সহ্য কৰিব নোৱাৰো। তোমাক মই ভয় কৰো। তোমাক মই ঘৃণা কৰো। ...তুমি ...তুমি মোক যি ইচ্ছা তাকে কৰিব পাৰা ।"

গাড়ীৰ এক কোণত বহি লৈ দুয়োখন হাতেৰে মুখখন ঢাকি উচুপি উচুপি কান্দিবলৈ ধৰিলে আনাই। হঠাৎ কাৰেনিনৰ মুখৰ ভাব এজন মৰা মানুহৰ দৰে গম্ভীৰ হৈ উঠিল। ঘৰলৈ আহি সেই একেই অভিব্যক্তি লৈ আনাৰ মুখৰ ফালে চাই তেওঁ

ক'লে, "বেছ! কিন্তু মই আশা কৰো, প্ৰকাশ্যে তুমি বাহ্যিক শোভনতা বজায় ৰাখিবা। অন্ততঃ যিমান দিন..." কাৰেনিনৰ মাতটো কঁপি উঠে, "অন্ততঃ যিমানদিন মই নিজৰ সন্মান বজায় ৰখাৰ ব্যৱস্থা কৰি, তোমাক সেইটো জনাই নিদিওঁ।"

গাড়ীৰ পৰা নামি আহি, আনাক নামি অহাত সহায় কৰিলে কাৰেনিনে। তাৰপিচত চাকৰ-বাকৰৰ উপস্থিতিত স্ত্ৰীৰ হাতত মৃদু চাপ দি পুনৰ গাড়ীত উঠি ৰাওনা হ'ল পিটাৰ্ছবুৰ্গলৈ।

কাৰেনিন যোৱাৰ পিচত বেৎসিৰ চিঠি হাতত লৈ এজন চাপ্ৰাচী আহি উপস্থিত হ'ল। চিঠিত লিখিছে—"এলেক্সি কেনে আছে জনাৰ কাৰণে মই তেওঁৰ ওচৰলৈ মানুহ পঠাইছিলো। তেওঁ লিখি পঠিয়াইছে, ভালেই আছে। তথাপি হতাশ হৈ পৰিছে।"

"তেনেহ'লে তেওঁ আহিবই," আনাই ভাবিলে,"আলেক্‌জান্দ্ৰোভিচক মই সকলো কথা কৈ ভালেই কৰিছো।"

আনাই নিজৰ ঘড়ীটোৰ ফালে চালে। তেওঁ আৰু তিনিঘন্টা অপেক্ষা কৰিব লাগিব। শেষ সাক্ষাতৰ স্মৃতিয়ে তেওঁৰ ৰক্তত বহ্নিশিখা প্ৰজ্জ্বলিত কৰি দিলে। ❑

# তৃতীয় খণ্ড

অতি স্বাভাৱিক আৰু প্ৰয়োজনীয় এটা কৰ্ত্তব্য পালনৰ কাৰণে অবলনস্কি পিটাৰ্ছবুৰ্গলৈ গৈছিল। চৰকাৰী চাকৰিত নিযুক্ত প্ৰতিজন লোকে এই কামটোৰ লগত বিশেষভাৱে পৰিচিত, কিন্তু বাহিৰৰ লোকৰ পক্ষে ইয়াৰ গুৰুত্ব উপলব্ধি কৰা একেবাৰে অসম্ভৱ আৰু এই কথাটো অৱহেলা কৰি চৰকাৰী চাকৰিত বাহাল থকাটো কাৰো পক্ষে সম্ভৱ নহয়। কামটো হৈছে, মন্ত্ৰালযক নিজৰ অস্তিত্বৰ কথা অৱগত কৰোৱা। এই পবিত্ৰ কৰ্তব্যটো উপযুক্তভাৱে পালন কৰাৰ কাৰণে অবলনস্কিয়ে টকা-পইচা হাতত লৈ ঘোঁৰদৌৰৰ খেল-পথাৰ আৰু গ্ৰীষ্মাবাসবোৰত ঘূৰি ফুৰিছিল। ইতিমধ্যে সংসাৰৰ যাৱতীয় খৰচ কমোৱাৰ উদ্দেশ্যে ডলি ল'ৰা-ছোৱালীসহ গাঁৱৰ ঘৰলৈ গৈছিল।

ডলিহঁতৰ এৰ্গুশোঁভোৰ পুৰণি ঘৰটো দক্ষিণমুৱা নহ'লেও কুৰি বছৰ আগতে ডলি যেতিয়া এজনী সৰু ছোৱালী আছিল, তেতিয়া ঘৰটো বেছ আৰামদায়ক আছিল। কিন্তু এতিয়া ই একেবাৰে জীৰ্ণশীৰ্ণ হৈ পৰিছে। বসন্তকালত কাঠ-বাঁহ বিক্ৰী কৰাৰ কাৰণে অবলনস্কি যেতিয়া তালৈ গৈছিল, তেতিয়া ডলিয়ে তেওঁক ঘৰটো চাফ্-চিকুণ আৰু মেৰামতি কৰাৰ কাৰণে অনুৰোধ কৰিছিল। সকলো অবিশ্বস্ত স্বামীৰ দৰে অবলনস্কিও স্ত্ৰীৰ স্বাচ্ছন্দ্যৰ কাৰণে যত্নপৰ আছিল। সেই কাৰণে ঘৰটো পৰিদৰ্শন কৰি যিবোৰ কাম কৰা উচিত বুলি ভাবিছিল সেইবোৰৰ সম্পৰ্কে নিৰ্দেশ দি আহিছিল —যেনে, আচবাব-পত্ৰবোৰত নতুন কাপোৰৰ ঢাকনি লগোৱা, পৰ্দা লগোৱা, বাগিচাৰ অদৰকাৰী গছবোৰ কাটি-কুটি চাফ কৰা, পুখুৰীত এখন সাঁকো দি পানী তোলাৰ সুবন্দবস্ত কৰা, ফুলৰ গছ ৰোৱা ইত্যাদি। কিন্তু আৰু বহু কথাই তেওঁ পাহৰি গৈছিল, যাৰ ফলত ডলিৰ বৰ কষ্ট হৈছিল।

মনোযোগী পিতৃ আৰু স্বামী হোৱাৰ কাৰণে স্তেপান আৰ্কাদিয়েভিচে যিমানেই চেষ্টা নকৰক কিয়, তেওঁৰ যে স্ত্ৰী আৰু ল'ৰা-ছোৱালী আছে সেই কথা পাহৰি গৈছিল। তেওঁৰ ৰুচি আছিল অবিবাহিত লোকৰ দৰে। মস্কৌলৈ উভতি আহি সগৰ্বে তেওঁ ঘোষণা কৰিছিল যে ঘৰখন এক প্ৰকাৰ স্বৰ্গপুৰী হৈ উঠিব আৰু ডলি তালৈ যোৱা উচিত হ'ব। আচলতে ডলি তালৈ গ'লে অবলনস্কিৰ পক্ষে সকলো ফালৰ পৰা সুবিধাজনক হ'ব। ল'ৰা-ছোৱালীবিলাকৰ স্বাস্থ্য ভাল হ'ব, ঘৰৰ খৰচ কমিব আৰু তেৰোঁ ভালেখিনি স্বাধীনতা পাব। সিপিনে ডলিৰো মনত ভাব হৈছিল যে গ্ৰীষ্মকালটো গাঁৱত থকাটো ল'ৰা-ছোৱালীহঁতৰ কাৰণে প্ৰয়োজন, বিশেষকৈ স্কাৰ্লেট ৰোগত ভোগা সৰু ছোৱালীজনীৰ কাৰণে প্ৰয়োজন। খৰিৰ দোকানী, মাছৰ বেপাৰী আৰু মুচিৰ বাকীৰ খেচ্‌খেচনিৰ পৰাও হাত সাৰিব পাৰিব। তদুপৰি ডলিয়ে আশা কৰিছিল সেই কালছোৱাতে কিটি বিদেশৰ পৰা আহি তেওঁলোকৰ শৈশৱৰ স্মৃতি বিজড়িত এৰ্গুশোভোৰ ঘৰখনত তেওঁৰ লগত গাঁৱত থাকিব।

প্ৰথম অৱস্থাত ডলিৰ পক্ষে গ্ৰাম্য জীৱন কষ্টকৰ হৈছিল। শিশু বয়সত তেওঁৰ ধাৰণা আছিল যে গাঁৱলীয়া জীৱন বিলাসবহুল নহলেও সস্তা আৰু স্বাচ্ছন্দ্যময়। সকলো বস্তু প্ৰচুৰ পৰিমাণে আৰু সহজে পোৱা যায়, কিন্তু এতিয়া ঘৰৰ গিৰিহঁতনী হিচাপে তেওঁ দেখিলে যে তেওঁ যি ভাবিছিল আচলতে পৰিস্থিতিটো তেনে নহয়।

গাঁৱলৈ অহাৰ পিচদিনা অতিপাত বৰষুণ হ'ল। বাৰান্দা আৰু ল'ৰা-ছোৱালীহঁতৰ ঘৰত পানী সোমাল। ফলত সিহঁতৰ বিছনা-পত্ৰ ড্ৰইং ৰুমলৈ স্থানান্তৰিত কৰা হ'ল। ৰান্ধনিঘৰৰ কাম-কাজ কৰাৰ কাৰণে চাকৰণীৰ সন্ধান পোৱা নগ'ল। গুৱালনীৰ মতে, নজনী গৰুৰ ভিতৰত কেইজনীমানৰ পোৱালি জগাৰ সময় হৈছিল। কেইজনীমানে প্ৰথম বাৰৰ কাৰণে পোৱালি জগাইছে, কেইজনীমান বুঢ়া হৈছে, কেইজনীমানৰ বাঁট টান। গতিকে ল'ৰা-ছোৱালীহঁতৰ কাৰণে গাখীৰ আৰু মাখনৰ অভাৱ, কণী নাই। মুৰগী পোৱা নগৈছিল। ভজা আৰু সিদ্ধ কৰা হৈছিল বুঢ়া মুৰগীৰ মাংস। ধোৱা-পখলা কৰিবৰ কাৰণে কাকো পোৱা নগৈছিল, সকলো আলু খেতি কৰাত ব্যস্ত আছিল। গাড়ীত উঠি ফুৰিবলৈ যোৱাৰ প্ৰশ্নই নুঠে। কাৰণ এটা ঘোঁৰা একেবাৰে অবাধ্য। গা-ধোৱাৰ সুবিধা নাই—গোটেই নদীৰ পাৰটো ঘৰচীয়া জন্তুৰ চৰণীয়া পথাৰ আৰু ৰাস্তাৰ পৰা দেখা পোৱা যায়। এনেকি খোজ কাটি ফুৰা-চকা কৰাটোও অসম্ভৱ, কাৰণ বেৰাৰ ফাঁকেদি গৰু-ছাগলী আদি জন্তুবোৰ বাগানৰ ভিতৰত সোমাই ইচ্ছা মতে ঘূৰে। সিহঁতৰ মাজত এটা ষাঁড়ো আছে, সি হৈ হৈ গৰ্জি উঠে আৰু যিকোনো লোককে সি খুচিব পাৰে। কাপোৰ-কানি ৰখাৰ কাৰণে কোনো আলমাৰি নাই। যিবোৰ আছিল সেইবোৰো বন্ধ নহয়। কাষেদি কোনোবা গ'লে আপোনা-আপুনি মেল খায়। ৰন্ধা-বঢ়া কৰা আৰু কাপোৰ-কানি উহাবৰ কাৰণে বাচন-বৰ্ত্তন কেৰাহি আৰু থালি নাছিল। এনেকি কাপোৰ ইস্ত্ৰি কৰাৰ কাৰণে এখন পিৰাও নাছিল।

এইবোৰ দেখি শুনি দাৰিয়া আলেক্জান্দ্ৰোভনা একেবাৰে হতাশ হৈ পৰিল। চকুত উথলি উঠা চকুপানী ৰোধ কৰিবলৈ তেওঁ প্ৰায়ে প্ৰাণপণে চেষ্টা কৰিবলগীয়া হৈছিল। বেইলিফ আছিল এজন অৱসৰপ্ৰাপ্ত চাৰ্জেন্ট, সুদৰ্শন চেহেৰা আৰু বিনীত ব্যৱহাৰৰ কাৰণে অবলনস্কিয়ে তেওঁৰ পদ উন্নীত কৰিছিল। কিন্তু তেওঁ প্ৰভুপত্নীৰ প্ৰতি কোনো সহানুভূতি নেদেখুৱালে। সশ্ৰদ্ধ ভঙ্গিমাত মাথো ক'লে,"একোকে কৰিব পৰা নাযাব, কৃষকবিলাকৰ অৱস্থা একেবাৰে কাহিল।"

মনত ভাব হ'ল এই পৰিস্থিতিটোৰ পৰা উদ্ধাৰ হোৱাৰ কোনো পথ নাই। কিন্তু সকলো ডাঙৰ পৰিয়ালৰ দৰে অবলনস্কিৰ পৰিয়ালতো সকলোৰে অলক্ষ্যে এজনী আটাইতকৈ দৰকাৰী আৰু উপকাৰী মানুহ আছিল— মাত্ৰেনা ফিলি মোনোভনা। মাত্ৰেনাই প্ৰভুপত্নীক শান্ত কৰিলে। আশ্বাস দিলে যে সকলো ঠিক হৈ যাব আৰু নিজে হুৰমুৰ নকৰি, অস্থিৰ নহৈ কামত লাগি গ'ল। অনতিপলমে তেওঁ বেইলিফৰ পত্নীৰ লগত বন্ধুত্ব গঢ়ি তুলিলে আৰু প্ৰথম দিনাই একেছিয়া গছৰ তলত বহি বেইলিফ আৰু তেওঁৰ পত্নীৰ লগত চাহ খাই খাই গোটেই পৰিস্থিতিটোৰ বিষয়ে আলোচনা কৰিলে।

অতি শীঘ্রে একেছিয়া গছৰ তলত বেইলিফৰ পত্নী, গাঁৱৰ গাওঁবুঢ়া আৰু অফিচৰ কেৰাণীজনক লৈ এটা ক্লাব গঢ়ি উঠিল আৰু অলপ অলপকৈ অসুবিধাবোৰ আঁতৰি যাবলৈ ধৰিলে আৰু এসপ্তাহৰ পিচতে সঁচাকৈয়ে সকলোবোৰ অসুবিধা আপোনা-আপুনি ঠিক হৈ গ'ল। ছালবোৰ মেৰামতি কৰা হ'ল। ৰান্ধনী পোৱা গ'ল —গাওঁবুঢ়াৰ ল'ৰাৰ ধৰ্মমাতা, কিনা হ'ল মুৰ্গী, গাখীৰ দিবলৈ ধৰিলে গাইবোৰে, বাগানৰ বেৰাবোৰ মেৰামতি কৰা হ'ল, সুতাৰে বনাই দিলে পিৰা আৰু তাক সামৰিক পোছাকেৰে ঢাকি চকীৰ হাত আৰু আলমাৰিৰ দেৰাজৰ ওপৰত ৰাখি কাপোৰ ইস্ত্ৰি কৰাৰ ব্যৱস্থা কৰা হ'ল। আলমাৰিবোৰতো হুক লগোৱা হ'ল।

"তেনেহ'লে দেখিলে নহয়! আপুনিতো একেবাৰে হতাশ হৈ পৰিছিল" কাপোৰ ইস্ত্ৰি কৰা পিৰাখনৰ ফালে আঙুলিয়াই দি মাত্ৰেনা ফিলিমোনোভনাই ক'লে। এনেকি গা-ধোৱা ঘৰটোও নতুনকৈ ছিওৱা হ'ল; লিলিয়ে স্নান কৰা আৰম্ভ কৰিলে, আৰু সম্পূৰ্ণৰূপে নহ'লেও ডলিৰ কিছু আকাঙ্ক্ষা অন্ততঃ পূৰ্ণ হৈ উঠিল। আচলতে ছটা ল'ৰা-ছোৱালীক লগত্ লৈ পূৰাপূৰি শান্তিত থকাটো সম্ভৱ নহয়। এটা অসুস্থ হৈ পৰিব, আনটো অসুস্থ হোৱাৰ উপক্ৰম কৰিব, তৃতীয়টোৰ কোনো এটা বস্তুৰ অভাৱ হ'ব, চতুৰ্থটোৰ গাত কিবা এটা বদ্ অভ্যাসৰ লক্ষণ দেখা দিব, ইত্যাদি ইত্যাদি। সঁচা কথা ক'বলৈ গ'লে শান্তিময় সংক্ষিপ্ত বিৰতিবোৰ পোৱাটো অতি দুৰ্লভ। কিন্তু ডলিৰ পক্ষে দুশ্চিন্তা আৰু উদ্বেগবোৰেই একমাত্ৰ সুখ। এইবোৰ নাথাকিলে তেওঁ অকলে অকলে বহি স্বামীৰ কথা ভাবি মনত কষ্ট পালেহেঁতেন, যি স্বামীয়ে তেওঁক ভাল নাপায়। তাৰোপৰি ল'ৰা-ছোৱালীহঁতৰ অসুস্থতা মাকৰ পক্ষে সহ্য কৰাটো যিমানেই কঠিন নহওক কিয়, হাজাৰ দুখ কষ্টৰ মাজতো এতিয়ালৈকে এই ল'ৰা-ছোৱালী কেইটাই তেওঁক অলপ অচৰপ আনন্দ দি আহিছে। এই আনন্দবোৰ ইমানেই ক্ষুদ্ৰ যে বালিত মিহলোৱা সোণৰ কণিকাৰ দৰে সেইবোৰ আঁতৰি যায়। বেয়া মুহূৰ্তবোৰত তেওঁ কেৱল বাথা, কেৱল বালিৰ বাহিৰে একোকে দেখিবলৈ নাপায়। কিন্তু সুন্দৰ মুহূৰ্তও আছে, যেতিয়া তেওঁ কেৱল আনন্দ, কেৱল সোণৰ বাহিৰে আন একোকে দেখিবলৈ নাপায়।

এতিয়া গাঁৱৰ এই নিৰ্জনতাৰ মাজত, এই আনন্দবোৰৰ কথা তেওঁৰ মনলৈ সঘনাই আহিবলৈ ধৰে। মাজে মাজে এইবিলাকৰ ফালে চাই তেওঁ প্ৰাণপণে নিজকে বুজাবলৈ চেষ্টা কৰে, তেওঁ ভুল কৰিছে... মাতৃ হিচাপে ল'ৰা-ছোৱালীবিলাকৰ প্ৰতি তেওঁ পক্ষপাতপূৰ্ণ, কিন্তু তাৰ লগতে তেওঁ নিজকে নিজে নোকোৱাকৈ থাকিব নোৱাৰে যে তেওঁৰ ছটি ল'ৰা-ছোৱালীৰ আটাইকেইটিয়ে বৰ সুন্দৰ —প্ৰতিটিয়ে একোটা দিশত সুন্দৰ আৰু সঁচৰাচৰ একেখন ঘৰতে একেলগে ইমানবোৰ ল'ৰা-ছোৱালী দেখিবলৈ পোৱা নাযায়। সিহঁতক লৈ ডলি সুখী, সিহঁতৰ কাৰণে তেওঁ গৰ্ববোধ কৰে।

স্নান কৰি উঠি ডলিয়ে মূৰত এখন ৰুমাল বান্ধিলে আৰু ল'ৰা-ছোৱালীহঁতক তিজা মূৰে লগত লৈ ঘৰৰ ফালে আগবাঢ়ি আহিল। এনেতে কচোৱানে ক'লে,"এজন ভদ্ৰলোক আহিছে, বোধহয় পক্ৰোভস্কয়েৰ পৰা।"

সন্মুখৰ পিনে চাই ধূসৰ ৰঙৰ টুপী আৰু কোট পৰিহিত লেভিনৰ মূৰ্তিটো দেখি ডলিৰ মনত বৰ আনন্দ লাগিল। ডলিক দেখি লেভিনৰ চকুৰ আগতো ভাহি উঠিল নিজৰ কাৰণে এখন কল্পিত ভৱিষ্যৎ সংসাৰৰ সুখৰ ছবি।

"ছানাপোণা সমন্বিতে তোমাক এজনী মুৰগীৰ দৰে লাগিছে।"

"আঃ কিমান যে আনন্দ পাইছো!" হাত আগবঢ়াই দি ক'লে ডলিয়ে।

"আনন্দ পাইছা, অথচ তুমি মোক খবৰ এটাকে দিয়া নাই। স্তিভাৰ পৰা চিঠি পাইহে মই জানিলো তুমি ইয়াতে আছা।"

"স্তিভাৰ পৰা?" অবাক হ'ল ডলি।

"এৰা তেওঁ লিখিছে যে তুমি ইয়াতে আছা আৰু তেওঁৰ ধাৰণা তুমি হয়তো তোমাৰ কামত লগাবৰ কাৰণে মোক অনুমতি দিবা।" কথাটো কৈয়ে হঠাৎ বিব্ৰত হৈ উঠিল লেভিন। কাৰণ তেওঁৰ মনত ভাব হ'ল, এজন পৰপুৰুষৰ পৰা ডলিয়ে হয়তো তেনেকুৱা কোনো সাহায্য গ্ৰহণ কৰাটো পছন্দ নকৰিব, যি কেৱল অধিকাৰৰ বলতে নিজৰ স্বামীৰ পৰা অহা উচিত।

নিজৰ সাংসাৰিক কৰ্তব্যৰ বোজা আনৰ ওপৰত জাপি দিয়াৰ যি পথটো অবলনস্কিয়ে অৱলম্বন কৰিছে, সেই পথটো ডলিয়ে অৱশ্যে পছন্দ নকৰিব আৰু তেওঁ লগে লগে অনুভৱ কৰিলে, লেভিনো এই ক্ষেত্ৰত সম্পূৰ্ণ সচেতন। বোধৰ এই সূক্ষ্মতাৰ কাৰণে, এই মাত্ৰাবোধৰ কাৰণেই তেওঁ পছন্দ কৰে লেভিনক।

"অৱশ্যে মই জানো যে ইয়াৰ অৰ্থ তুমি মোৰ লগত দেখা কৰিবলৈ বিচৰা আৰু সেইকাৰণে মই বৰ সুখ পাইছো।" লেভিনে ক'লে,"তথাপি তুমি চহৰত সংসাৰ চলোৱাত অভ্যস্ত, গতিকে ইয়াত তোমাৰ নিশ্চয় বৰ অসুবিধা হ'ব। যদি কেতিয়াবা কিবাৰ প্ৰয়োজন হয়, মোক জনাবা—মই সদায় তোমাক সহায় কৰিবলৈ প্ৰস্তুত।"

"নাই, নাই। প্ৰথম প্ৰথম অলপ অসুবিধাত পৰিছিলো সঁচা, কিন্তু এতিয়া আমি সুন্দৰভাৱে সেইবোৰ ঠিকঠাক কৰি লৈছো," ডলিয়ে ক'লে।

ৰাতি খোৱা-বোৱাৰ পিচত বাৰান্দাত বহি ডলিয়ে কিটিৰ কথা উত্থাপন কৰিলে। কিটিয়ে মোলৈ লিখিছে, তেওঁ নিৰিবিলি আৰু নিৰ্জনতাৰ বাহিৰে আন একোকে নিবিচাৰে।

"তেওঁৰ স্বাস্থ্যটো ভাল হৈছেনে?" ভয়ে ভয়ে সুধিলে লেভিনে।

"ভগৱানক ধন্যবাদ, সম্পূৰ্ণৰূপে ভাল হৈ উঠিছে। মোৰ কেতিয়াও বিশ্বাসেই নহয় যে তেওঁৰ বুকুৰ দোষ আছে।"

"শুনি বৰ সুখ পালো," লেভিনে ক'লে আৰু নীৰৱে ডলিৰ ফালে চাই থাকিলত ডলিয়ে তেওঁৰ মুখত এক মৰ্মস্পৰ্শী অসহায়তাৰ ভাব দেখিবলৈ পালে।

মৃদু অথচ ব্যঙ্গৰ হাঁহি এটা মাৰি ডলিয়ে প্ৰশ্ন কৰিলে,"তুমি কিটিৰ ওপৰত ইমান খং কৰিছা কিয়?"

"মই? মই কেতিয়াও তেওঁৰ ওপৰত খং কৰা নাই।"

"নিশ্চয় তুমি খং কৰিছা। তুমি যেতিয়া মস্কোত আছিলা, তেতিয়া মোৰ লগত বা তেওঁলোকৰ লগত দেখা কৰিবলৈ অহা নাই কিয়?"

"দাৰিয়া আলেক্‌জান্দ্ৰোভনা," লেভিনৰ চুলিৰ গুৰি পৰ্যন্ত ৰঙা পৰি উঠে,"মই সঁচাকৈয়ে ভাবি পোৱা নাই, দয়ালু মন থকা সত্ত্বেও তুমি কিয় তাক বুজিববলৈ নোৱাৰা। আন একো নহ'লেও · মোৰ কাৰণে তোমাৰ কিয় করুণা নহয়, যিহেতু তুমি জানা..."

"মই কি জানো?"

"তুমি জানা, মই তেওঁক বিয়াৰ প্ৰস্তাৱ দিছিলো আৰু তেওঁ তাক প্ৰত্যাখ্যান কৰিছে।" অলপ আগতেই কিটিৰ কাৰণে লেভিনে যিকণ কোমলতা অনুভৱ কৰিছিল, এতিয়া অপমানবোধৰ ক্ৰোধে তাৰ ঠাই অধিকাৰ কৰি লয়।

"মই জানো বুলি তোমাৰ ভবাৰ কাৰণ কি?"

"কাৰণ সকলোৱে তাক জানে।"

"তাতেই তো তোমাৰ ভুল। মই জনা নাছিলো, যদিও মোৰ সন্দেহ হৈছিল।"

"বেছ, এতিয়া তো জানিলা!"

"মই জানিছিলো, অলপ কিবা হৈছে, কিন্তু সেইটো কি— তাক মই কোনো প্ৰকাৰে কিটিৰ ফালৰ পৰা জানিব পৰা নাই। ইয়াকে মাথোন দেখিছো, কিটি তাৰ কাৰণে ভীষণ অসুখী হৈ উঠিছে। তেওঁ মোক অনুনয় কৰি কৈছে, মই যেন সেই বিষয়ে ঘূণাক্ষৰেও প্ৰশ্ন নকৰো। আৰু মোক যেতিয়া তেওঁ সেই কথা কোৱা নাই, আন কাকোও নিশ্চয় একো কথা কোৱা নাই। কিন্তু তোমালোক দুজনৰ মাজত কি হৈছিল মোক কোৱাঁ..."

"ক'লো তো!"

"কেতিয়া কৈছিল?"

"শেষৰ বাৰ মই যেতিয়া তেওঁলোকৰ ঘৰলৈ গৈছিলো, তেতিয়া।"

"তেওঁৰ কাৰণে মোৰ বৰ দুখ লাগে। তুমি কেৱল নিজৰ অহমিকাৰ কাৰণে কষ্ট পাইছা...'

"হব পাৰে, কিন্তু..."

"কিন্তু সেই বেচাৰী ছোৱালীজনীৰ কাৰণে মোৰ সঁচাকৈয়ে বৰ দুখ লাগে," লেভিনক বাধা দি ডলিয়ে কয়,"এতিয়া মই সকলো কথা ভালকৈ বুজিব পাৰিছো।"

"ক্ষমা কৰা, মই তেনেহ'লে যাওঁ," লেভিন উঠি থিয় হয়। "বিদায় দাৰিয়া আলেক্‌জান্দ্ৰোভনা, পুনৰ দেখা হ'ম।"

নাই, লেভিনৰ চোলাটোৰ হাতত খামোচ মাৰি ধৰে ডলিয়ে, "অলপ বহা।"

"অনুগ্ৰহ কৰি, অনুগ্ৰহ কৰি সেই বিষয়ে দুনাই একো কথা আলোচনা নকৰিবা।" পুনৰ বহি লেভিনে ক'লে। তেওঁ অনুভৱ কৰে, যি আশাটো ইমান দিনে মৰি যোৱা বুলি বিশ্বাস কৰি আহিছিল, সেই আশাটো এতিয়া তেওঁৰ বুকুৰ মাজত লৰচৰ কৰি উঠিছে।

"তোমাক যদি মোৰ ভাল নালাগিলেহেঁতেন," চকুলোৰে ডলিৰ চকু দুটা ওপচি উঠে,"তোমাক মই যেনেকৈ চিনো তেনেকৈ যদি নিচিনিলোহেঁতেন ..."

যি অনুভূতিটো ইমান দিনে মৰি যোৱা বুলি মনত ধাৰণা হৈছিল সেই অনুভূতিটো পুনৰ জাগ্ৰত হৈ উঠিল।

"এৰা, মই এতিয়া সকলো কথা বুজিব পাৰিছো," ডলিয়ে কৈ যায়। "তুমি এই কথাটো বুজিব নোৱাৰিবা, কাৰণ তোমালোকে, মানে পুৰুষ মানুহবিলাকে, মনে বিচৰা মতে পাত্ৰী বাছি লব পাৰা— তোমালোকে স্পষ্টকৈ বুজিব পাৰা, কাক তোমালোকে ভাল পোৱা। কিন্তু এজনী ছোৱালীয়ে যি তোমালোকক মানে পুৰুষ মানুহক দূৰৰ পৰা দেখে, যি সকলোকে বিশ্বাসৰ ওপৰত ধৰি লয়— তেওঁ সকলো সময়তে এটা অনিশ্চয়তাৰ মাজত থাকে। এজনী ছোৱালীয়ে বহু সময়ত বুজিব নোৱাৰে, কাক তাই কি ক'ব।"

"এৰা, তাইৰ অন্তৰে যদি একো নকয়...।"

"নাই, তাইৰ অন্তৰে ঠিকেই কয়। কিন্তু অলপ ভাবি চোৱাঁ ঃ এজনী ছোৱালীৰ ওপৰত তোমাৰ চকু পৰিল, তাইৰ ঘৰলৈ গ'লা, তাইৰ লগত বন্ধুত্ব পাতিলা, ভাল পোৱা সেই ছোৱালীজনীৰ মাজত আছেনে নাই তাক চাবৰ কাৰণে অপেক্ষা কৰিলা আৰু তাৰপিচত যেতিয়া নিশ্চিত হ'লা যে তুমি সেই ছোৱালীজনীক ভাল পোৱা তেতিয়া তাইৰ ওচৰত বিয়াৰ প্ৰস্তাৱ দিলা...।"

"কথাটো কিন্তু ঠিক তেনে নহয়।"

"সি যি হওক, তোমাৰ প্ৰেম যদি পৰিপক্ক হয়, নাইবা দুজনী ছোৱালীৰ মাজত এজনীক তোমাৰ বেছি পছন্দ হয়— তেতিয়াই তুমি বিয়াৰ প্ৰস্তাৱ আগবঢ়োৱা। কিন্তু ছোৱালীজনীৰ লগত এই বিষয়ে কোনো আলোচনা কৰা নহয়। আশা কৰা হয়, ছোৱালীজনীয়ে নিজৰ পছন্দ মতে দৰা বাছি লব, কিন্তু তাই বাছি লব নোৱাৰে। তাই কেৱল 'হা' বা 'না' এই উত্তৰটোহে দিব পাৰে।

"এৰা, মোৰ আৰু ভ্ৰনস্কিৰ মাজত বাছা-বাছি," লেভিনে ভাবিলে আৰু বুকুৰ মাজত যি মৃত আশাটো ক্ষণিকৰ বাবে জীৱন্ত হৈ উঠিছিল, সি পুনৰ মৃত্যুমুখত পৰিল।

"দাৰিয়া আলেক্‌জান্দ্ৰোভনা," লেভিনে ক'লে, "তেনেকৈ মানুহে পোছাক পছন্দ কৰে নাইবা কিবা কিনাকুটা কৰে, প্ৰেমৰ ক্ষেত্ৰত সেইটো নহয়। যি হওক, তেওঁ পছন্দ মতে ভ্ৰনস্কিক বাছি লৈছে... ভালেই কৰিছে —আৰু তাৰ কোনো পুনৰাবৃত্তি হ'ব নোৱাৰে।"

"আঃ গৰ্ব, কেৱল গৰ্ব!" ডলিয়ে ক'লে। "যি সময়ত তুমি কিটিৰ পাণি প্ৰাৰ্থনা কৰিছিলা, সেই সময়ত কিটিৰ মনৰ অৱস্থা দোদুল্যমান হৈ আছিল। ভ্ৰনস্কিক তাই দেখিছিল নিতৌ, কিন্তু তোমাক বহুদিন দেখা নাছিল। তাইৰ বয়সটো যদি আৰু অলপ বেছি হ'লহেঁতেন, ধৰা, তাইৰ ঠাইত যদি মই হ'লোহেঁতেন, তেনেহ'লে মই কোনো দ্বিধাবোধ নকৰিলোহেঁতেন। ভ্ৰনস্কিক মই চিৰদিনেই অপছন্দ কৰোঁ আৰু শেষত গৈ সেইটোৱেই প্ৰমাণিত হৈছে।

কিটিৰ উত্তৰটোৰ কথা মনত পৰে লেভিনৰ। কিটিয়ে কৈছিল, "নাই, সেইটো হ'ব নোৱাৰে।"

"দাৰিয়া আলেক্জান্দ্ৰোভনা," নীৰস কণ্ঠে লেভিনে ক'লে, "মোৰ প্ৰতি থকা আন্থাৰ কাৰণে মই তোমাক প্ৰশংসা কৰিছো। তথাপি মোৰ বিশ্বাস, তুমি ভুল কৰিছা। মই ভুল বা ঠিক যিহকে নকৰোঁ কিয় —মোৰ যি অহঙ্কাৰক তুমি ইমান ঘৃণা কৰা, সি মোৰ ওচৰৰ পৰা কাতেৰিনা আলেক্জান্দ্ৰোভনাৰ সমস্ত চিন্তাকে ঠেলি আঁতৰাই পঠাইছে— বুজিব পাৰিছা তো?"

"মই মাথো আৰু এটা কথাই ক'ম। তুমি জানা মই মোৰ ভনীৰ বিষয়ে কথা কৈছো, যাক মই মোৰ নিজৰ সন্তানৰ দৰে ভাল পাওঁ। মই এই কথা তোমাক ক'ব খোজা নাই যে তাই তোমাক পছন্দ কৰে। মই কেৱল এটা কথাকে বুজাব বিচাৰিছো যে সেই মুহূৰ্তত তাইৰ প্ৰত্যাখ্যানে একোকে প্ৰমাণ নকৰে।"

"নাজানো।" চকীখনৰ পৰা জাঁপ মাৰি উঠি লেভিনে ক'লে। "তুমি যদি জানিলাহেঁতেন, তুমি মোক কিমান আঘাত দিছা! এই কথাটো ঠিক সেই ধৰণৰ কথা হৈছে—যেন তোমাৰ এটা সন্তানৰ মৃত্যু হৈছে আৰু সকলোৱে তোমাক কৈছেঃ সি এনে হ'লহেঁতেন, সি তেনে হ'লহেঁতেন; সি বাচি থাকিলে তুমি যে কিমান সুখী হ'লাহেঁতেন... ইত্যাদি, ইত্যাদি। কিন্তু সি আৰু নাই, সি মৰি গৈছে। সি মৃত।"

"কি হাস্যকৰ লোক তুমি!" লেভিনৰ উত্তেজনা সত্ত্বেও —ডলিৰ মুখত বিষণ্ণ উপহাস ফুটি উঠে। "এৰা, এতিয়া মই ভালকৈ বুজিব পাৰিছো।" চিন্তিত সুৰে তেওঁ প্ৰশ্ন কৰে, "তেনেহ'লে কিটি আহিলে তুমি আমাৰ ইয়ালৈ নাহিবা?"

"নাই, নাহো। অৱশ্যে তেওঁৰ কাষৰ পৰা মই পলাই যাবলৈ চেষ্টা নকৰোঁ, তথাপি মোৰ উপস্থিতিৰ বিৰক্তিৰ পৰা যিমানদূৰ পাৰো তেওঁক বচাবৰ চেষ্টা কৰিম।"

"তুমি বৰ হাস্যকৰ, বৰ হাস্যকৰ লোক," কোমল দৃষ্টিত লেভিনৰ মুখৰ ফালে চাই পুনৰাবৃত্তি কৰে ডলিয়ে। "তেনেহ'লে ধৰি লোৱা যাওক এই বিষয়ে আমাৰ মাজত একো কথাবাৰ্ত্তাই হোৱা নাছিল।"

ডলিৰ পৰা বিদায় লৈ লেভিনে গাড়ীত উঠিল আৰু ডলিয়েও তেওঁক ৰাখিবলৈ চেষ্টা নকৰিলে।

পক্ৰোভস্কয়েৰ পৰা পোন্ধৰ মাইল দূৰৈত লেভিনৰ ভনীয়েকৰ জমিদাৰী। জমিদাৰীৰ প্ৰধান আয় হয় সেই অঞ্চলৰ ঘাঁহনি পথাৰৰ পৰা। এই অঞ্চলটো প্ৰতি বছৰে বসন্তকালত পানীত ডুব যায়। লেভিনে জমিদাৰী চলোৱাৰ পিচৰ বছৰতে ইয়াৰ আয় প্ৰায় দুগুণ হৈ উঠিছিল। জুলাইৰ মাজ ভাগত তাৰ পৰা গাওঁবুঢ়া আহি জনালে যে পথাৰৰ খেৰ কটা হৈ গৈছে। আৰু বৰষুণৰ ভয়ত সিইঁতৰ অফিচৰ পৰা এজন কেৰাণী মাতি আনি তেওঁৰ উপস্থিতিত খেৰবোৰ ভগাভগি কৰি, মালিকানাৰ অংশ হিচাপে এঘাৰটা দ'ম পৃথক কৰি ৰাখিছে। মানুহজনৰ কথা-বতৰাৰ পৰা লেভিনৰ সন্দেহ হ'ল যে ভগাভগিত নিশ্চয় কিবা গোলমাল আছে। ঘোঁৰাত উঠি ততালিকে লেভিন তালৈ যাত্ৰা কৰিলে।

খেৰৰ দমবোৰ পৰীক্ষা কৰি লেভিন নিশ্চিত হ'ল যে প্ৰতিটো দ'মত পঞ্চাশ গাড়ীকৈ খেৰ থকা সম্পূৰ্ণ অসম্ভৱ। কৃষকবোৰক হাতে হাতে ধৰাৰ কাৰণে এটা

খেৰৰ দ'ম দোকানলৈ পঠাবৰ কাৰণে হুকুম দিলে। দেখা গ'ল তাত মাত্ৰ বত্ৰিশ গাড়ী খেৰ আছিল। কিন্তু গাওঁবুঢ়াই প্ৰতিবাদ কৰি ক'লে খেৰবোৰ আঁটি কৰি বন্ধা নাছিল আৰু ওপৰৰ চাপত এইবোৰ বহি যোৱাৰ কাৰণে হুজুৰৰ এনে ধাৰণা হৈছে। তথাপি লেভিন নিজৰ সিদ্ধান্তত অটল হৈ থাকিল— তেওঁৰ বিনানুমতিত খেৰবোৰ ভাগ কৰা হৈছে, গতিকে প্ৰতিটো দ'মত পঞ্চাশ গাড়ীকৈ খেৰ আছে বুলি তেওঁ মানি ল'ব নোৱাৰে। দীৰ্ঘ বাক-বিতণ্ডাৰ পিচত স্থিৰ হ'ল এই এঘাৰটা দ'ম খেতিয়কবিলাকে নিব আৰু মালিকৰ অংশ নতুনকৈ মাপি দিয়া হ'ব। এই তৰ্ক-বিতৰ্ক আৰু বাটোৱাৰাতে গোটেই আবেলিটো কাটি গ'ল। বাকী থকা কামখিনিৰ দায়িত্ব কেৰাণীৰ হাতত দি লেভিন এটা খেৰৰ দ'মৰ ওপৰত বহিল।... খেৰৰ গাড়ী লৈ কৃষকবিলাক ঘৰলৈ উভতি গৈছে। তিৰোতাবিলাকে আনন্দতে গান গাইছে, সমুখৰ পথাৰ, দূৰৰ প্ৰান্তৰ, খেৰৰ দ'ম সকলোবোৰেই যেন সিহঁতৰ হাঁহি-খিকিন্দালি, চিঞৰ-বাখৰ, গানৰ সুৰ আৰু কৰতালিৰ উদ্দাম ছন্দত কঁপি কঁপি উঠিছে। সিহঁতৰ স্বাস্থ্য আৰু উচ্ছলতা দেখি ঈৰ্ষা হৈছিল লেভিনৰ আৰু জীয়াই থকাৰ এই আনন্দৰ অভিব্যক্তিত অংশ গ্ৰহণ কৰিবলৈ ইচ্ছা হৈছিল তেওঁৰো। কিন্তু খেৰৰ দ'মৰ ওপৰত শুই শুই এইবোৰ দেখা আৰু শুনাৰ বাহিৰে তেওঁ আৰু একোকে কৰিব নোৱাৰে। সিহঁত আৰু সিহঁতৰ গান যেতিয়া তেওঁৰ দৃষ্টিৰ আৰু শ্ৰুতিৰ অগোচৰ হ'ল, তেতিয়া নিজৰ নিসঙ্গতা, শাৰীৰিক অকৰ্মণ্যতা আৰু সমস্ত পৃথিৱীৰ পৰা নিজৰ বিচ্ছিন্নতা সম্পৰ্কে এক নিৰাশা আৰু ক্লান্তিৰ ভাব তেওঁৰ মনলৈ আহিল।

ওচৰে-পাঁজৰে থকা কৃষকবিলাক ঘৰা-ঘৰি গ'ল। যিবোৰ দূৰণিৰ পৰা আহিছিল, সিহঁতে দ'ল বান্ধি তাতেই খোৱা-বোৱা আৰু ৰাতিটো কটোৱাৰ ব্যৱস্থা কৰিছিল। লেভিনে সিহঁতৰ অলক্ষ্যে, খেৰৰ দ'মত শুই কাণ সঁহাৰি দি চিন্তা কৰি আছিল। গ্ৰীষ্মৰ সংক্ষিপ্ত ৰাতিটোত সিঁহতে নামমাত্ৰ শুলে। প্ৰথমতে লেভিনে শুনিলে, সিহঁতে খাই খাই মনৰ আনন্দত কথা পাতিছে আৰু হাঁহিছে। তাৰপিচত পুনৰ গান, পুনৰ হাঁহি। দিনমানৰ পৰিশ্ৰমে সিহঁতৰ গাত অলপো দাগ পেলাব পৰা নাই।

শেষ নিশা চাৰিওফালে শান্তি আৰু নিস্তব্ধতা বিৰাজ কৰিছে। কেৱল কাণত পৰে ৰাত্ৰিকালৰ শব্দনিচয় —জলাভূমিৰ পৰা অহা ভেকুলীৰ কৰ্কশ টোৰ্‌টোৰণি আৰু উষাৰ আগমনীৰ মুহূৰ্তত প্ৰান্তৰৰ পৰা অহা কুঁৱলীৰ অন্তৰালত অশ্বৰ হ্ৰেষাৰৱ। খেৰৰ দ'মটোৰ পৰা উঠি আকাশৰ তৰাবোৰৰ ফালে চাই লেভিনে গম পালে যে ৰাতি পুৱাইছে।

"তেনেহ'লে মই কি কৰিম? কেনেকৈ ইয়াক আৰম্ভ কৰিম?" —নিজকে নিজে প্ৰশ্ন কৰিলে লেভিনে আৰু সেই সংক্ষিপ্ত ৰাতিটোৰ সমস্ত ভাবনা আৰু অনুভূতিবোৰক নিজৰ ভাষাত ৰূপ দিবলৈ চেষ্টা কৰিলে। তেওঁৰ চিন্তাবোৰ তিনিটা বিভিন্ন ধাৰাত প্ৰবাহিত হৈছিল। প্ৰথমটো হ'ল—তেওঁৰ অৰ্থহীন শিক্ষা-দীক্ষা আৰু পুৰণা জীৱন ধাৰাক বৰ্জন কৰাৰ বিষয়ে। আন এটা চিন্তাধাৰা হ'ল— নতুনকৈ সহজ সৰল শান্তিপূৰ্ণ আৰু মৰ্যাদাপূৰ্ণ জীৱন যাপন কৰাৰ বিষয়ে আৰু তৃতীয়টো হ'ল— পুৰণি জীৱনৰ

পৰা নতুন জীৱনলৈ উত্তৰণ ঘটোৱাৰ বিষয়ে। কিন্তু এই বিষয়ত তেওঁৰ কোনো স্পষ্ট ধাৰণা নাছিল।" এজনী জীৱন সঙ্গিনী আনিম? পক্ৰোভস্কয়ে এৰি গুচি যাম? মাটি কিনিম? কোনো কৃষক সম্প্ৰদায়ৰ লগত যোগ দিম? এজনী কৃষকৰ কন্যাক বিয়া কৰাম?" পুনৰ নিজকে প্ৰশ্ন কৰিলে লেভিনে, কোনো উত্তৰ নাপালে "ওৰে নিশা মই শোৱা নাই, কিন্তু তথাপিও এতিয়ালৈকে একো ভাবি ঠিক কৰিব পৰা নাই।... অৱশ্যে, সেইটো পিচত ঠিক কৰি লম। এটা কথা কিন্তু একেবাৰে নিশ্চিতঃ আজিৰ এই ৰাতিটোৱে মোৰ ভাগ্য নিৰ্ণয় কৰি দিছে। সাংসাৰিক জীৱন সম্পৰ্কে মোৰ পুৰণি সপোনবোৰ আছিল সম্পূৰ্ণৰূপে অৰ্থহীন আৰু অবাস্তৱ।...

"বাঃ, কি সুন্দৰ!" মূৰৰ ওপৰত আকাশৰ মাজভাগত, মুক্তাগৰ্ভা ঝিনুকৰ দৰে অপৰূপ ৰূপ ধাৰণ কৰা বগা পচমী মেঘমালাৰ ফালে চাই ভাবিলে লেভিনে। "মেঘবোৰে ঝিনুকৰ দৰে ৰূপ ধাৰণ কৰিবলৈ সময় পালে কেতিয়া? খন্তেক আগতে মই যেতিয়া আকাশৰ পিনে চাইছিলো, তেতিয়া তো কেৱল দুডাল বগা ৰেখা আছিল! নিশ্চয়, জীৱন সম্পৰ্কে মোৰ দৃষ্টিভঙ্গিও ঠিক এনেকৈ অলক্ষিতে সলনি হৈছে!"

পথাৰ এৰি ডাঙৰ ৰাস্তা এটা ধৰি আগবাঢ়ি গৈ থাকে লেভিনে। অলপ বতাহ বলিছে। উষাৰ আগমুহূৰ্তত আৰু এন্ধাৰৰ বিৰুদ্ধে পোহৰৰ চৰম বিজয়ৰ পূৰ্বমুহূৰ্তত সাধাৰণতে যেনেকুৱা হয়, চাৰিওফাল তেনেকুৱা ধূসৰ বিষণ্ণ হ'ল। ঠাণ্ডাত কঁপি মাটিৰ ফালে স্থিৰ দৃষ্টিৰে চাই দ্ৰুতপদে গৈ থাকে লেভিন।

"সৌৱা কি? কোনোবা আহিছে!" ঘন্টাৰ জুন্‌জুন্ শব্দ শুনি মূৰ তুলি চালে লেভিনে। চল্লিশ খোজ আঁতৰত চাৰিটা ঘোঁৰাৰ এখন গাড়ী— ঘাঁহৰ পথ ধৰি তেওঁৰ ফালে আগুৱাই আহিছে গাড়ীখন।

অন্যমনস্কভাৱে গাড়ীখনৰ ফালে চায় লেভিনে।

গাড়ীৰ এচুকত বহি এজনী বয়সীয়া মহিলাই টোপনিতে দুলিছে। আৰু খন্তেক আগতে টোপনিৰ পৰা সাৰ পোৱা আৰু খিড়িকীৰ কাষত বহি থকা এজনী তৰুণীয়ে নিজৰ বগা টুপীটোৰ ফিতা দুডাল দুহাতেৰে ধৰি ৰাখিছে। তৰুণীৰ মুখখন শান্ত, সূক্ষ্ম আৰু জটিল অন্তৰ্জীৱনৰ চিন্তাত নিমগ্ন। লেভিনৰ পিনে নাচাই তেওঁ সূৰ্যোদয়ৰ অৰুণ আভাৰ পিনে চাই আছে। সূৰ্যটো তেওঁৰ দৃষ্টিৰ অগোচৰ হোৱা মাত্ৰকে তেওঁৰ অকপট চকু দুটাই লেভিনক দেখা পালে। লেভিনক তেওঁ চিনি পালে, বিস্ময় আৰু আনন্দত আলোকিত হৈ উঠিল তেওঁৰ মুখখন।

লেভিনৰ ভুল হ'ব নোৱাৰে। পৃথিৱীত এনেকুৱা দুটা চকু আৰু কাৰো নাই। পৃথিৱীত তেনেকুৱা সৃষ্টি এটি মাত্ৰ আছে, যি তেওঁৰ কাৰণে সমস্ত পোহৰ আৰু জীৱনৰ সমস্ত অৰ্থ একত্ৰিত কৰি তুলিব পাৰে। সেই ছোৱালীজনীয়ে তেওঁ। সেই কিটি। লেভিনে বুজিব পাৰিলে তেওঁ নিশ্চয় ৰেল ষ্টেছনৰ পৰা এৰ্গুশোভোৰ ফালে আগুৱাই গৈছে। বিনিদ্ৰ ৰাত্ৰিৰ প্ৰতিটো প্ৰহৰত যিবোৰ চিন্তাই লেভিনক আলোড়িত কৰি তুলিছিল, যিবোৰ সংকল্প তেওঁ গ্ৰহণ কৰিছিল— সেই সকলোবোৰ পলকতে অন্তৰ্হিত হৈ গ'ল।

এজনী কৃষকৰ ছোৱালীক বিয়া কৰাৰ কথা মনত পৰি তেওঁৰ বিতৃষ্ণা লাগিল। দ্রুত গতিত আঁতৰি যোৱা সেই গাড়ীখনৰ ভিতৰতে আছে তেওঁৰ জীৱনৰ সমস্ত সমস্যাৰ একমাত্র সম্ভাব্য সমাধান।

ছোৱালীজনীয়ে পুনৰ বাহিৰৰ ফালে ঘূৰি নাচালে। গাড়ীৰ স্প্রিংবোৰৰ শব্দ এতিয়া আৰু শুনা নাযায়, ঘন্টাৰ জুনজুন্ শব্দাটোও অস্পষ্ট হৈ আহিছে। কুকুৰৰ ভুকভুকনিৰ পৰা লেভিনে জানিব পাৰিলে যে গাড়ী গৈ গাঁৱৰ ভিতৰত সোমাইছে।

মেঘৰ ঝিনুক দেখিবলৈ পাব বুলি ভাবি আকাশৰ ফালে চালে লেভিনে। কিন্তু আকাশত ঝিনুকৰ চিনচাপেই নাই। সেই সুদূৰ মহাশূন্যত এতিয়া এক ৰহস্যময় পৰিৱৰ্তন ঘটিছে। অৰ্ধাকাশ জুৰি এতিয়া বিস্তৃত হৈ আছে পচমী মেঘৰ এখন কাৰুকাৰ্য কৰা মসৃণ কাপোৰ ক্রমশ সৰু হৈ আহিছে আৰু শেষত আকাশখন হৈ উঠিছে নীলা আৰু স্বচ্ছ; আৰু সেই একেই কোমলতা আৰু একেই দূৰত্ব লৈ লেভিনৰ প্রশ্নালু দৃষ্টিৰ সন্মুখীন হ'ল আকাশখন।

লেভিনে মনে মনে ক'লে,"নাই, সহজ সৰল শ্রমজীৱী এই জীৱন যিমানেই সুন্দৰ নহওক কিয়, তাঁলৈ যোৱাটো মোৰ পক্ষে অসম্ভৱ। মই কিটিক ভাল পাওঁ।"

অত্যন্ত ঘনিষ্ট লোক সকলৰ বাহিৰে আৰু কোনো লোকে নাজানে যে এলেক্সি আলেক্জান্দ্রোভিচ দেখাত নিৰুত্তাপ আৰু বিচাৰবুদ্ধিসম্পন্ন লোক হ'লেও তেওঁৰ মাজত এটা দুৰ্বলতা আছে, যি তেওঁৰ চাৰিত্রিক প্রৱণতাৰ সম্পূৰ্ণ বিপৰীত। কোনো শিশু বা নাৰীৰ কান্দোন দেখিলে বা শুনিলে তেওঁ স্থিৰে থাকিব নোৱাৰে। অশ্রুপাতৰ দৃশ্যই তেওঁক বিচলিত কৰি তোলে আৰু তেওঁৰ বিচাৰ-বিবেচনা কৰা শক্তি ৰহিত কৰি পেলায়।

ঘোঁৰদৌৰৰ পৰা উভতি অহাৰ সময়ত আনাই যেতিয়া ভ্রনস্কিৰ লগত তেওঁৰ সম্পৰ্কটোৰ কথা জনাই দিলে আৰু পিচমুহূৰ্ততে যেতিয়া দুয়োখন হাতেৰে মুখখন ঢাকি ধৰি কান্দিবলৈ ধৰিলে, তেতিয়া তেওঁৰ প্রতি কাৰেনিনে বিদ্বেষবোধ কৰিলেও চকুপানীয়ে যে তেওঁৰ অন্তৰত চিত্তবিকাৰ ঘটায়, সেই কথা তেওঁ গম পাইছিল আৰু সেই মুহূৰ্তত তেওঁৰ মনোভাব প্রকাশ কৰাটো যে পৰিস্থিতিৰ সাপেক্ষে নহ'ব সেই কথাও তেওঁ জানিছিল। সেই কাৰণে তেওঁ মনে মনে আছিল, লৰচৰ্ কৰা নাছিল আৰু আনাৰ ফালেও চোৱা নাছিল। তেওঁৰ মুখখন মৰা মানুহৰ মুখৰ দৰে হৈছিল আৰু তাকে দেখি আনাই অবাক মানিছিল।

ঘৰলৈ আহি কাৰেনিনে আনাক গাড়ীৰ পৰা নমাত সহায় কৰিলে আৰু এজন মাৰ্জিত ৰুচিৰ ভদ্রলোকৰ দৰে তেওঁৰ পৰা বিদায় লোৱাৰ সময়ত ক'লে কাইলৈ তেওঁ নিজৰ সিদ্ধান্তৰ কথা আনাক জনাই দিব।

আনাৰ কথাবোৰে কাৰেনিনৰ সবাতোকৈ নিকৃষ্ট সন্দেহটো প্রমাণিত কৰিলে আৰু তেওঁ অন্তৰত এক নিষ্ঠুৰ আঘাত পালে। আনাৰ অশ্রু দেখি তেওঁ কৰুণা বিগলিত

হ'ল আৰু তেওঁৰ আঘাতটো অধিকতৰ নিদাৰুণ হ'ল। কিন্তু এতিয়া যন্ত্ৰণাৰ পৰা মুক্ত হ'ল। বহুদিন ধৰি দাঁতৰ বিষত ভুগি থকা মানুহ এজনৰ বেয়া দাঁতটো উভালি পেলালে মনত যেনে ভাব হয় কাৰেনিনৰ মনতো তেনে ভাব হ'ল। তেওঁৰ যন্ত্ৰণাটো অদ্ভুত আৰু তীব্ৰ আছিল যদিও এতিয়া তাৰ অন্ত পৰিছে, এতিয়া তেওঁ স্ত্ৰীৰ কথা নভবাকৈও দিন কটাব পাৰিব।

"সম্মান নাই, হৃদয় নাই, ধৰ্ম নাই — এজনী নষ্টা নাৰী! তেওঁৰ লগত মোৰ জীৱনটো জড়িত কৰি মই ভুল কৰিছিলো। কিন্তু সেই ভুলৰ কাৰণে মোৰ কোনো দোষ নাই, গতিকে মই অসুখী হ'ব নোৱাৰো। মই একো অন্যায় কৰা নাই। অন্যায় কৰিছে তেওঁ, কিন্তু তাৰপৰা মোৰ কোনো লাভ-লোকচান নহয়। মোৰ ওচৰত তেওঁৰ কোনো অস্বিত্ব নাই," কাৰেনিনে নিজকে নিজে কৈ গ'ল, "এজনী নষ্টা নাৰীয়ে এটা অন্যায় কাম কৰাৰ বাবেই মই অসুখী হ'ব নোৱাৰো। তথাপি তেওঁ মোক যি মৰ্মান্তিক পৰিস্থিতিত পেলাই দিছে, তাৰ পৰা ওলাই অহাৰ শ্ৰেষ্ঠ পথটো অৱশ্যে মই বাছি উলিয়াব লাগিব। আৰু মই তাক বাছি উলিয়াব পাৰিমো, ভ্ৰূকুটি কৰি তেওঁ নিজকে ক'লে,"এই বিষয় মই প্ৰথম নহয় আৰু শেষো নহ'ম," আন আন ঐতিহাসিক দৃষ্টান্ত বাদ দিলেও সুন্দৰী হেলেনৰ পৰা আজিৰ উচ্চ সমাজত স্বামীৰ প্ৰতি স্ত্ৰীৰ বিশ্বাসঘাতকতাৰ সাম্প্ৰতিক ঘটনাবোৰৰ কথা তেওঁৰ চকুৰ আগত ভাঁহি উঠিল, 'দাৰিয়ালভ, পল্‌তাভস্কি, প্ৰিন্স কাৰিবানোভ, কাউন্ট পাস্কুদিন দ্ৰাম... এৰা, দ্ৰাম পৰ্যন্ত! কিন্তু মই এওঁবিলাকৰ মাজত দুৰ্ভাগ্যৰ বাহিৰে আন একো দেখা নাই, সহানুভূতিৰ বাহিৰে আন একো অনুভৱ কৰা নাই।" আচলতে এই কথাটো সত্য নহয়... দুৰ্ভাগ্যজনক ঘটনাত কাৰেনিনে কোনোদিনে সহানুভূতিবোধ কৰা নাছিল, আৰু স্বামীৰ প্ৰতি স্ত্ৰীৰ বিশ্বাসঘাতকতাৰ দৃষ্টান্ত যিমানেই ঘন্‌ঘন্‌কৈ ঘটিছিল তিমানেই তেওঁ নিজকে নিজে গৰ্ববোধ কৰিছিল। "যি কোনো মানুহৰে এনেকুৱা দুৰ্ভাগ্য হ'ব পাৰে। মোৰো হৈছে। এনেকুৱা পৰিস্থিতিত আটাইতকৈ উত্তম উপায়ে ইয়াক নিস্পত্তি কৰা উচিত।" আৰু এনেকুৱা পৰিস্থিতিৰ পৰা অন্যান্য লোকে কি কি পন্থা অৱলম্বন কৰিছিল সেইবোৰ বিচাৰ কৰি চাব ধৰিলে।

"দাৰিয়ালভে দ্বন্দ্বযুদ্ধ কৰিছিল।"

ডেকা কালত দ্বন্দ্বযুদ্ধৰ ভাবনাত তেওঁ বিভোৰ হৈছিল এই কাৰণেই যে দৈহিক দিশৰ পৰা তেওঁ ভীৰু আছিল আৰু নিজেও তেওঁ সেই কথাটো ভালকৈ জানিছিল। এটা পিস্তল তেওঁৰ ফালে টোওৱাৰ কথা ভাবিলে তেওঁ আতঙ্কিত নহৈ নোৱাৰিছিল। জীৱনত তেওঁ কোনো দিনে কোনো আগ্নেয়াস্ত্ৰ ব্যৱহাৰ কৰা নাছিল। জীৱনত সফলতা আৰু প্ৰতিষ্ঠা অৰ্জন কৰাৰ পিচত, সেই আতঙ্কৰ কথা তেওঁ বহুদিন ধৰি পাহৰি আছিল। কিন্তু সেই পুৰণি অভ্যাসগত অনুভূতিটোৱে এতিয়া আকৌ নতুনকৈ নিজকে জাহিৰ কৰি পেলালে আৰু তেওঁৰ ভীৰুতা এতিয়াও এনেভাৱে প্ৰমাণিত হৈ উঠিল যে দ্বন্দ্বযুদ্ধত নমাৰ প্ৰশ্নটো তেওঁ সকলো দিশৰ পৰা বিবেচনা কৰিবলৈ গৈ বহু

সময় কটাই দিলে— যদিও তেওঁ আগৰ পৰাই জানিছিল যে কোনো পৰিস্থিতিতে তেওঁ যুদ্ধ নকৰিব।

"কোনো সন্দেহ নাই, আমাৰ সমাজ এতিয়াও ইমান বৰ্বৰ (ইংলেণ্ডৰ সমাজৰ দৰে নহয়) যে অনেকেই আৰু অনেকৰ ভিতৰত এনে কিছুমান লোক আছে যি সকলৰ মতামতৰ ওপৰত এলেক্সি আলেক্‌জান্দ্ৰোভিচেও বিশেষ গুৰুত্ব দিয়ে, দ্বন্দ্বযুদ্ধক ভাল চকুৰে চায়। কিন্তু কি ফল হব? ধৰি লোৱা যাওক, মই তেওঁক দ্বন্দ্বযুদ্ধলৈ আহ্বান কৰিলো— আহ্বান কৰাৰ পিচৰ ৰাতিটো কি ভাবে কটাব তাক বিশদভাৱে চিন্তা কৰি ল'লে কাৰেনিনে, চকুৰ আগত দেখিবলৈ পালে প্ৰতিপক্ষৰ পিস্তলটো তেওঁৰ ফালে টোওৱা আছে,—আতঙ্কত কঁপি উঠিল তেওঁ আৰু বুজিব পাৰিলে, এনেকুৱা যুদ্ধত তেওঁ কেতিয়াও নানামে— 'ধৰি লোৱা যাওক, মই তেওঁক আহ্বান কৰিলো। ধৰি লোৱা যাওক, মই পিস্তল চলাবলৈ শিকিছো, মনে মনে ভাবি থাকে এলেক্সি আলেক্‌জান্দ্ৰোভিচে, "মই ট্ৰিগাৰ টিপিলো। দেখিলো মই তেওঁক হত্যা কৰিছো।" এই দুৰ্ভাবনাটো আঁতৰাই দিবৰ কাৰণে তেওঁ মূৰটো জোঁকাৰি দিলে। "অপৰাধী স্ত্ৰী আৰু পুত্ৰৰ লগত নিজৰ সম্পৰ্কটো যথাৰ্থভাৱে স্থিৰ কৰাৰ কাৰণে আন এজন মানুহক হত্যা কৰাৰ কি অৰ্থ থাকিব পাৰে? কিন্তু যিটো হোৱাৰ সম্ভাৱনা আৰু বেছি আৰু নিসন্দেহে যিটো হ'ব সেইটো হ'ল— ময়ে মৰিম নাইবা আহত হ'ম। গতিকে দ্বন্দ্বযুদ্ধ আহ্বান কৰাটো মোৰ পক্ষে ঠিক নহ'ব। মই জানো মোৰ বন্ধু-বান্ধৱসকলে কেতিয়াও মোক এইটো কৰিবলৈ নিদিব...। ৰুছিয়াৰ কাৰণে অতি প্ৰয়োজনীয় কুটনীতিজ্ঞ এজনৰ জীৱন বিপদৰ সন্মুখীন হ'বলৈ নিদিব। গতিকে মই যে কোনো বিপদজনক পৰিস্থিতিত নপৰো সেই কথা আগ ধৰি জানিও সেই মানুহজনক দ্বন্দ্বযুদ্ধলৈ আহ্বান কৰাৰ মানে, কিছু মিথ্যা সন্মান অৰ্জন কৰাৰ প্ৰচেষ্টা। এনেকৈ নিজকে আৰু আনকো প্ৰৱঞ্চনা কৰাটো বৰ অসন্মানজনক কথা। গতিকে দ্বন্দ্বযুদ্ধৰ কোনো প্ৰশ্নই নুঠে আৰু মোৰ পৰা কোনেও সেইটো আশাও নকৰে। মোৰ আচল উদ্দেশ্য, মোৰ সুনাম ৰক্ষা কৰা, মোৰ কাম-কাজ অব্যাহত ৰখাৰ কাৰণে ইয়াৰ প্ৰয়োজন।

দ্বন্দ্বযুদ্ধৰ দিশটো বিচাৰ-বিবেচনা আৰু বাতিল কৰাৰ পিচত বিবাহ বিচ্ছেদৰ কথা চিন্তা কৰিলে কাৰেনিনে। কিন্তু বিবাহ-বিচ্ছেদৰ প্ৰচেষ্টাত কুৎসা ৰটনা বৃদ্ধি পোৱাৰ বাহিৰে আৰু একো লাভ নহ'ব আৰু সেইটো কাৰেনিনৰ শত্ৰুপক্ষৰ কাৰণে একপ্ৰকাৰ ঈশ্বৰপ্ৰদত্ত সুযোগ হৈ উঠিব। এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ আচল উদ্দেশ্য, যথাসম্ভব কম আলোড়ন তুলি বিষয়টোৰ এটা নিস্পত্তি কৰি পেলোৱা, যাক বিবাহ বিচ্ছেদৰ মাধ্যমেৰে কৰা সম্ভৱ নহয়। তাৰোপৰি এইটো একেবাৰে স্পষ্ট কথা যে বিচ্ছেদ বা বিচ্ছেদৰ কাৰণে কিবা চেষ্টা কৰিলে, আনাই স্বামীৰ লগত সকলো সম্পৰ্ক ত্যাগ কৰি প্ৰেমিকৰ ওচৰত নিজৰ ভাগ্য সমৰ্পণ কৰিব। কাৰেনিনে স্ত্ৰীক যিমানেই ঘৃণা নকৰক কিয় আৰু স্ত্ৰীৰ প্ৰতি তেওঁ যিমানেই বীতস্পৃহ নহওক কিয়, কিন্তু মনৰ গভীৰত স্ত্ৰীৰ প্ৰতি তেওঁৰ এই অনুভূতি এতিয়াও আছে— আনাই সম্পূৰ্ণ মুক্ত

হৈ ভ্ৰনস্কিৰ লগত নিজৰ ভাগ্য জড়িত কৰি লব আৰু এনেকৈ নিজৰ অন্যায়ৰ সুযোগ লৈ লাভবান হ'ব, তাক তেওঁ চাবলৈ নিবিচাৰে...

আনুষ্ঠানিকভাৱে বিবাহ-বিচ্ছেদ নকৰি, কাৰিবানোভ, পাস্কুদিন, এনেকি সাধু দ্ৰামেও যি কৰিছে, অৰ্থাৎ, আলাধা হৈও থাকিব পাৰি, চিন্তা কৰিলে কাৰেনিনে। কিন্তু বিবাহ-বিচ্ছেদৰ দৰে ইয়াতো কুৎসা বিয়পি যাব আৰু ইয়াতো সেই একেই আপত্তি —আনুষ্ঠানিক বিচ্ছেদৰ দৰে ইয়ো তেওঁৰ স্ত্ৰীক ঠেলি দিব ভ্ৰনস্কিৰ বাহু-বন্ধনৰ মাজলৈ। নাই, সেইটো অসম্ভৱ, অসম্ভৱ। মই অসুখী হ'ব নোৱাৰো, কিন্তু আনা বা ভ্ৰনস্কিকো সুখী হ'বলৈ দিয়া নাযাব। নিজৰ ওচৰত স্বীকাৰ নকৰিলেও, মনৰ গভীৰত এলেক্সি আলেক্‌জান্দ্ৰোভিচে বিচাৰিছিল— আনাই যন্ত্ৰণাত দেই পুৰি মৰক, কাৰণ আনাই তেওঁৰ মানসিক শান্তি আৰু সন্মান ধ্বংস কৰি দিছে।

শেষত কাৰেনিন এই সিদ্ধান্তলৈ আহিল যে ইয়াৰ এটা মাথোন সমাধান আছে আৰু সেইটো হৈছে— যি ঘটিছে তাক সমাজৰ চকুৰ পৰা লুকাই আনাক নিজৰ ওচৰত ৰখা আৰু যথাসাধ্য সমস্ত ব্যৱস্থা অৱলম্বন কৰি সিহঁতৰ যোগাযোগ বন্ধ কৰা আৰু আনাক শাস্তি দিয়া। "মই তেওঁক মোৰ সিদ্ধান্তৰ কথা জনাই দিম। তেওঁক ক'ম— নিজৰ স্বামী আৰু পুত্ৰক তেওঁ যি ভয়ঙ্কৰ পৰিস্থিতিত পেলাই দিছে, সেই সম্পৰ্কে বিচাৰ-বিবেচনা কৰি মই এই মত পোষণ কৰো যে, তথাকথিত স্থিতাৱস্থা বাহাল ৰখাৰ বাহিৰে অন্য যি কোনো কাম বৰ্ত্তমান উভয়ৰ পক্ষে ক্ষতিকাৰক হৈ উঠিব। মোৰ পক্ষৰ পৰা মই স্থিতাৱস্থা বাহাল ৰাখিবলৈ প্ৰস্তুত, কিন্তু এই চৰ্ত্ত সাপেক্ষে যে, তেওঁ সম্পূৰ্ণভাৱে মোৰ ইচ্ছা-অনিচ্ছা মানি চলিব— অৰ্থাৎ তেওঁৰ প্ৰেমিকৰ লগত সমস্ত সম্পৰ্ক ছিন্ন কৰিব।" সিদ্ধান্তটো সম্পূৰ্ণভাৱে গ্ৰহণ কৰাৰ পিচত, ইয়াৰ সপক্ষে আৰু এটা বলিষ্ঠ যুক্তি কাৰেনিনৰ মনলৈ আহিল। "একমাত্ৰ এই পথেদি চলিলেই মোৰ পক্ষে ধৰ্মৰ নিৰ্দেশ মতে চলা হ'ব। কাৰণ মই অপৰাধী স্ত্ৰীক পৰিত্যাগ কৰা নাই, তেওঁক শুধৰাই লবৰ এটা সুযোগ দিছো। সঁচা কথা কবলৈ গ'লে, কামটো মোৰ পক্ষে কঠিনেই হ'ব। তথাপি নিজৰ কিছু কৰ্মশক্তি মই তেওঁৰ সংশোধন আৰু মোক্ষৰ কাৰণে ব্যয় কৰিম।"

কাৰেনিনে ভালদৰেই জানে, স্ত্ৰীৰ ওপৰত তেওঁ কোনো নৈতিক প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে আৰু তেওঁক সংশোধন কৰাৰ প্ৰচেষ্টা সমূলি অৰ্থহীন হৈ যাব। তথাপি তেওঁ এই কথা ভাবি সুখী হ'ল যে, জীৱনৰ এনেকুৱা এটা নিৰ্ঘাত সংকটৰ সময়তো কোনেও তেওঁক ক'ব নোৱাৰিব, তেওঁ ধৰ্মৰ নীতি অনুসাৰে চলা নাই। আৰু গভীৰভাৱে চিন্তা কৰি তেওঁ এই কথাও বুজিব নোৱাৰিলে, কিয় স্ত্ৰীৰ লগত তেওঁৰ সম্পৰ্ক আগৰ দৰেই নাথাকিব। অৱশ্যে আৰু কোনো দিনে এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ শ্ৰদ্ধা ঘূৰাই নাপাব। কিন্তু তেওঁ অবিশ্বাসী হৈছে বুলিয়েই কাৰেনিনৰ পক্ষে নিজৰ জীৱনটোক নষ্ট কৰি পেলোৱাৰ বা ব্যক্তিগতভাৱে কষ্ট পোৱাৰো কোনো যুক্তি থাকিব নোৱাৰে।

"এৰা, সময়ৰ সোঁতত সকলো ঠিক হৈ যাব,... আমাৰ পুৰণা সম্পৰ্কও পুনৰ উভতি আহিব।" কাৰেনিনে নিজকে ক'লে,"আনা অসুখী হ'ব নোৱাৰে।"

পিটাৰ্ছবুৰ্গ আহি পোৱাৰ সময়কণৰ ভিতৰতে এলেক্সি আলেকজান্দ্ৰোভিচে কেৱল নিজৰ সিদ্ধান্তটোকে স্থিৰ কৰি লোৱাই নহয়, স্ত্ৰীলৈ তেওঁ যিখন চিঠি লিখিব তাৰ খচৰাটোও মনে মনে তৈয়াৰ কৰি ল'লে।

তত্ত্বাৱধায়কৰ ঘৰত সোমাই তেওঁ অফিচৰ পৰা পঠোৱা চিঠি আৰু কাগজপত্ৰবোৰৰ ওপৰত চকু ফুৰাই, সেইবোৰ পঢ়া কোঠাটোলৈ পঠাই দিবলৈ নিৰ্দেশ দিলে। তত্ত্বাৱধায়কৰ প্ৰশ্নৰ উত্তৰত জনালে,"ঘোঁৰাকেইটাক গাড়ীৰ পৰা একৰাই দিব পাৰা। মই এতিয়া কাৰো লগত দেখা নকৰিম।" 'কাৰো লগত' কথাটোত তেওঁ অলপ জোৰ দিয়ে উচ্চাৰণ কৰিছিল। এইটো তেওঁৰ পৰিষ্কাৰ মেজাজৰ লক্ষণ।

পঢ়া-কোঠাটোত কেইবাৰমান পায়চাৰি কৰি, কাৰেনিন লেখাৰ বিশাল টেবুলখনৰ ওচৰত থিয় হ'ল। তেওঁ কোঠাৰ ভিতৰত সোমোৱাৰ আগতে ভেলেটে টেবিলৰ ওপৰত ছডাল মমবাতি জলাই থৈ গৈছিল। আঙুলিৰ গাঁঠিবোৰ মটকি টেবিলৰ কাষত বহি লেখাৰ সৰঞ্জামবোৰ তেওঁ ঠিক কৰি ল'লে। তাৰপিচত মুহূৰ্তৰ কাৰণেও নথমাকৈ চিঠিখন লিখিবলৈ আৰম্ভ কৰাৰ আগতে, কিলাকুটি দুটা টেবিলৰ ওপৰত ৰাখি মূৰটো এফালে হলাই চিন্তা কৰি ল'লে একমুহূৰ্তৰ কাৰণে। কোনো ধৰণৰ সম্বোধন নকৰাকৈ তেওঁ চিঠিখন লিখিলে আৰু লিখিলে ফৰাচী ভাষাত 'তুমি' শব্দটো ব্যৱহাৰ কৰি সমাৰ্থক ৰুছীয় শব্দৰ দৰে যিটো শব্দ সিমানখিনি আন্তৰিকতা বৰ্জিত নহয়।

"আমাৰ শেষ আলোচনাৰ সময়ত, মই আলোচনাৰ বিষয়বস্তু সম্পৰ্কে মোৰ সিদ্ধান্তৰ কথা তোমাক জনাই দিয়াৰ অভিপ্ৰায় প্ৰকাশ কৰিছিলো। সকলো কথা মনোযোগ সহকাৰে বিবেচনা কৰি, এতিয়া সেই প্ৰতিশ্ৰুতি পালনৰ উদ্দেশ্যে মই তোমালৈ এই চিঠিখন লিখিছো। মোৰ সিদ্ধান্ত এনে ধৰণৰ—এক মহান শক্তিয়ে আমাৰ দুজনৰ জীৱনক একত্ৰিত কৰি দিছে। তোমাৰ আচৰণ যেনেকুৱাই নহওক কিয়, মোৰ পক্ষে এই বন্ধন ছিন্ন কৰা উচিত নহয় বুলিয়েই মই ভাবো। বিবাহ-সূত্ৰে আবদ্ধ দুটা মানুহৰ মাজত এজনৰ খেয়াল, খুচী, এনেকি অধৰ্মৰ কাৰণেও কোনো সংসাৰ ভাগি যাব নোৱাৰে। আমাৰ জীৱন আগৰ দৰেই চলিব। এইটো মোৰ, তোমাৰ আৰু আমাৰ সন্তানৰ পক্ষে অপৰিহাৰ্য। যি কাৰণে মই এই চিঠিখন লিখিবলগীয়া হৈছে, মোৰ বিশ্বাস, সেই কাৰণে তুমি অনুতপ্ত আৰু আমাৰ বিচ্ছিন্নতাৰ কাৰণসমূহ বিধ্বংস কৰাৰ কাৰণে আৰু অতীতক পাহৰি যোৱাৰ কাৰণে তুমি মোৰ লগত সহযোগিতা কৰিবা। যদি ইয়াৰ অন্যথা হয়, তেনেহ'লে তোমাৰ আৰু তোমাৰ ল'ৰাৰ কাৰণে কি অপেক্ষা কৰি আছে, তাক তুমি নিশ্চয় অনুমান কৰি লব পাৰিবা। আমাৰ ব্যক্তিগত সাক্ষাৎকাৰত এই বিষয়ে বিশদভাৱে আলোচনা কৰাৰ আশা আছে। ঋতুকাল শেষ হৈ আহিছে, গতিকে মঙ্গলবাৰৰ ভিতৰতে তুমি পিটাৰ্ছবুৰ্গলৈ আহিবা। তুমি আহি যাতে একো

অসুবিধাত নপৰা তাৰ ব্যৱস্থা কৰা হ'ব। এই অনুৰোধ ৰক্ষা কৰাৰ ওপৰত মই বিশেষ গুৰুত্ব দিছো।

এ, কাৰেনিন।

পুনশ্চ— চিঠিৰ লগতে টকা পঠালো। খৰচৰ কাৰণে দৰকাৰ হ'ব পাৰে।

চিঠিখন পঢ়ি চাই তেওঁ সন্তুষ্ট হ'ল, বিশেষকৈ এই কাৰণে যে টকাটো দিয়াৰ কথা তেওঁৰ মনত পৰিছিল। চিঠিখনত কোনো টান কথা নাই, ভৰ্ৎসনা নাই, আৰু প্ৰশ্ৰয়ো নাই, সবাতোকৈ ডাঙৰ কথা, প্ৰত্যাবৰ্তন কৰাৰ কাৰণে ই আছিল এখন স্বৰ্ণসেতু। চিঠিখন ভাঁজ কৰি ডাঙৰ হাতীদাঁতৰ ছুৰি এখনেৰে পালিচ কৰি টকাৰে সৈতে লেফাফা এটাৰ ভিতৰত সুমুৱাই দিলে আৰু পৰম তৃপ্তিৰে ঘন্টা বজাই দিলে।

পত্ৰবাহকৰ হাতত চিঠিখন দি ক'লে, "কাইলৈ এই চিঠিখন আনা আৰ্কাদিয়েভনাক গাঁৱৰ ঘৰত দিবা আৰু লগতে উত্তৰ লৈ আহিবা।"

পিচদিনা এজন অৰ্ডাৰলি আহি আনাৰ হাতত এটা মোটা লেফাফা দিলে। লেফাফাৰ ঠিকনাটো এলেক্সি আলেকজান্দ্ৰোভিচৰ লেখা।

অৰ্ডাৰলিয়ে জনালে,"পত্ৰবাহকক উত্তৰ লৈ যাবলৈ হুকুম দিছে।"

আনাই ক'লে, "ঠিক আছে। অলপ অপেক্ষা কৰিবলৈ কোৱাঁ।" লেফাফাটো খোলাৰ লগে লগে কাগজেৰে মেৰিয়াই ৰখা এটা টকাৰ বাণ্ডিল ওলাই পৰিল। চিঠিখন উলিয়াই তলৰ ফালৰ পৰা পঢ়িবলৈ আৰম্ভ কৰিলে।

"তুমি আহি যাতে একো অসুবিধাত নপৰা তাৰ ব্যৱস্থা কৰা হ'ব। এই অনুৰোধ ৰক্ষা কৰাৰ ওপৰত মই বিশেষ গুৰুত্ব দিছো।"

চিঠিখন বেগাই পঢ়ি তেওঁ শেষ কৰে। ইয়াৰ পিচত আকৌ এবাৰ গোটেই চিঠিখন পঢ়ি শেষ কৰে। আনাৰ মনত ভাব হয় তেওঁৰ সৰ্বশৰীৰ যেন শীতল হৈ গৈছে, এক আশাতীত ভয়ঙ্কৰ দুৰ্যোগ যেন তেওঁৰ ওপৰলৈ নামি আহিছে। সিদিনা স্বামীক সকলো কথা কৈ দিয়াৰ কাৰণে আজি ৰাতিপুৱাই অনুতাপ হৈছিল তেওঁৰ। মনত ভাব হৈছিল, কথাবোৰ অনুক্ত হৈ থাকিলেই ভাল হ'লহেঁতেন। তেওঁ যি বিচাৰিছিল কাৰেনিনে চিঠিখন তাকেই আনি দিছে—এই চিঠিত সেই কথাবোৰ অনুক্ত হিচাপেই ধৰি লোৱা হৈছে। অথচ এতিয়া চিঠি তেওঁৰ কাৰণে এক ভয়ঙ্কৰ বস্তু বুলি ধাৰণা হৈছে...তেওঁ যিমানদূৰ কল্পনা কৰিব পাৰে তাতকৈও বেছি ভয়ঙ্কৰ।

"ঠিকেই কৰিছে তেওঁ।" আনাই কৈ যায়,"অৱশ্যে তেওঁ তো সকলো সময়তে সঠিকভাৱেই কাম কৰে। তেওঁ যে এজন খৃষ্টান, কিমান উদাৰ! এজন নীচ, জঘন্য মানুহ— কিন্তু মোৰ বাহিৰে আন কোনেও সেই কথা নুবুজে কোনো দিনে সেই কথা নুবুজিবও। সকলোৱে কয় —তেওঁ বৰ ধাৰ্মিক, বৰ আদৰ্শবাদী, বৰ ন্যায়পৰায়ণ।

কিন্তু মই যি দেখিছো, তেওঁলোকে তাক দেখা নাই। তেওঁলোকে নাজানে, আজি আঠবছৰ ধৰি তেওঁ মোৰ জীৱনটোক কেনেকৈ বুন্দামাৰ কৰিছে, মোৰ ভিতৰত যিখিনি জীৱন্ত আছিল, তাক সমূলি ধ্বংস কৰিছে। তেওঁ এবাৰো নাভাবে যে মই এজনী জীৱন্ত নাৰী, মোৰো আছে প্ৰেমৰ প্ৰয়োজন। কেৱে নাজানে প্ৰতি পদক্ষেপতে তেওঁ কেনেকৈ মোক অপমানিত কৰিছে আৰু আত্মতুষ্টি লাভ কৰিছে। মই জানো চেষ্টা কৰা নাই? যি মোৰ জীৱনটোক অৰ্থময় কৰি তুলিব পাৰে, সৰ্বশক্তি প্ৰয়োগ কৰি তাক পাবৰ কাৰণে জানো চেষ্টা কৰা নাই? মই জানো তেওঁক ভাল পাবলৈ চেষ্টা কৰা নাই? যেতিয়া স্বামীক ভাল পাব নোৱাৰিলো তেতিয়া জানো মই চেষ্টা কৰা নাই মোৰ ল'ৰাটোক ভাল পাবলৈ? কিন্তু শেষত গৈ এনে এটা সময় আহিল যেতিয়া মই বুজিব পাৰিলো, মই আৰু নিজকে প্ৰবঞ্চনা কৰিব নোৱাৰিম! মোৰ প্ৰাণ আছে... ঈশ্বৰে মোক সৃষ্টি কৰিছে ভাল পোৱাৰ কাৰণে, বাচি থকাৰ কাৰণে —সেইটো মোৰ দোষ নহয়।... মানুহজনে যদি মোক খুন কৰিলেহেঁতেন বা ভ্ৰনস্কিক মাৰি পেলালেহেঁতেন —মই তাক মানি লব পাৰিলোহেঁতেন। কিন্তু তেওঁ মোক... এৰা, তেওঁ কি কৰিব তাক ময়ে বা কিয় অনুমান কৰি লব নোৱাৰিম? তেওঁৰ ঘৃণ্য চৰিত্ৰৰ যি বৈশিষ্ট্য, তেওঁ ঠিক তাকেই কৰিছে। নিজকে তেওঁ নিজৰ ঠাইতে ৰাখিব আৰু চাব, যাতে মোৰ অৱস্থা কৰুণতৰ হৈ উঠে, আৰু মই অধিকতৰ অপমানিত হওঁ।..."

চিঠিৰ কথাবোৰ মনত পৰে আনাৰ, "... তোমাৰ আৰু তোমাৰ ল'ৰাৰ কাৰণে কি অপেক্ষা কৰি আছে, তাক তুমি নিশ্চয় অনুমান কৰি লব পাৰিবা।..."

"তাৰ মানে ল'ৰাটোক মোৰ ওচৰৰ পৰা কাঢ়ি নিয়াৰ ভয় দেখুৱা হৈছে। আৰু তেওঁবিলাকৰ যি নিৰ্বোধৰ দৰে আইন, তাৰ দ্বাৰা বোধহয় সেইটো কৰিব পাৰে। কিন্তু কথাটো তেওঁ কিয় লিখিছে, তাক মই ভালদৰে জানো। ল'ৰাটোক যে মই ভাল পাওঁ, সেই কথাও তেওঁ বিশ্বাস নকৰে, নাইবা সেইটোক অৱজ্ঞাৰ চকুৰে চায় —সদায় তেওঁ এই বিষয়টোকে উপহাস কৰি আহিছে। মোৰ এই অনুভূতিটোক তেওঁ অৱজ্ঞা কৰে, কিন্তু এই কথাও জানে যে মোৰ ল'ৰাটোক মই ত্যাগ নকৰিম... কৰিব নোৱাৰিম... তাক ত্যাগ কৰি মই বাচি থাকিব নোৱাৰিম— এনেকি যাক মই ভাল পাইছো, তেওঁ লগত থাকিলেও— নহয়। কিন্তু তথাপি যদি ল'ৰাটোক ত্যাগ কৰি, তেওঁক এৰি গুচি যাওঁ, তেনেহ'লে মই এজনী নষ্ট ঘৃণ্য নাৰীৰ দৰেই কাম কৰিম। তেওঁ সেইটো জানে আৰু জানে যে মই সেইটো কৰিব নোৱাৰিম।"

চিঠিখনৰ আৰু এটা বাক্য মনত পৰে আনাৰ, "আমাৰ জীৱন আগৰ দৰেই চলিব।"

"অতীতৰ সেই জীৱন এতিয়া আৰু বিষময় হৈ উঠিছিল।" ভাবিলে আনাই,"এইবাৰ কি হ'ব?...মই যে বাচি আছো, মই যে এজনক ভাল পাইছো আৰু সেই কাৰণে মই যে অনুতপ্ত নহয়— সেই কথা তেওঁ জানে। এনে অৱস্থাত পুৰণা জীৱনলৈ ঘূৰি যোৱাৰ অৰ্থ মিথ্যাৰ বেহা কৰা। তথাপি তেওঁ মোক যন্ত্ৰণা দিবলৈ বিচাৰে। মই তেওঁক জানো। মই জানো পানীত সাঁতুৰি থকা মাছৰ দৰে প্ৰবঞ্চনাৰ মাজতো

তেওঁ পৰম সুখত আছে। কিন্তু মই তেওঁক সেই সুখ নিদিম। মিথ্যাৰ যি জালেৰে তেওঁ মোক ধৰি ৰাখিবলৈ বিচাৰিছে মই তাক ছিৰি ওলাই আহিমেই– মোৰ যিয়েই নহওক লাগে। মিথ্যা আৰু প্ৰৱঞ্চনাতকৈ অন্য যি কোনোৱেই ভাল। কিন্তু কেনেকৈ? হে ভগৱান! হে ভগৱান! মোৰ দৰে এনেকুৱা হতভাগী নাৰী জানো কোনোবা আছিল কেতিয়াবা?...নাই, এই বন্ধন মই ছিৰি পেলামেই।"

অশ্ৰু ৰোধ কৰি নতুনকৈ এখন চিঠি লিখাৰ উদ্দেশ্যে তেওঁ টেবিলৰ ওচৰলৈ গ'ল। কিন্তু অন্তৰৰ গভীৰত তেওঁ গম পাইছিল যে একোকে ছিৰি পেলোৱাৰ সাধ্য তেওঁৰ আৰু নহ'ব।

টেবুলৰ ওচৰলৈ গৈ চিঠি লিখাৰ পৰিবৰ্তে তেওঁ দুই হাতেৰে মুখখন ঢাকি ধৰি শিশুৰ দৰে বুকু ফুলাই কান্দিবলৈ ধৰিলে। কাৰণ তেওঁ আগৰ পৰাই জানিছিল যে সকলোবোৰ পূৰ্বৰ দৰেই চলি থাকিব, বৰং তাতকৈ অধিকতৰ বেয়াহে হ'ব। ইমান দিনে সামাজিক জীৱনত তেওঁ যি প্ৰতিষ্ঠা লাভ কৰিছিল তাক তেওঁ আজি ৰাতিপুৱা অতি তুচ্ছ বুলি ভাবিছিল, কিন্তু এতিয়া তেওঁ অনুভৱ কৰিলে যে আচলতে সি অতি মূল্যবান। তাৰ বিনিময়ত প্ৰেমিকৰ লগত মিলিত হ'বৰ কাৰণে স্বামী পুত্ৰ ত্যাগিনী কোনো এজনী কলঙ্কিতা নাৰীৰ লজ্জাজনক ভূমিকা গ্ৰহণ কৰিবলৈ তেওঁৰ ক্ষমতা নহ'ব; যিমানেই চেষ্টা নকৰক তেওঁ, নিজতকৈ বেছি শক্তিময়ী হৈ উঠিব নোৱাৰিব। প্ৰেমৰ স্বাধীনতা তেওঁ কাহানিও অনুভৱ নকৰিব, চিৰদিনে তেওঁ থাকিব লাগিব স্বামীৰ লগত ছলনা কৰি... ভয়ে ভয়ে থাকিব লাগিব, কিজানি এজন পৰ-পুৰুষৰ লগত তেওঁৰ এই লজ্জাজনক সম্পৰ্কৰ কথা কেতিয়াবা প্ৰকাশ হৈ যায়, অথচ সেই মানুহজনৰ পৰা তেওঁ বিচ্ছিন্ন হৈ থাকিব লাগিব, তেওঁৰ লগত একেলগে জীৱন-যাপন কৰিব নোৱাৰিব। তেওঁ জানিছিল যে পৰিস্থিতিটো সেয়ে হব, আৰু সি ইমান ভয়ঙ্কৰ হ'ব যে তাৰ পৰিণাম কি হয় তাক তেওঁ কল্পনা কৰিব নোৱাৰিলে। শাস্তি পালে ল'ৰা-ছোৱালীবিলাকে যিদৰে কান্দে, তেৰোঁ তেনেকৈ লানি নিছিগাকৈ কান্দিবলৈ ধৰিলে।

অৰ্ডাৰলিৰ ভৰিৰ শব্দত মুখ তুলিবলৈ বাধ্য হয় আনা, মুখ লুকাই ৰেখাৰ ভাও জোৰে তেওঁ।

"মানুহজনে সুধিছে, কিবা উত্তৰ দিবনে নিদিয়ে," অৰ্ডাৰলিয়ে ক'লে।

"উত্তৰ? দিম," আনাই ক'লে। "তেওঁ অপেক্ষা কৰক, মই ঘন্টা বজাম।"

"কি লিখিম মই?" আনাই ভাবে, "অকলে অকলে কি সিদ্ধান্ত ল'ম? কি বিচাৰো মই?" আনাই পুনৰ অনুভৱ কৰে, তেওঁৰ সত্তাটো দ্বিধা বিভক্ত হ'বলৈ আৰম্ভ কৰিছে। আতঙ্কিত হৈ উঠে তেওঁ। প্ৰথম প্ৰচেষ্টাতে মনৰ পৰা চিন্তাটো অন্য ফালে ঘূৰাই দিবৰ কাৰণে সচেষ্ট হৈ উঠে। "এলেক্সিৰ লগত মোৰ দেখা কৰা দৰকাৰ," (নিজৰ মনত চিন্তা কৰাৰ সময়ত ভ্ৰনস্কিক তেওঁ এই নামতেই মাতে) —"তেওঁৰ বাহিৰে আনে ক'ব নোৱাৰিব, মই কি কৰা উচিত। বেৎসিৰ ঘৰলৈ যাওঁ, হয়তো তালৈ গ'লে তেওঁক দেখা পাম।" আনাই সমূলি পাহৰি গৈছিল যে আগদিনাখন তেওঁ

যেতিয়া কৈছিল তেওঁ প্ৰিন্সেছ তিভাৰস্কিৰ ঘৰলৈ নাযায়, তেতিয়া ভ্ৰন্স্কিয়ে কৈছিল, তেনেহ'লে তেঁৱো তালৈ নাযাব। টেবুলৰ ওচৰলৈ গৈ আনাই স্বামীলৈ লিখিলে, "তোমাৰ চিঠি পাইছো—আ।"

মুহূৰ্তৰ কাৰণে চিন্তা কৰি আনা পুনৰ টেবিলৰ ওচৰত বহিল। তাৰপিচত ভ্ৰন্স্কিলৈ লিখিলে,"তোমাক লগ পোৱাৰ বিশেষ প্ৰয়োজন। ভ্ৰেদে বাগিচালৈ আহিবা। ছয় বজাত মই তাত থাকিম।"

জীৱন সম্পৰ্কে ভ্ৰন্স্কিৰ কিছুমান ধৰা-বন্ধা নিয়ম আছিল। এই নিয়মবোৰৰ গণ্ডিত থাকি তেওঁ কি কৰা উচিত আৰু কি কৰা অনুচিত তাক নিৰ্ণয় কৰিছিল। কিন্তু সম্প্ৰতি আনাৰ লগত তেওঁৰ সম্পৰ্কৰ বিষয়টোত এই সূত্ৰাৱলীয়ে তেওঁক কোনো পথৰ ইঙ্গিত দিব পৰা নাই। আনা আৰু তেওঁৰ স্বামীৰ লগত তেওঁৰ বৰ্তমান সম্পৰ্কটো ভ্ৰন্স্কিৰ মানত সৰল আৰু স্বচ্ছ। আনা এগৰাকী সন্মানিতা মহিলা, যি নিজৰ প্ৰেম ভ্ৰন্স্কিক অৰ্পণ কৰিছে আৰু ভ্ৰন্স্কিয়েও তেওঁক ভাল পায়। এতেকে ভ্ৰন্স্কিৰ চকুত আনা এনেকুৱা এজনী মহিলা, যাৰ সেই অধিকাৰ আছে— এনেকি আইনসিদ্ধ তিৰোতাতকৈও আনাই বেছি সন্মান পোৱাৰ অধিকাৰী। সমাজ সম্পৰ্কেও ভ্ৰন্স্কিৰ মনোভাব স্পষ্ট। তেওঁলোকৰ সম্পৰ্কটোৰ কথা হয়তো সকলোৱে জানিব পাৰে বা সন্দেহ কৰিব পাৰে, কিন্তু কোনেও একো ক'ব নোৱাৰিব। সেই বিষয়ে কোনোবাই তেওঁক কিবা ক'বলৈ গ'লে, ভ্ৰন্স্কিয়ে লগে লগে তেওঁক নিমাত কৰি দিবৰ কাৰণে প্ৰস্তুত আৰু আনাৰ স্বামীৰ বিষয়ে ভ্ৰন্স্কিৰ মনোভাব একেবাৰে সুস্পষ্ট । ভ্ৰন্স্কিৰ মনৰ ভাব— যি মুহূৰ্তত আনাই তেওঁক ভাল পাইছে সেই মুহূৰ্তৰ পৰাই আনাৰ ওপৰত তেওঁৰ অধিকাৰ সাব্যস্ত হৈছে— যাক হৰণ কৰি নিয়া সম্পূৰ্ণ অসম্ভৱ। তেওঁৰ স্বামী কেৱল এটা অনাৱশ্যক আৰু বিৰক্তিকৰ সত্তা মাত্ৰ। নিসন্দেহে ভদ্ৰলোকৰ অৱস্থাটো এতিয়া কৰুণ, কিন্তু কি কৰিব? একমাত্ৰ যিটো অধিকাৰ লৈ তেওঁ তৃপ্তি পাব পাৰে সেইটো হৈছে হাতত অস্ত্ৰ লৈ ভ্ৰন্স্কিক আহ্বান কৰা, যাৰ কাৰণে ভ্ৰন্স্কি সদায় প্ৰস্তুত।

কিন্তু সম্প্ৰতি আনা আৰু তেওঁৰ মাজত এটা নতুন আভ্যন্তৰীণ সম্পৰ্ক গঢ়ি উঠিছে আৰু তাৰ অনিশ্চয়তাই ভ্ৰন্স্কিক আতঙ্কিত কৰি তুলিছে। কালি আনাই যেতিয়া জনাইছিল যে তেওঁ গৰ্ভৱতী, তেতিয়া তেওঁ দাবী কৰিছিল যে তেওঁ স্বামীক ত্যাগ কৰা উচিত। কিন্তু এতিয়া এই বিষয়ে অলপ চিন্তা কৰি বুজিব পাৰিলো যে এইটো এৰাই যাব পাৰিলেই ভাল হয়। আৰু লগতে সেইটো কৰা উচিত হ'ব নে নহয়, সেই কথা ভাবিও তেওঁ আতঙ্কিত হৈ উঠিল।

"মই যদি তেওঁক স্বামীক ত্যাগ কৰি অহাৰ কথা কওঁ, তেনেহ'লে তাৰ অৰ্থ মোৰ লগত থকা। তাৰ কাৰণে মই জানো প্ৰস্তুত? মোৰ টকা-পইচা একেবাৰে নাই-— মই কেনেকৈ তেওঁক আন ঠাইলৈ লৈ যাম? ধৰি লোৱা যাওক, সেইটো ব্যৱস্থা কৰা হ'ল, কিন্তু চাকৰিত বাহাল থকা অৱস্থাত মই কেনেকৈ তেওঁক অন্যত্ৰ লৈ

যাম? তথাপি যদি তাকে কৰিবলৈ কওঁ, তেনেহ'লে মোৰ উচিত হ'ব টকা-পইচা যোগাৰ কৰি চাকৰিৰ পৰা অৱসৰ লোৱা।"

ভ্ৰনস্কি চিন্তামগ্ন হ'ল। চাকৰিৰ পৰা অৱসৰ লোৱা প্ৰশ্নটোৰ লগত আৰু এটা প্ৰশ্ন জড়িত আছিল আৰু বোধহয় সেইটোৱে তেওঁৰ জীৱনৰ প্ৰধানতম অথচ গোপন বাসনা, যাৰ খবৰ তেওঁৰ বাহিৰে আন কোনেও নাজানে।

উচ্চাশা আছিল ভ্ৰনস্কিৰ শৈশৱ আৰু যৌৱনৰ এক স্বপ্ন, যাক তেওঁ নিজৰ ওচৰতো স্বীকাৰ নকৰিছিল— অথচ ই ইমান তীব্ৰ আছিল যে এতিয়া ই তেওঁৰ প্ৰেমৰ লগতো প্ৰতিদ্বন্দ্বিতা আৰম্ভ কৰিলে। পৃথিৱীত আৰু চাকৰিৰ ক্ষেত্ৰত তেওঁৰ প্ৰথম পদক্ষেপ সফলেই হৈছিল। কিন্তু দুবছৰ আগতে ভ্ৰনস্কিয়ে এটা বৰ ডাঙৰ ভুল কৰি পেলাইছিল। নিজৰ স্বাতন্ত্ৰ্য দেখুৱাবৰ কাৰণে তেওঁ এটা নতুন পদ প্ৰত্যাখ্যান কৰিছিল এই আশাত যে, ইয়াৰ দ্বাৰা তেওঁৰ মূল্য আৰু বাঢ়িব। কিন্তু কৰ্তৃপক্ষই এই কাৰণে তেওঁক অতিৰিক্ত দুঃসাহসী বুলি ভাবিলে আৰু তেওঁক উপেক্ষা কৰা হ'ল। ভ্ৰনস্কিয়ে অৱশ্যে এনেকুৱা ভাব দেখুৱালে যে তেওঁ অলপো অপমানিত হোৱা নাই। কাৰো বিৰুদ্ধে তেওঁৰ কোনো ৰাগ নাই আৰু ইয়াত তেওঁৰ কোনো লাভালাভ নাই— কাৰণ তেওঁ নিজকে নিজে দিব্য সুখত আছে। কিন্তু আচলতে বহুদিন আগতে তেওঁ যেতিয়া মস্কোলৈ গৈছিল তেতিয়াৰে পৰা তেওঁ আৰু নিজকে লৈ সুখেৰে থাকিব পৰা নাছিল। ভ্ৰনস্কিৰ সমবয়সী আৰু স্কুলৰ সহপাঠী ছেৰ্পুহভস্কয় আজি এজন জেনেৰেল আৰু শীঘ্ৰে তেওঁ এটা কমাণ্ড পাব বুলি আশা কৰিছে। কিন্তু ভ্ৰনস্কি আজিও অশ্বাৰোহী সৈন্যদলৰ এজন কেপ্তেইন মাত্ৰ।

"ছেৰ্পুহভস্কয়ক মই অৱশ্যে হিংসা নকৰো। কোনো দিনেই হিংসা কৰিব নোৱাৰিম," ভ্ৰনস্কিয়ে ভাবিলে,"কিন্তু তেওঁৰ উন্নতি দেখি বুজিব পাৰিছো, প্ৰত্যেকেই কেৱল নিজৰ নিজৰ সুযোগৰ পিনে লক্ষ্য ৰখা দৰকাৰ আৰু মোৰ দৰে মানুহৰ জীৱন অতি সোনকালে গঢ়ি উঠিব পাৰে। আজি মই যি পদমৰ্য্যাদাত আছো, তিনি বছৰ আগতে ছেৰ্পুহভস্কয়ে ঠিক তাতেই আছিল। ফৌজত থাকিলে মোৰ অলপো ক্ষতি নাই। কিন্তু অৱসৰ ললে আৰু কোনো আশাই নাথাকিব। আনাই তো নিজেই কৈছে মোৰ অৱস্থাৰ কোনো সালসলনি তেওঁ নিবিচাৰে। তেওঁৰ ভাল পোৱা যেতিয়া পাই আছো, ছেৰ্পুহভস্কয়ক মোৰ হিংসা হ'ব নোৱাৰে।" ধীৰে ধীৰে মোচত পাক দি তেওঁ উঠি ঘৰৰ ভিতৰত পায়চাৰি কৰিবলৈ ধৰিলে। নিজৰ ওপৰত আস্থা অনুভৱ কৰি তেওঁৰ চকু দুটা জলমল কৰি উঠিল। এতিয়া সকলো পৰিষ্কাৰ হৈ উঠিল। তেওঁ ডাঢ়ি খুৰাই, ঠাণ্ডা পানীত স্নান কৰিলে আৰু সাজপাৰ পিন্ধি ফুৰিবলৈ ওলাই গ'ল।

"মই আৰু একোকে নিবিচাৰো... কেৱল এই সুখকণ," মনে মনে আনাক কল্পনা কৰি ভাবিলে ভ্ৰনস্কিয়ে। "যিমানেই দিন গৈছে, তিমানেই মই তেওঁক আৰু বেছিকৈ ভাল পাই পেলাইছো। ...এয়ে তো ভ্ৰেদে ভিলাৰ বাগান। কিন্তু তেওঁ বা ক'ত আছে? মোৰ লগত দেখা কৰিবৰ কাৰণে এই ঠাইখিনিক বা ঠিক কৰিলে কিয়?" কিন্তু

এতিয়া আৰু চিন্তা-ভাবনা কৰাৰ সময় নাছিল। প্ৰৱেশপথৰ ওচৰ নৌপাওঁতেই চালকক গাড়ী থমাবলৈ ক'লে ভ্ৰন্‌স্কিয়ে, তাৰপিচত দৰজাখন মেলি জঁপিয়াই পৰিল চলন্ত গাড়ীৰ পৰা। বাগানৰ ফালে আগুৱাই যোৱা পথটোত কোনো নাছিল। কিন্তু সোঁফালে চোৱাৰ লগে লগে তেওঁ আনাক দেখিবলৈ পালে। তেওঁৰ মুখখন ঝালৰেৰে ঢকা। উৎফুল্ল নয়নে আনাৰ বিশেষ চলন-ভঙ্গিমা, সুগঢ়িত কান্ধ, মূৰৰ সুষম ভাৰসাম্য লক্ষ্য কৰি ভ্ৰন্‌স্কিৰ সৰ্বশৰীৰত যেন বিজুলীৰ তৰঙ্গ উঠিল। ওচৰলৈ আহি আনাই সজোৰে ভ্ৰন্‌স্কিক কৰমৰ্দন কৰিলে,"তোমাক মাতি পঠোৱাৰ কাৰণে খং কৰা নাই তো! তোমাৰ লগত দেখা নকৰিলে মোৰ আৰু উপায় নাই।"

"খং কৰিম মই! কিন্তু তুমি আহিলা কেনেকৈ? ক'ৰ পৰা আহিলা?"

"সেই কথা বাদ দিয়া," ভ্ৰন্‌স্কিৰ হাতত ধৰি ক'লে আনাই। "আহা তোমাৰ লগত কথা আছে।"

ভ্ৰনস্কিয়ে বুজিব পাৰিলে, কিবা এটা হৈছে, এই সাক্ষাৎকাৰটো মুঠেই আনন্দদায়ক নহ'ব। আনাৰ উপস্থিতিত তেওঁৰ নিজৰ ইচ্ছাশক্তি নোহোৱা হয়— তেওঁৰ বেদনাৰ কাৰণটো নজনা সত্ত্বেও নিজৰ অজানিতে ভ্ৰন্‌স্কিযেও ইতিমধ্যে যেন সেই একেই বেদনা অনুভৱ কৰিছিল।

"কি হৈছে?" কিলাকুটিৰে আনাৰ হাতত চাপ দি ভ্ৰন্‌স্কিযে সুধিলে।

"মই কালি তোমাক কোৱা নাই, এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ লগত ঘৰলৈ ওভোতাৰ সময়ত মই তেওঁক সকলো কথা কৈ দিছো,... কৈছো, মই আৰু তেওঁৰ স্ত্ৰী হৈ থাকিবলৈ নোৱাৰিম... কৈছো ...সকলো কথাই কৈ দিছো।"

"বেছ! ভালেই কৰিছা?" ভ্ৰন্‌স্কিৰ মুখত এক গপাল আৰু কঠোৰ অভিব্যক্তি ফুটি উঠে। "সহস্ৰ গুণে ভাল হৈছে। তোমাৰ কাৰণে যে এইটো কিমান কষ্টকৰ হৈছিল তাক মই জানো।"

কিন্তু আনাই ভ্ৰন্‌স্কিৰ কথা শুনা নাছিল, ভ্ৰন্‌স্কিৰ অভিব্যক্তি দেখি তেওঁৰ মনৰ কথা বুজিবলৈ চেষ্টা কৰিছিল। আনাই কল্পনাও কৰিব পৰা নাছিল, ভ্ৰন্‌স্কিৰ মুখত এনেকুৱা অভিব্যক্তি ফুটি উঠাৰ কাৰণ—প্ৰথমতে ভ্ৰন্‌স্কিৰ মনত ভাব হৈছিল, এইবাৰ দ্বন্দ্বযুদ্ধ অৱশ্যাম্ভাৱী। কিন্তু দ্বন্দ্বযুদ্ধৰ কথাটো আনাৰ এবাৰো মনত খেলোৱা নাছিল, সেই কাৰণে তেওঁ ভ্ৰন্‌স্কিৰ কঠোৰ অভিব্যক্তিৰ আন এটা অৰ্থ ধৰি ল'লে।

আনাই স্বামীৰ চিঠিখন পোৱাৰ লগে লগে মনে মনে জানিছিল যে সকলো আগৰ দৰেই চলি থাকিব, অৰ্থাৎ নিজৰ সামাজিক প্ৰতিষ্ঠানক বিসৰ্জন দি, ল'ৰাক ত্যাগ কৰি, প্ৰেমিকৰ লগত মিলিত হোৱাৰ দৰে শক্তি তেওঁৰ কোনো দিনেই নহ'ব। তথাপি এই সাক্ষাৎকাৰৰ গুৰুত্ব তেওঁৰ কাৰণে আছিল চৰম গুৰুত্বপূৰ্ণ। আনাই আশা কৰিছিল, এই সাক্ষাৎকাৰে তেওঁৰ পৰিস্থিতিটো পাল্টাই দিব, তেওঁক ৰক্ষা কৰিব। খবৰটো শুনি ভ্ৰন্‌স্কিয়ে যদি দৃঢ়তা সহকাৰে, আন্তৰিকভাৱে আৰু মুহূৰ্তৰ কাৰণেও অলপো অবিচলিত নৈহে তেওঁক ক'লেহেঁতেন, "সকলো ত্যাগ কৰি মোৰ ওচৰলৈ আহা!"

তেনেহ'লে আনাই ল'ৰাক ত্যাগ কৰি ভ্ৰনস্কিৰ ওচৰলৈ গ'লহেঁতেন। কিন্তু আনাই যেনেকৈ আশা কৰিছিল, খবৰটো শুনি ভ্ৰন্‌স্কিৰ মুখত তেনে কোনো প্ৰতিক্ৰিয়া স্পষ্ট হৈ ফুটি নুঠিল।

"মোৰ পক্ষে এইটো অলপো বেদনাদায়ক নহয়," আনাৰ কণ্ঠস্বৰত এক তিক্ততাৰ অণুৰণন। এই চোৱাঁ...!" স্বামীৰ চিঠিখন দস্তানাৰ ভিতৰৰ পৰা টানি উলিয়াই আনিলে আনাই।

চিঠিখন নিজৰ হাতত লৈ ভ্ৰনস্কিয়ে ক'লে, "বুজিছো, বুজিছো।" কিন্তু চিঠিখন নপঢ়াকৈ আনাক সান্ত্বনা দিবলৈ চেষ্টা কৰিলে,"মোৰ মাথোন এটাই কামনা, এটাই মিনতি— এই পৰিস্থিতিটো শীঘ্ৰে চুৰমাৰ্ হৈ যাওক, যাতে তোমাৰ সুখৰ কাৰণে মই নিজৰ জীৱনটো উৎসৰ্গ কৰিব পাৰো।"

"সেই কথা মোক কৈছা কিয? তুমি ভাবা নেকি সেই বিষয়ে মোৰ কিবা সন্দেহ আছে? যদি মই সন্দেহ কৰিলোহেঁতেন..."

দুজনী মহিলা সমুখৰ ফালে আগবাঢ়ি অহা দেখি ভ্ৰন্‌স্কিযে ক'লে, "সৌৱা দুজনী মহিলা আহিছে। হয়তো আমাক চিনিব পাৰে!" আনাক লগত লৈ বেগাবেগীকৈ আন এটা পথেদি তেওঁ ভিতৰলৈ সোমাই গ'ল।

"তাৰ কাৰণে মই পৰোৱা নকৰো!" কঁপনি উঠা ওঁঠ দুটাৰে আনাই ক'লে। ভ্ৰন্‌স্কিৰ মনত ভাব হ'ল, ঝালৰৰ ভিতৰৰ পৰা যেন ক্ৰুদ্ধদৃষ্টিত আনাই তেওঁৰ ফালে চাই আছে। "তুমি পঢ়ি চোৱা তেওঁ মোলৈ কি লিখিছে।... পঢ়ি চোৱা—" চিঠিখন পঢ়িবলৈ লোৱাৰ লগে লগে আকৌ সেই দ্বন্দ্বযুদ্ধৰ ছবিখন ভ্ৰন্‌স্কিৰ চকুৰ আগত ভাঁহি উঠিল। চিঠিখন শেষ কৰি আনাৰ ফালে চকু তুলি চালে তেওঁ। কিন্তু সেই চকুত দৃঢ় সংকল্পৰ চিহ্নমাত্ৰ নাছিল। আনাই এতিয়া বুজিলে যে ভ্ৰনস্কিযে তেওঁৰ মনৰ ভাব সম্পূৰ্ণভাৱে ব্যক্ত নকৰিব আৰু তেওঁ এই কথাটোও বুজিলে যে তেওঁৰ শেষ আশাটো পূৰ নহ'ব।

"দেখিছাই তো তেওঁ কি ধৰণৰ মানুহ"— কম্পিত কণ্ঠে ক'লে আনাই, "তেওঁ..."

"মাফ কৰা, কিন্তু ইয়াত মই খুচী;" আনাক বাধা দিলে ভ্ৰন্‌স্কিয়ে, "ভগৱানৰ দোহাই, মোৰ কথাটো শেষ কৰিবলৈ দিয়া"—নিজৰ বক্তব্যখিনি বুজাই দিবৰ কাৰণে চকুৰ দৃষ্টিৰে মিনতি কৰিলে,"মই খুচী, কাৰণ তেওঁ যিটো প্ৰস্তাৱ কৰিছে, সেইটো হ'ব নোৱাৰে।"

"কিয় হ'ব নোৱাৰে?" অশ্ৰু ৰোধ কৰি আনাই ক'লে, ভ্ৰন্‌স্কিয়ে যি কৈছিল স্পষ্টতঃ তেওঁ তাত গুৰুত্ব দিয়া নাছিল। তেওঁ গম পাইছিল যে নিৰ্ধাৰিত হৈ গৈছে তেওঁৰ ভাগ্য।

ভ্ৰন্‌স্কিয়ে কবলৈ বিচাৰিছিল যে তেওঁৰ মতে দ্বন্দ্বযুদ্ধ অনিবাৰ্য, তাৰপিচত এইটো চলিব নোৱাৰে, কিন্তু ক'লে অন্য কথা।

"এইটো চলি থাকিব নোৱাৰে। মই আশা কৰোঁ, তুমি এতিয়া এলেক্সি আলেক্‌জান্দ্ৰোভিচক ত্যাগ কৰিবা। 'মই আশা কৰোঁ' —অলপ থতমত খাই ৰঙা

পৰি উঠিল ভ্ৰন্‌স্কি, 'আশা কৰোঁ' আমাৰ জীৱন গঢ়ি তুলিবলৈ আৰু ভাবি-চিন্তি কিবা এটা ঠিক কৰিবলৈ তুমি মোক দিবা। কাইলৈ..." তেওঁ কিবা এটা ক'বলৈ বিচাৰিছিল।

কিন্তু আনাই তেওঁক শেষ কৰিবলৈ নিদিলে।

"কিন্তু মোৰ সন্তান!" আৰ্তনাদ কৰি উঠিল আনা,"দেখিলা তো তেওঁ কি লিখিছে! ল'ৰাটোক মই এৰি আহিব লাগিব—মই সেইটো কৰিব নোৱাৰোঁ।"

"কিন্তু আনা, ঈশ্বৰৰ দোহাই —কোনটো ভাল কোৱাচোন? তোমাৰ সন্তানক এৰি অহা, নে অপমানতে পৰিস্থিতিটো বাহাল ৰখা?"

"কাৰ পক্ষে অপমানকৰ?"

"সকলোৰে পক্ষে, বিশেষকৈ তোমাৰ পক্ষে।"

"এই কথা নক'বা। মোৰ ওচৰত এই কথাটোৰ কোনো অৰ্থ নাই," আনাৰ কণ্ঠস্বৰ কঁপি কঁপি উঠিল। "তুমি জানো বুজা নাই, যিদিনাৰ পৰা মই তোমাক ভাল পাইছো, সেইদিনাৰ পৰা মোৰ সকলো কথাই সলনি হৈছে? মোৰ বুলিবৰ কেৱল মাত্ৰ এটাই বস্তু আছে—এটাই মাত্ৰ বস্তু— তোমাৰ প্ৰেম। সেইটো থাকিলে, একোৱেই মোক অপমানিত কৰিব নোৱাৰে। মোৰ অৱস্থাক লৈ মই গৰ্বিত, তাৰ কাৰণ..." কিয় গৰ্বিত, সেই কথা ক'বলৈ নোৱাৰিলে আনাই। লজ্জা আৰু হতাশাৰ অশ্ৰুৱে তেওঁৰ কণ্ঠ ৰোধ কৰি দিলে। নিস্পন্দ হৈ ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে তেওঁ।

ভ্ৰন্‌স্কিয়ে গম পাইছিল তেওঁৰ ডিঙিৰ ভিতৰত যেন কিবা এটা লাগিছে আৰু জীৱনত এই প্ৰথম বাৰৰ কাৰণে অনুভৱ কৰিলে তেওঁ যেন কান্দি পেলাব। আনাৰ কাৰণে তেওঁৰ কৰুণা হৈছিল, অথচ তেওঁক সাহায্য কৰিবলৈ অক্ষম, আৰু লগতে তেওঁ এই কথাও জানিছিল যে আনাৰ দুখৰ কাৰণে তেৱেঁই দায়ী, কিবা এটা অন্যায় কৰিছে তেওঁ।

"বিবাহ-বিচ্ছেদ জানো সম্ভৱ নহয়?" ক্ষীণকণ্ঠে প্ৰশ্ন কৰিলে ভ্ৰন্‌স্কিয়ে । উত্তৰ নিদি মূৰ জোঁকাৰিলে আনাই। "তুমি স্বামীক ত্যাগ কৰি তোমাৰ ল'ৰাক নিব নোৱাৰিবা জানো?"

"নিব পৰা যায়, কিন্তু সকলো নিৰ্ভৰ কৰিছে তেওঁৰ ওপৰত, এতিয়া মই তেওঁৰ ওচৰলৈ যাব লাগিব," আনাই ক'লে। সকলো যে আগৰ দৰে চলি থাকিব। তেওঁৰ এই পূৰ্ববোধে তেওঁক প্ৰবঞ্চনা কৰা নাছিল।

"মঙ্গলবাৰে মই পিটাৰ্ছবুৰ্গত থাকিম, তেতিয়া সকলো স্থিৰ কৰা যাব।"

আনাই ক'লে,"কিন্তু এতিয়া আৰু সেইবোৰক লৈ কোনো কথা নাপাতোঁ।"

আনাৰ গাড়ীখন তেওঁৰ নিৰ্দেশ মতে ভ্ৰেদে বাগানৰ সৰু দৰজাখনৰ ওচৰত উপস্থিত হৈছিলহি। ভ্ৰন্‌স্কিৰ পৰা বিদায় লৈ আনা ঘৰলৈ উভতি গ'ল।

প্ৰধান সচিবৰ লগত কামত ব্যস্ত থকাৰ কাৰণে এলেক্সি আলেক্‌জান্দ্ৰোভিচে সম্পূৰ্ণভাৱে পাহৰি গৈছিল যে, আজি মঙ্গলবাৰ— আনা আৰ্কাদিয়েভনা উভতি অহাৰ কাৰণে এই দিনটোকে তেওঁ ধাৰ্য্য কৰি দিছিল। সেই কাৰণে এজন ভৃত্য আহি

আনাৰ আগমন বাতৰি জনোৱাৰ লগে লগে তেওঁ যুগপৎ বিস্মিত আৰু বিৰক্ত হৈ উঠিল। অতি প্ৰত্যুষতে আনা পিটাৰ্ছবুৰ্গ চহৰ পাইছিল। তেওঁৰ তাঁৰবাৰ্ত্তা অনুসৰি গাড়ীও পঠাই দিয়া হৈছিল। কিন্তু তেওঁ আহি পোৱাৰ পিচত এলেক্সি আলেক্‌জান্দ্ৰোভিচ তেওঁক দেখা কৰিবলৈ নাহিল। দুই-এটা নিৰ্দেশ দিয়াৰ অজুহাতত আনা তেতিয়া পাকঘৰত সোমাল- আৰু তেওঁ আহিব বুলি ভাবি ডাঙৰ ডাঙৰকৈ কথাবাৰ্ত্তা পাতিলে। কিন্তু তথাপিও তেওঁ নাহিল, যদিও আনাই শব্দ শুনি বুজিছিল যে সচিবৰ ওচৰৰ পৰা বিদায় লৈ আহি তেওঁ পঢ়া কোঠাটোত সোমাইছিল। আনাই জানিছিল সাধাৰণতে তেওঁ তৰাতৰি কৰি অফিচলৈ যায়। গতিকে তেওঁ আগতেই তেওঁৰ লগত দেখা কৰিবলৈ বিচাৰিছিল যাতে দুয়োৰে ইজনৰ প্ৰতি সিজনৰ মনোভাব স্পষ্ট হৈ উঠে।

দৃঢ় সংকল্প লৈ বৈঠকখানা পাৰ হৈ স্বামীৰ ওচৰত উপস্থিত হ'ল আনা। এলেক্সি আলেক্‌জান্দ্ৰোভিচ তেতিয়া বাহিৰলৈ ওলাই যাবলৈ প্ৰস্তুত হৈছিল। তেওঁ অফিচৰ পোছাক পিন্ধি আছিল। সৰু টেবুলখনৰ ওপৰত কিলাকুটি থৈ ক্লান্ত দৃষ্টিত সমুখৰ ফালে চাই আছিল। তেওঁ আনাক দেখাৰ আগতে, আনাই তেওঁক দেখা পাইছিল, আৰু আনাই বুজিব পাৰিছিল এলেক্সি আলেক্‌জান্দ্ৰোভিচে তেওঁৰ কথাকে চিন্তা কৰিছিল।

আনাক দেখি কাৰেনিনৰ মুখখন ৰক্তিম হৈ উঠিল —যাক আনাই কেতিয়াও দেখা নাছিল। তেওঁ আনাক হাতত ধৰি ঘৰলৈ লৈ আহি বহিবলৈ ক'লে, কিন্তু তেওঁৰ চকুৰ ফালে নাচালে, চাই থাকিল তেওঁৰ কপাল আৰু চুলিৰ ফালে।

"তুমি অহা দেখি মই বৰ আনন্দিত হৈছো," আনাৰ ওচৰত বহি এলেক্সি আলেক্‌জান্দ্ৰোভিচে ক'লে। তেওঁ কথা পাতিবলৈ চেষ্টা কৰিছিল যদিও শেষ পৰ্যন্ত কথা পতা নহ'ল। আনায়ো বুজিব পৰা নাছিল তেওঁ কি ক'ব। তেওঁৰ কাৰণে আনাৰ দুখ হৈছিল। কিছু সময় স্তব্ধতা বিৰাজ কৰিছিল।

"ছেৰিওঝা ভালে আছে তো?" উত্তৰৰ কাৰণে প্ৰতীক্ষা নকৰি এলেক্সি আলেক্‌জান্দ্ৰোভিচে পুনৰ ক'লে, "আজি ৰাতি মই ঘৰত নাখাওঁ। মই অফিচৰ পৰা চিধাই বাহিৰলৈ যাব লাগিব।"

"মই মস্কোলৈ যোৱাৰ কথা ভাবিছিলোঁ," আনাই ক'লে।

"নাই তুমি ইয়ালৈ আহি ঠিকেই কৰিছা," কথাটো কৈ পুনৰ নিমাত হৈ থাকিল তেওঁ।

আনাৰ চুলিৰ ফালে এক দৃষ্টিত চাই থকা কাৰেনিনৰ চকু দুটাৰ পৰা এবাৰৰ কাৰণেও চকু ননমাই আনাই ক'লে, "এলেক্সি আলেক্‌জান্দ্ৰোভিচ, মই এজনী অপৰাধী নাৰী, মই এজনী মন্দ নাৰী। কিন্তু মই সিদিনা তোমাক যেনেকৈ কৈছিলো, আজিও মই ঠিক তেনেকৈয়ে আছো আৰু মই তোমাক এই কথাই ক'বলৈ আহিছো যে মই একোকে বদলাব নোৱাৰো।"

"মই তোমাক সেই সম্পৰ্কে কোনো প্ৰশ্ন কৰা নাই," ঘৃণাৰ চকুৰে তেওঁৰ ফালে চাই কাৰেনিনে ক'লে। "মই ঠিক ইয়াকেই আশা কৰিছিলো।"... ক্ৰোধৰ প্ৰভাৱত তেওঁ যেন নিজৰ সামৰ্থ্যৰ ওপৰত সম্পূৰ্ণ আধিপত্য ঘূৰাই পোৱা বুলি মনত ভাব

হয়। কৰ্কশ সুৰত তেওঁ ক'লে,"অৱশ্যে মই সিদিনা তোমাক যি কৈছিলো, চিঠিতো তাকেই লিখিছো। এতিয়া আকৌ এবাৰ কৈছো মই এইবোৰ কথা জানিবলৈ বাধ্য নহওঁ। এইবোৰক মই উপেক্ষা কৰিছো...। সকলোবোৰ তিৰোতা তোমাৰ দৰে ইমান সহৃদয় নহয় যে ইমান সোনকালে এনেকুৱা এটা উপভোগ্য সংবাদ স্বামীক জনাবলৈ যাব।"— উপভোগ্য শব্দটোৰ ওপৰত বিশেষ জোৰ দিলে তেওঁ। "যিমান দিন সমাজে এইটো নাজানে আৰু মোৰ সুনাম কলঙ্কিত নহয়, তিমান দিন তাক মই উপেক্ষা কৰিম। সেইকাৰণে মই তোমাক কেৱল সাৱধান কৰি দিছো যে আমাৰ সম্পৰ্ক বৰাবৰ যেনেকুৱা আছিল তেনেকুৱা থকাটোকে মই কামনা কৰোঁ। আৰু তুমি যদি নিজৰ মান-মৰ্যাদা নিজে নষ্ট কৰা, কেৱল সেই ক্ষেত্ৰতহে মোৰ মৰ্যাদা বচাবৰ কাৰণে ব্যৱস্থা গ্ৰহণ কৰিব লাগিব।"

"কিন্তু আমাৰ সম্পৰ্ক বৰাবৰ যি আছিল সেইটো থাকিব নোৱাৰে," তেওঁৰ ফালে চাই ভয়ে ভয়ে ক'লে আনাই। "মই আৰু তোমাৰ স্ত্ৰী হৈ থাকিব নোৱাৰোঁ, কাৰণ মই..."

"জীৱনৰ যি ৰীতি-নীতি তুমি বাছি লৈছা, সি বোধহয় তোমাৰ চিন্তা-ধাৰাৰ মাজতো প্ৰতিফলিত হৈছে?" এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ ওঁঠত ঈষৎ শীতল অথচ বিষাক্ত হাঁহি ফুটি উঠিল। "মই তোমাৰ অতীতক শ্ৰদ্ধা কৰোঁ, কিন্তু বৰ্ত্তমানক ঘৃণা কৰোঁ।"

আনাই দীৰ্ঘশ্বাস পেলাই তলমূৰ কৰিলে।

"স্বামীক নিজৰ বিশ্বাসঘাতকতাৰ কথা জনাইও তুমি যে কেনেকৈ তাৰ মাজত নিন্দনীয় একো দেখিবলৈ পোৱা নাই, সি মোৰ বোধগম্য হোৱা নাই," উত্তেজিত হৈ এলেক্সি আলেক্‌জান্দ্ৰোভিচে ক'লে, 'আপাতদৃষ্টিত মনত ভাব হৈছে, স্বামীৰ প্ৰতি স্ত্ৰীৰ কৰ্তব্যপালনো তোমাৰ মানত নিন্দনীয় ।"

"এলেক্সি আলেক্‌জান্দ্ৰোভিচ, তুমি মোৰ পৰা কি পাবলৈ বিচাৰা?"

"মই বিচাৰোঁ তুমি সেই মানুহজনৰ লগত ইয়াত দেখা-সাক্ষাৎ নকৰিবা আৰু এনেকৈ চলা-ফুৰা কৰিবা যাতে চাকৰ-নাকৰবোৰে নাইবা বাহিৰৰ কোনো লোকে তোমাক নিন্দা কৰিব নোৱাৰে। মোৰ বিশ্বাস, এইটো সিমান টান কাম নহয়। ইয়াৰ বিনিময়ত তুমি কৰ্তব্যপালন নকৰিও এজনী বিশ্বস্ত স্ত্ৰীৰ দৰে সমস্ত সুযোগ-সুবিধা উপভোগ কৰিব পাৰিবা। তোমাক মোৰ আৰু বিশেষ ক'বলগীয়া একো নাই। ...মোৰ যোৱাৰ সময় হৈছে। মই আজি ৰাতি ঘৰত ভাত নাখাওঁ।"

চকীখনৰ পৰা উঠি দৰজাৰ ফালে আগবাঢ়ি গ'ল এলেক্সি আলেক্‌জান্দ্ৰোভিচ। আনাও উঠি থিয় হ'ল। নিশব্দে তলমূৰ কৰি তেওঁক আগে আগে ওলাই যাবলৈ দিলে কাৰেনিনে।❑

# চতুৰ্থ খণ্ড

কাৰেনিন দম্পতী একেটা ঘৰতে বাস কৰিছিল। প্ৰতিদিনে দুয়োৰে মাজত সাক্ষাৎ হৈছিল, কিন্তু ইজন সিজনৰ ওচৰত যেন সম্পূৰ্ণ অপৰিচিত আছিল। এলেক্সি আলেক্‌জান্দ্ৰোভিচে প্ৰতিদিনে নিয়ম কৰি স্ত্ৰীৰ লগত দেখা কৰিছিল, যাতে চাকৰ-নাকৰবোৰে তেওঁলোকৰ মাজত হোৱা মনোমালিন্যৰ বিষয়ে একো ভু নাপায়, কিন্তু ৰাতিৰ সাজ তেওঁ ঘৰত খাবলৈ এৰি দিছিল। ভ্ৰন্‌স্কি কেতিয়াও এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ ঘৰলৈ অহা নাছিল, কিন্তু আনাই ঘৰৰ পৰা ওলাই গৈ তেওঁৰ লগত দেখা কৰিছিল আৰু তেওঁৰ স্বামীয়ে এই কথা জানিছিল।

এই পৰিস্থিতিটো তিনিওজনৰ কাৰণে অশেষ যন্ত্ৰণাদায়ক আছিল আৰু তেওঁবিলাকে এদিনৰ কাৰণেও এই অৱস্থাটো সহ্য কৰিব নোৱাৰিলেহেঁতেন, যদি ইয়াক এটা সাময়িক কঠিন পৰীক্ষা বুলি আৰু শীঘ্ৰে ইয়াৰ অৱসান হ'ব বুলি নাভাবিলেহেঁতেন। এলেক্সি আলেক্‌জান্দ্ৰোভিচে আশা কৰিছিল যে এই আবেগো এদিন নাইকিয়া হব, সকলোৱে এই ঘটনাটোৰ কথা পাহৰি যাব আৰু তেওঁৰ নামটো অকলঙ্কিত হৈ থাকিব। আনা, যাৰ ওপৰত পৰিস্থিতিটো নিৰ্ভৰ কৰিছিল আৰু যাৰ অৱস্থা তিনিওজনৰ ভিতৰত আটাইতকৈ বেছি যন্ত্ৰণাদায়ক আছিল, তেওঁ কেৱল আশাই কৰা নাছিল, দৃঢ়ভাৱে বিশ্বাসো কৰিছিল যে অতি শীঘ্ৰে সকলো ঠিক হৈ যাব। কেনেকৈ সকলো ঠিক হৈ যাব সেই বিষয়ে কিন্তু তেওঁৰ বিন্দু মাত্ৰও ধাৰণা নাছিল, অথচ তেওঁ গভীৰ ভাৱে বিশ্বাস কৰিছিল যে অতি শীঘ্ৰে কিবা এটা নিষ্পত্তি হৈ যাব। ভ্ৰন্‌স্কিয়ে নিজৰ অনিচ্ছা সত্ত্বেও আনাৰ কথা মানি লৈছিল। আৰু তেৱোঁ বিশ্বাস কৰিছিল যে নিজে একো নকৰিলেও এদিন অৱশ্যে ইয়াৰ সমাধান হ'ব।

এদিন ঘৰলৈ উভতি আহি ভ্ৰন্‌স্কিয়ে আনাৰ পৰা এখন চিঠি পালে। আনাই লিখিছে, "মই অসুস্থ আৰু অসুখী। ঘৰৰ পৰা ওলাব পৰা নাই, তোমাক নেদেখিলেও থাকিব নোৱাৰো। আজি সন্ধ্যা আহিবা। এলেক্সি আলেক্‌জান্দ্ৰোভিচ সাত বজাত সমিতিলৈ যাব আৰু দহ বজালৈ তাত থাকিব।" স্বামীৰ নিষেধ সত্ত্বেও এনেকৈ চিধাচিধি তেওঁক আমন্ত্ৰণ জনোৱাৰ কাৰণে অবাক হৈ খন্তেকৰ কাৰণে ভ্ৰন্‌স্কিয়ে অলপ চিন্তা কৰি চালে আৰু স্থিৰ কৰিলে, তেওঁ যাব।

সেই শীতকালতেই ভ্ৰন্‌স্কিৰ পদোন্নতি হৈছিল, কৰ্নেললৈ। ৰেজিমেণ্ট ত্যাগ কৰি তেওঁ এতিয়া অকলে আছিল। দুপৰীয়া খোৱা-বোৱা কৰি তেওঁ এখন ছোফাত শুই পৰিল। প্ৰচণ্ড আতঙ্কত চমকি উঠি তেওঁৰ টোপনি ভাগিল। তেতিয়া চাৰিওফালে অন্ধকাৰ । লৰালৰিকৈ তেওঁ এডাল মমবাতি জ্বলালে। "কি যে এটা ভয়ঙ্কৰ স্বপ্ন দেখিছিলো মই! এৰা, আউলি-বাউলি দড়ীয়া লেতেৰা চুটি-চাপৰ এটা মানুহে আগৰ

ফালে হালি কিবা যেন এটা কৰিছিল। হঠাৎ সি ফৰাচী ভাষাত কি যেন অদ্ভুত অদ্ভুত কথা ক'বলৈ আৰম্ভ কৰিছিল। ইয়াৰ বাহিৰে সপোনত আন একো নাছিল কিন্তু সপোনটো দেখি ইমান ভয় লাগিল কিয়?" সপোনৰ সেই কৃষকজন আৰু তাৰ সেই ফৰাচী কথাবোৰ পুনৰ সুস্পষ্টভাৱে মনত পৰিল ভ্ৰন্‌স্কিৰ— আতঙ্কৰ এক হিমপ্ৰবাহ বৈ গ'ল তেওঁৰ মেৰুদণ্ডৰ মাজেদি।

ইতিমধ্যে চাৰে আঠ বাজি গৈছিল। ঘন্টা বজাই ভৃত্যক মাতি, লৰালৰিকৈ পোছাক পিন্ধি ললে ভ্ৰন্‌স্কিয়ে। এতিয়া সপোনৰ কথাটো একেবাৰে পাহৰি গৈ কেৱল পলম হোৱাৰ কথাটো ভাবি তেওঁ চিঁড়িৰ ফালে আগুৱাই গ'ল আৰু গাড়ী লৈ কাৰেনিনৰ ঘৰৰ সদৰ দৰজাত উপস্থিত হৈ এবাৰ নিজৰ ঘড়ীটোৰ ফালে চালে । ন বাজিবলৈ তেতিয়াও দহ মিনিট বাকী । সদৰ দৰজাৰ সমুখত থিয় হৈ থকা অন্য গাড়ীখনক আনাৰ গাড়ী বুলি চিনিব পাৰিলে ভ্ৰন্‌স্কিয়ে। ভ্ৰন্‌স্কিয়ে ভাবিলে, "তেওঁ মোৰ ওচৰলৈ আহিছে। সেয়ে ভাল । সেই ঘৰটোৰ ভিতৰলৈ যাবলৈ মই সমূলি ভাল নাপাওঁ। কিন্তু যিয়েই নহওক, এতিয়াতো মই আৰু নিজকে লুকাই ৰাখিব নোৱাৰিম।" ভ্ৰন্‌স্কি নিজৰ শ্লেজৰ পৰা নামি দৰজাৰ ফালে আগাবাঢ়ি যোৱাৰ লগে লগে দৰজাখন মেল খালে। ভিতৰৰ পৰা এজন পৰিচাৰক ওলাই আহিল। সাধাৰণতে ভ্ৰন্‌স্কিয়ে কেতিয়াও খুঁটি-নাটি বস্তুবোৰ লক্ষ্য নকৰে, কিন্তু এই মুহূৰ্তত তেওঁক দেখি মানুজনৰ মুখত ফুটি উঠা বিস্ময়ৰ অভিব্যক্তি তেওঁৰ নজৰত পৰিল। পিছমুহূৰ্ততে দৰজাৰ সন্মুখত ভ্ৰন্‌স্কি প্ৰায় এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ গাৰ ওপৰত পৰিলগৈ। কাৰেনিনৰ নিষ্পলক ম্লান চকু দুটা কিছুসময় স্থিৰ হৈ থাকিল ভ্ৰন্‌স্কিৰ ফালে। ভ্ৰন্‌স্কিয়ে মূৰ দোঁৱাই অভিবাদন কৰিলে। এলেক্সি আলেক্‌জান্দ্ৰোভিচে ওঁঠ কামুৰি হাত তুলি টুপীটো চুই বাহিৰলৈ ওলাই গ'ল। ভ্ৰন্‌স্কিয়ে দেখিলে তেওঁ পিচলৈ নাচাই গাড়ীত উঠিল, খিড়িকীৰে কম্বল আৰু দুৰবীন লৈ অদৃশ্য হ'ল। ভ্ৰন্‌স্কিয়ে ভ্ৰূকুটি কৰি গৰ্ব আৰু অহঙ্কাৰৰ আভাৰে চকু তিৰ্‌বিৰাই হলঘৰৰ ভিতৰত প্ৰবেশ কৰিলে।

"কি যে পৰিস্থিতি!" ভ্ৰন্‌স্কিয়ে ভাবিলে, মানুহজনে যদি দ্বন্দ্বযুদ্ধ কৰিলেহেঁতেন, নিজৰ সন্মানৰ কাৰণে ঘৃৰি চালেহেঁতেন, তেনেহ'লে মই কিবা অলপ কৰিব পাৰিলোহেঁতেন... মোৰ ভাবাবেগবোৰ প্ৰকাশ কৰিব পাৰিলোহেঁতেন... কিন্তু তেওঁ মোক এজন প্ৰবঞ্চকৰ পৰিস্থিতিত নিক্ষেপ কৰিছে যাক মই হ'বলৈ বিচৰা নাছিলো আৰু কেতিয়াও নহওঁ।"

ভ্ৰেদে বাগানত সিদিনা আনাৰ লগত কথা-বতৰা হোৱাৰ পিচৰ পৰা ভ্ৰন্‌স্কিৰ মনোভাব পৰিৱৰ্তন হৈ গৈছে। আনাই সম্পূৰ্ণভাৱে নিজকে তেওঁৰ ওচৰত সমৰ্পণ কৰিছে। নিজৰ ভাগ্য সম্পৰ্কে সিদ্ধান্ত লবৰ কাৰণে কেৱল তেওঁৰ মুখৰ ফালে চাই আছে। নিজৰ অজানিতে আনাৰ দুৰ্বলতাৰ ওচৰত পৰাজয় স্বীকাৰ্ কৰি ভ্ৰনস্কিয়েও চিন্তা কৰিবলৈ এৰি দিছে যে তেওঁলোকৰ এই বন্ধন কেতিয়াবা ছিন্ন হ'ব —যাক তেওঁ আগতে ভাবিছিল। তেওঁৰ উচ্চাশা, অভিলাষ আৰু পৰিকল্পনাবোৰ পুনৰ পটভূমিৰ

নিৰ্জনতাৰ মাজলৈ উভতি গৈছে। নিজৰ আবেগৰ ওচৰত ভ্ৰন্স্কিয়ে এতিয়া সম্পূৰ্ণভাৱে আত্মসমৰ্পণ কৰিছে আৰু সেই আবেগে আনাৰ লগত তেওঁৰ সম্পৰ্ক আৰু গাঢ়তৰ কৰি তুলিছে।

হলঘৰৰ পৰাই আনাৰ অপসৃয়মান পদধ্বনি ভ্ৰন্স্কিৰ কাণত পৰিছিল। তেওঁ বুজিছিল যে আনাই কাণ পাতি তেওঁৰ প্ৰতীক্ষাত আছিল আৰু এতিয়া বৈঠকখানালৈ উভতি গৈছে।

"নাই," ভ্ৰন্স্কিক দেখি আৰ্তনাদ কৰি উঠে আনাই আৰু লগে লগে তেওঁৰ চকুপানী ওলায়। "এনেকৈ চলিলে অন্তিম কাল শীঘ্ৰে আহিব, অতি শীঘ্ৰে।"

"কি হৈছে, সোণজনী?"

"কি হৈছে? এঘন্টা, দুঘন্টা ধৰি কি উদ্বেগ লৈ মই অপেক্ষা কৰিছিলো! নাই, থাক, তোমাৰ লগত মই কাজিয়া কৰিব নোৱাৰিম। অৱশ্যে তুমি আহিবাই বা কেনেকৈ!"

ভ্ৰনস্কিৰ কান্ধত হাত দুখন ৰাখি আনাই বহু সময় প্ৰগাঢ়, উল্লসিত আৰু প্ৰশ্নালু দৃষ্টিৰে ভ্ৰনস্কিৰ ফালে চাবলৈ ধৰিলে। যিকেইদিন তেওঁক দেখা নাই সেইকেইদিনৰ ভিতৰত ভ্ৰনস্কিৰ কি পৰিৱৰ্তন হৈছে তাক নিৰীক্ষণ কৰিবলৈ ধৰিলে তেওঁৰ মুখ দেখি। প্ৰতিবাৰ সাক্ষাতৰ সময়ত আনাই এনেকৈ তেওঁৰ কল্পনাৰ ছবিটোৰ লগত ভ্ৰন্স্কিৰ বাস্তৱ ৰূপটোৰ তুলনা কৰি চাইছিল (আচলতে যি কল্পনাত অতুলনীয় সুন্দৰ সি বাস্তৱত সম্ভৱপৰ নহয়)।

এলেক্সি আলেক্জান্দ্ৰোভিচৰ লগত তোমাৰ ক'ত ভেটা-ভেটি হ'ল?" ভ্ৰনস্কিৰ ফালে মুখ ঘূৰাই প্ৰশ্ন কৰিলে আনাই । তেওঁৰ কণ্ঠস্বৰত যেন এক অস্বাভাৱিক আৰু ব্যঙ্গৰ সুৰ।

"দৰজাৰ সমুখত আমি দুজন ভেটা-ভেটি হৈছিলো।"

"তেতিয়া তেওঁ তোমাক এনেকৈ অভিবাদন কৰিলে?" চকু দুটা আধা-মুদা কৰি ততালিকে মুখৰ চেহেৰা বদলাই পেলালে আনাই। হঠাৎ ভ্ৰন্স্কিয়ে লক্ষ্য কৰিলে, এলেক্সি আলেক্জান্দ্ৰোভিচে যিদৰে মূৰ দোঁৱাই তেওঁক অভিবাদন জনাইছিল, আনাৰ সুন্দৰ মুখমণ্ডলত অবিকল তদ্ৰূপ অভিব্যক্তি ফুটি উঠিছে। ভ্ৰনস্কিয়ে ঈষৎ হাঁহিলে, আনাই এটা সুস্মিত হাঁহি মাৰিলে —সেই সুমিষ্ট, অন্তৰঙ্গ হাঁহি যি তেওঁৰ অন্যতম আকৰ্ষণ।

"ভদ্ৰ মহোদয়ক মই অলপো বুজিব পৰা নাই। এনেকুৱা এটা পৰিস্থিতি তেওঁ সহ্য কৰিছে কেনেকৈ? অথচ এই বিষয়ে যে তেওঁ অনুভৱ কৰিছে তাত কোনো সন্দেহ নাই।"

"তেওঁ একোকে নুবুজে। একোকে অনুভৱ নকৰে। অনুভূতি থকা কোনো পুৰুষ মানুহে জানো বিশ্বাসঘাতিনী স্ত্ৰীৰ লগত একেটা ঘৰতে বাস কৰিব পাৰে? তেওঁৰ লগত কথা পাতিব পাৰে? তেওঁক 'প্ৰিয়া মোৰ' বুলি আহ্বান কৰিব পাৰে? তেওঁ মানুহ নহয়, তেওঁ এটা পুতলা!... তেওঁৰ ঠাইত যদি মই হলোহেঁতেন তেন্তে বহুদিন

আগতেই মোৰ দৰে এজনী তিৰোতাক খুন কৰি পেলালোহেঁতেন... টুকুৰা টুকুৰ কৰি পেলালোহেঁতেন... তেওঁ মানুহ নহয়, তেওঁ এটা চৰকাৰী যন্ত্ৰ। তেওঁ নুবুজে যে মই তোমাৰেই তিৰোতা, তেওঁ এটা বাহিৰা মানুহ। এটা অৰ্থহীন অস্তিত্ব মাত্ৰ। কিন্তু তেওঁৰ কথা এতিয়া বাদ দিয়া।"

"বেছ", ভ্ৰন্‌স্কিয়ে তেওঁক শান্ত কৰিবলৈ চেষ্টা কৰিলে, "তেন্তে কোৱাঁ তোমাৰ কি হৈছে? ডাক্তৰে কি কৈছে? মোৰ কিন্তু ধাৰণা — ই অসুস্থতা নহয়।... সেইটো কেতিয়া হ'ব?"

আনাৰ চকুযুৰিৰ পৰা বিদ্ৰূপৰ পোহৰ নিৰ্বাপিত হ'ল। তাৰ সলনি এক নিবিড় বিষাদ নামি আহিল তেওঁৰ মুখমণ্ডললৈ।

"শীঘ্ৰে। তুমি কৈছা, আমাৰ পৰিস্থিতিটো বৰ করুণ, বৰ যন্ত্ৰণাদায়ক—ইয়াক অৱশ্যে শেষ কৰি পেলাব লাগিব। কিন্তু তুমি যদি জানিলাহেঁতেন, এইটো মোৰ কাৰণে কিমান ভয়ঙ্কৰ! আমি যেনেকৈ ভাবিছো সেইটো তেনেকৈ নাহিব। কথাটো তোমাক ক'বলৈ মোৰ মন নাছিল, তুমিয়ে মোক ক'বলৈ বাধ্য কৰালা। তেতিয়া আমি সকলোৱে শান্তি পাম, ...তেতিয়া আৰু কোনেও কষ্ট খাব নালাগিব।"

"তুমি জানিবলৈ বিচাৰিছা, কেতিয়া? শীঘ্ৰেই। কিন্তু তাৰপিচত মই আৰু নাবাচিম। মই তাক জানো। নিশ্চিতভাৱে জানো মই মৰি যাম। মৰিম বুলি জানি বৰ সুখী হৈছো.. মৰি গৈ মই তোমাক আৰু মোক মুক্তি দি যাম। মই মৰি যাম...মই সপোন দেখিছো।"

"সপোন?" পুনৰাবৃত্তি কৰে ভ্ৰন্‌স্কিয়ে আৰু তৎক্ষণাৎ সপোনত দেখা সেই কৃষকৰ কথাটো তেওঁৰ মনত পৰে।

"অঁ, এটা সপোন। দেখিলো, কিবা এটা বিচাৰি অনাৰ কাৰণে মই শোৱনিঘৰলৈ দৌৰি গৈছো। কিন্তু শোৱনি-ঘৰৰ কোণৰ ফালে কোনোবা যেন থিয় হৈ আছে। মানুহটো এজন কৃষক, আউলি-বাউলি দাড়ি, চুটি—চাপৰ চেহেৰা... এক ভয়ঙ্কৰ মূৰ্ত্তি। মই পলাই যাবলৈ বিচাৰছিলো। কিন্তু মানুহজনে এটা বস্তাৰ ওপৰত হালি দুহাতেৰে বস্তাটোৰ ভিতৰত খেপিয়াবলৈ ধৰিলে...

আনাই দেখুৱালে—মানুহজনে কেনেকৈ বস্তাটোৰ ভিতৰত হাত লৰাইছিল। আনাৰ সমস্ত মুখত আতঙ্ক, আতঙ্কত বিস্ফাৰিত হৈ উঠিছে তেওঁৰ চকু দুটা। নিজৰ সপোনটোৰ কথা চিন্তা কৰি সেই আতঙ্ক অনুভৱ কৰিলে ভ্ৰন্‌স্কিয়েও।

"মানুহজনে খেপিয়াইছিল আৰু খুব খৰকৈ ফৰাচী ভাষাত কৈছিল— তেওঁ অপৰাধী, তেওঁক মাৰা, কাটা, পিহি পেলোৱা..." ভয়ত মই জাগি উঠিবলৈ চেষ্টা কৰিছিলো। আৰু জাগি উঠিলোও— কিন্তু সেইটো আছিল সপোনৰ মাজত জাগি উঠা। নিজকে নিজে প্ৰশ্ন কৰিবলৈ আৰম্ভ কৰিলো। কি অৰ্থ ইয়াৰ। তেতিয়া কৰ্নিয়ে মোক ক'লে-প্ৰসৱত, মা, আপোনাৰ প্ৰসৱত মৃত্যু হব। তাৰপিচত টোপনিটো ভাগি গ'ল।

"কি যে অনৰ্থক কথা বলকিছা!" ভ্ৰন্‌স্কিয়ে ক'লে। কিন্তু তেওঁ নিজেই অনুভৱ কৰিলে, তেওঁৰ কণ্ঠস্বৰত আত্মপ্ৰত্যয় নাছিল।

"কিন্তু সেইবোৰ কথা এতিয়া বাদ দিয়া। বৰং এতিয়া ঘন্টাটো বজোৱা, মই অলপ চাহ খাম। তুমিও কিছু সময় থাকা, মইতো আৰু বেছি দিন..."

এনেকৈ কৈ কৈ তেওঁ বৈ যায়। মুহূৰ্তৰ ভিতৰতে তেওঁৰ মুখৰ অভিব্যক্তিৰ আমূল পৰিবৰ্তন হয়। আতঙ্ক আৰু উত্তেজনাৰ সলনি নামি আহে কোমল, শান্ত আৰু স্নেহপূৰ্ণ একাগ্ৰতা। ভ্ৰন্স্কিয়ে এই আকস্মিক পৰিবৰ্তনৰ কোনো অৰ্থ অনুমান কৰিব পৰা নাছিল। আচলতে আনাই তেতিয়া শুনিবলৈ পাইছিল নিজৰ ভিতৰত এটা নতুন জীৱনৰ স্পন্দন।

ৰাতি তিনি বজালৈ পঢ়া-কোঠাটোত পায়চাৰি কৰি কটালে এলেক্সি আলেক্‌জান্দ্ৰোভিচে। গোটেই ৰাতিটো ধৰি তেওঁৰ ক্ৰোধ ক্ৰমে বাঢ়ি গৈছিল আৰু ৰাতিপুৱাই চৰম পৰ্য্যায়ত উপনীত হৈছিল। লৰালৰি কৰি পোছাক-পাতি পিন্ধি তেওঁ আনাৰ ঘৰত সোমাল। এনে সময়ত এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ উপস্থিতিত আনাও অবাক হৈ গ'ল। মানুহজনৰ ভাব-ভঙ্গি, চাল-চলন, কণ্ঠস্বৰ সকলোতে এক আশ্চৰ্য দৃঢ় প্ৰত্যয় আৰু কঠোৰতাৰ অভিব্যক্তি যাক আনাই আগতে কেতিয়াও দেখা নাছিল। আনাক কোনো ৰকমৰ কুশল-সম্ভাষণ নকৰাকৈ, চিধাই তেওঁৰ লেখা-পঢ়া কৰা টেবুলখনৰ ওচৰলৈ আগুৱাই গ'ল এলেক্সি আলেক্‌জান্দ্ৰোভিচ আৰু আনাৰ চাবিকোছা হাতত লৈ এটা দেৰাজ খুলি পেলালে।

"কি লাগে তোমাক?" আনাই চিৎকাৰ কৰি সুধিলে।

"তোমাৰ প্ৰেমিকৰ চিঠিবোৰ—"

"সেইবোৰ ইয়াত নাই" দেৰাজটো বন্ধ কৰি দিলে আনাই। কিন্তু ইয়াৰ ফলত এলেক্সি আলেক্‌জান্দ্ৰোভিচে গম পালে যে তেওঁৰ অনুমান মিছা নহয়। আনাক জোৰ কৰি আঁতৰাই দি তেওঁ দেৰাজৰ পৰা এটা পোৰ্টফোলিও বেগ তুলি ললে। কাৰেনিনে জানিছিল এই বেগটোৰ ভিতৰতে আনাই মূল্যবান কাগজ-পত্ৰবোৰ ৰাখে। আনাই তেওঁৰ হাতৰ পৰা বেগটো কাঢ়ি নিবলৈ চেষ্টা কৰিছিল, কিন্তু এলেক্সি আলেক্‌জান্দ্ৰোভিচে তেওঁক ঠেলি আঁতৰাই দিছিল।

"বহা, তোমাৰ লগত মোৰ কথা আছে।" বেগটো হাতৰ তলত চেপি ধৰাৰ কাৰণে এলেক্সি আলেকেজান্দ্ৰোভিচৰ কান্ধখন ওখ হৈ আছিল। আনাই বিস্ময়ত নিৰ্বাক হৈ চাই আছিল তেওঁৰ ফালে। "মই তোমাক কৈছিলো, তোমাৰ প্ৰেমিকক এই ঘৰলৈ অহাটো মই সহ্য নকৰিম।"

"তেওঁক দেখা কৰাৰ মোৰ দৰকাৰ আছিল, কাৰণ..." কোনো কাৰণ বিচাৰি নাপাই অবাক হৈ যায় আনা— তেওঁৰ মুখখন গৰম হৈ উঠে। তথাপি স্বামীৰ কৰ্কশ ব্যৱহাৰে তেওঁৰ মনলৈ সাহস আনি দিয়ে। "তুমি নিশ্চয় বুজিব পাৰিছা তোমাৰ পক্ষে মোক অপমান কৰাটো কিমান সহজ কথা।"

"এজন সৎ পুৰুষ আৰু এজনী সৎ মহিলা অপমানিত হব পাৰে। কিন্তু চোৰ এটাক চোৰ বোলাৰ অৰ্থ, কেৱল সত্যক সমৰ্থন কৰা।"

"তোমাৰ অন্তৰত ইমান নিষ্ঠুৰতা আছে বুলি মই জনা নাছিলো, এইটো দেখিছো নতুন!"

"ইয়াকে তুমি নিষ্ঠুৰতা বুলিছা? কেৱল মাত্ৰ শালীনতা ৰক্ষা কৰাৰ চৰ্তত স্বামীয়ে তেওঁৰ স্ত্ৰীক স্বাধীনতা দিছে, স্ত্ৰীক নিজৰ নাম বহন কৰাৰ সন্মানজনক নিৰাপত্তা দিছে —ইয়াক জানো নিষ্ঠুৰতা বোলে?"

"তুমি যদি জানিবলৈ বিচাৰা কওঁ— ই নিষ্ঠুৰতাতকৈও বেয়া — নীচতা!" প্ৰবল ঘৃণাত ঘৰৰ পৰা ওলাই যাবৰ কাৰণে থিয় হয় আনা।

"নাই, নোৱাৰা," স্বাভাৱিকতকৈও উচ্চ স্বৰত চিঞৰি উঠে এলেক্সি আলেক্‌জান্দ্ৰোভিচে আৰু জোৰ কৰি আনাক বহুৱাই দিয়ে। "নীচতা! শব্দটো ব্যৱহাৰ কৰাৰ সাহস যেতিয়া তোমাৰ হ'ল, তুমি মনত ৰখা উচিত— স্বামীৰ অন্ন খাই, প্ৰেমিকৰ কাৰণে স্বামী আৰু সন্তানক ত্যাগ কৰাটোহে নীচতা!"

মূৰ দোঁৱাই বহি থাকে আনা। তেওঁ নক'লে যে যোৱাকালি সন্ধ্যাবেলা তেওঁ ভ্ৰনস্কিক কৈছিল যে, ভ্ৰনস্কি তেওঁৰ স্বামী আৰু স্বামী তেওঁৰ ওচৰত এটা অৰ্থহীন অস্তিত্বমাত্ৰ। সেই কথা আনাই নাভাবিলে এই পৰ্যন্ত। এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ কথাবোৰৰ যথাৰ্থতা তেওঁ সম্পূৰ্ণৰূপে অনুভৱ কৰিছিল। কেৱল অস্ফুট স্বৰে তেওঁ ক'লে, "এইবোৰ কথা তুমি কৈছা কিয়?"

"কিয় কৈছো? কিহৰ কাৰণে কৈছো?" এলেক্সি আলেক্‌জান্দ্ৰোভিচে আগৰ দৰে ক্ৰুদ্ধ স্বৰে কৈ থাকে, যেহেতু শালীনতা ৰক্ষাৰ ক্ষেত্ৰত তুমি মোৰ ইচ্ছা মানি চলা নাই, এই গতিকে এই ধৰণৰ কথা বন্ধ কৰাৰ কাৰণে মই উপযুক্ত ব্যৱস্থা হাতত ল'ম।"

আনাই ক'লে, "শীঘ্ৰে, অতি শীঘ্ৰে সকলো আপোনা-আপুনি শেষ হৈ যাব," আৰু আসন্ন মৃত্যুৰ চিন্তাত, যি মৃত্যু এতিয়া তেওঁৰ আকাঙ্ক্ষিত। চকুপানীৰে তেওঁৰ চকু দুটা উপচি পৰিল।

"তুমি তোমাৰ প্ৰেমিকৰ লগ লাগি যিভাৱে পৰিকল্পনা কৰিছা, এইটো তাতকৈও আগতে শেষ হ'ব। একমাত্ৰ পাশৱিক কামনা চৰিতাৰ্থ কৰা যদি..."

"এলেক্সি আলেক্‌জান্দ্ৰোভিচ! যি এবাৰ হেৰাই গৈছে তাক পুনৰ আঘাত কৰা কেৱল অমহানুভৱতাই নহয়, অভদ্ৰজনোচিতো নিশ্চয়।"

"এৰা, তুমি কেৱল নিজৰ কথাটোহে চিন্তা কৰা। কিন্তু তোমাৰ স্বামীয়ে যে কি জ্বালা-যন্ত্ৰণা ভোগ কৰিছে তাৰ কথা অলপো চিন্তা নকৰা। তেওঁৰ গোটেই জীৱনটো ধ্বংস হৈ গ'লেও তোমাৰ একো লাভ-লোকচান নহয়। কিছু সময় নীৰৱ হৈ থাকি এলেক্সি আলেক্‌জান্দ্ৰোভিছে ঠাণ্ডা সুৰত ক'লে,"মই তোমাক ক'বলৈ আহিছো যে কাইলৈ মই মস্কোলৈ যাম, আৰু এই ঘৰলৈ উভতি নাহো।. মোৰ সিদ্ধান্তৰ কথা তুমি উকীলৰ মাৰফৎ পাবা... বিবাহ বিচ্ছেদৰ দায়িত্বটো মই তেওঁকেই দিম। আৰু মোৰ ল'ৰা মোৰ ভনীৰ ওচৰলৈ যাব।"

"ছোৱিওঝাক তুমি ভাল নোপোৱা.. কেৱল মোক আঘাত দিবৰ কাৰণেই তুমি তাক নিবলৈ ওলাইছা... তাক তুমি মোক দিয়াঁ!"

"এৰা, ল'ৰাৰ প্ৰতি মমতাকণো মই হেৰুৱাইছো, কাৰণ তোমাৰ প্ৰতি যি বিকৰ্ষণ মই অনুভৱ কৰো, তাৰ লগত সিও জড়িত, কিন্তু তথাপি মই তাক নিম। বিদায়!"

এলেক্সি আলেক্জান্দ্ৰোভিচ উভতি যোৱাৰ বাবে প্ৰস্তুত হ'ল, কিন্তু আনাই তেওঁক থমালে।

"এলেক্সি আলেক্জান্দ্ৰোভিচ, ছেৰিওঝাক তুমি মোক দিয়া!" পুনৰ আনাই এবাৰ কাকুতি কৰি ক'লে,"মোৰ আৰু একো কবলগীয়া নাই। অন্ততঃ যিকেইদিন মই...প্ৰসৱৰ কাৰণে আটক হৈ থাকিব লাগিব...অন্ততঃ সেইকেইদিনৰ কাৰণে ছেৰিওঝাক দিয়া।"

প্ৰচণ্ড ৰাগত আনাৰ হাতৰ পৰা নিজৰ হাতখন এৰুৱাই আনি একো নোকোৱাকৈ ঘৰৰ পৰা ওলাই গ'ল এলেক্সি আলেক্জান্দ্ৰোভিচ।

মস্কোত উপস্থিত হোৱাৰ পিচদিনা এলেক্সি আলেক্জান্দ্ৰোভিচে গৱৰ্ণৰ জেনেৰেলক দেখা কৰি উভতি আহোতে গজেৎনি প্লেচৰ চকত হঠাৎ উচ্চ আৰু উচ্ছল কণ্ঠে কোনোবাই তেওঁক নাম ধৰি মতা শুনি, তেওঁ পাচফালে নোচোৱাকৈ থাকিব নোৱাৰিলে। এখন গাড়ীৰ খিড়িকীত হাত থৈ তেওঁৰ ভগ্নীপতি স্তেপান আৰ্কাদিয়েভিচে তেওঁক চিঞৰি চিঞৰি মাতিছিল। খিড়িকীৰে এজনী মহিলা আৰু দুটি সৰু ল'ৰা-ছোৱালীকো দেখা গৈছিল। মহিলাজনীয়ে হাঁহি হাঁহি এলেক্সি আলেক্জান্দ্ৰোভিচৰ ফালে হাত জোঁকাৰিলে। সিহঁত আছিল ডলি আৰু তেওঁৰ ল'ৰা-ছোৱালী।

এলেক্সি আলেক্জান্দ্ৰোভিচে মস্কোত কাৰো লগত দেখা কৰিবলৈ বিচৰা নাছিল, অন্ততঃ তেওঁৰ স্ত্ৰীৰ ভায়েকৰ লগততো কথাই নাই। তেওঁ মূৰৰ টুপীটো এবাৰ তুলিলে...হয়তো গাড়ী নথমাই গৈয়ে থাকিলেহেঁতেন, কিন্তু অবলনস্কিয়ে কচোৱানক গাড়ী থমাবলৈ হুকুম দিলে আৰু বৰফৰ ওপৰেদি দৌৰি দৌৰি আহি তেওঁৰ কাষত থিয় হ'ল।

"কি লজ্জাৰ কথা, আমাকতো এবাৰ জনাব লাগে। বহুদিন ধৰি ইয়াত আছে নেকি?"

বৰফবোৰ জাৰি-জোঁকাৰি পেলাবৰ কাৰণে তেওঁ এখন ভৰিৰে আনখন ভৰিত আঘাত কৰিলে।

"সময় পোৱা নাছিলো, ভীষণ ব্যস্ত," নীৰস সুৰত উত্তৰ দিলে কাৰেনিনে।

"আহক, মোৰ পত্নীয়ে আপোনাৰ লগত দেখা কৰিবলৈ বিচাৰিছে।"

ঠাণ্ডাত গোট মৰা ভৰি দুখন কম্বলৰ ভিতৰৰ পৰা উলিয়াই গাড়ীৰ পৰা নামি আহিল কাৰেনিন। তাৰপিচত বৰফৰ ওপৰেদি আগুৱাই গ'ল দাৰিয়া আলেক্জান্দ্ৰোভনাৰ ফালে।

"কি খবৰ, এলেক্সি আলেক্জান্দ্ৰোভিচ?" ডলিৰ মুখত স্মিত হাঁহি, "আপুনি এনেকৈ আমাক ত্যাগ কৰিছে কিয়?"

"মই ভীষণ ব্যস্ত আছিলো। আপোনালোকৰ লগত দেখা হ'বলৈ পাই নথৈ আনন্দিত হৈছো!" কাৰেনিনৰ কণ্ঠস্বৰত দেখ্‌দেখ্‌কৈ বিপৰীত মনোভাৱ প্ৰকাশ হৈ উঠিছিল। "আপুনি কেনে আছে?"

"আনা কেনে আছে কওক!"

এলেক্সি আলেক্‌জান্দ্ৰোভিচে বিৰ্‌বিৰ্‌কৈ কিবা এটা জবাব দি গুচি যাবৰ কাৰণে প্ৰস্তুত হৈছিল। কিন্তু অবলনস্কিয়ে তেওঁক থমাই দিলে।

"শুনা, ডলি, কাইলৈ তেওঁক নৈশ ভোজৰ কাৰণে আমন্ত্ৰণ কৰা। মই কোজনিশেৰ্ভ আৰু পেস্তসভকো কৈ দিম..."

"হয়, দয়া কৰি আহিব। আমি পাঁচবজাত আপোনাক আশা কৰিম, অথবা ছবজাত যি আপোনাৰ খুচী । আনা কেনে আছে? আজি কিমান দিন হ'ল..."

"বেছ ভালেই আছে," ভ্ৰূকুঞ্চিত কৰি অস্ফুট স্বৰে ক'লে কাৰেনিনে। তাৰপিচত আগবাঢ়ি গ'ল নিজৰ গাড়ীখনৰ ফালে।

"আপুনি আহিবতো?" পাচফালৰ পৰা প্ৰশ্ন কৰিলে ডলিয়ে।

এলেক্সি আলেক্‌জান্দ্ৰোভিচে কিবা এটা ক'লে, কিন্তু চলন্ত গাড়ী ঘোঁৰাৰ শব্দত ডলিয়ে তাক বুজিব নোৱাৰিলে।

"মই কাইলৈ আপোনাৰ লগত দেখা কৰিম," অবলনস্কিয়ে চিঞৰি ক'লে।

এলেক্সি আলেক্‌জান্দ্ৰোভিচ গাড়ীত উঠি একোণত আউজি বহিল যাতে কাকো দেখা নাপায় বা তেওঁকো কোনেও নেদেখে।

"অদ্ভুত মানুহ!" পত্নীক ক'লে অবলনস্কিয়ে। তাৰপিচত ঘড়ীৰ ফালে এবাৰ চাই ডলি আৰু ল'ৰা-ছোৱালী দুটাক আদৰ কৰাৰ ভঙ্গিমাত নিজৰ মুখৰ আগত হাতখন অলপ লৰাই দীঘল দীঘলকৈ খোজ ললে।

"স্তিভা, স্তিভা!" ডলিৰ মুখখন ৰঙা পৰি উঠিল।

অবলনস্কিয়ে ঘূৰি চালে।

তুমিতো জানা, গ্ৰিশা আৰু তানিয়াৰ কাৰণে মই কোট কিনিব লাগিব। মোক টকাখিনি দিয়া!"

"চিন্তাৰ কোনো কাৰণ নাই। তেওঁলোকক ক'বা, মই পিচত দামটো দি দিম।" ওচৰেদি যোৱা আন এখন গাড়ীত এজন পৰিচিত লোকৰ ফালে সদয় ভঙ্গিমাত মূৰ দোঁৱাই অন্তৰ্ধান হ'ল অবলনস্কি।

পিচদিনা ৰবিবাৰ। বলশয় থিয়েটাৰত নৃত্য নাটিকা চাবলৈ গ'ল অবলনস্কি। তাত আগদিনা সন্ধিয়া দিয়া প্ৰতিশ্ৰুতি অনুসাৰে মাছা চিভিছভ নামে এজনী সুন্দৰী নৰ্তকীক তেওঁ এডাল প্ৰবালৰ নেকলেচ উপহাৰ দিলে আৰু যৱনিকাৰ অন্তৰালত দিনৰ অন্ধকাৰত নৰ্তকীৰ সুন্দৰ মুখখনত চুমা এটা দিয়াৰ সুযোগ গ্ৰহণ কৰিলে। নেকলেচ উপহাৰ দিয়াৰ উপৰিও তেওঁ ক'লে যে নৃত্য-নাটিকাৰ প্ৰথম ছোৱাত তেওঁ উপস্থিত

থাকিব নোৱাৰিব। শেষৰ অঙ্কত তেওঁ আহিব আৰু তেওঁক লগত লৈ নৈশাহাৰ খাবলৈ যাব। থিয়েটাৰৰ পৰা ওহোটনি ৰ'লৈ গৈ ৰাতিৰ কাৰণে মাছ আৰু শাক-পাচলি কিনি ললে। আৰু বাৰ বজাত গৈ দুচ্ছোট হোটেলত উপস্থিত হ'ল। অবলনস্কিয়ে যে তিনিজন মানুহক লগ ধৰিবলৈ ইচ্ছা কৰিছিল, ভাগ্যক্রমে তিনিওজন এতিয়া এই হোটেলৰ বাসিন্দা। এওঁলোকৰ প্ৰথম জন—লেভিন, কিছুদিন আগতে বিদেশৰ পৰা আহি ইয়াত থাকিবলৈ লৈছে। দ্বিতীয় জন —অবলনস্কিৰ নতুন বিভাগীয় প্ৰধান। পদোন্নতিৰ ফলত তেওঁ বৰ্ত্তমানে এই পদৰ অধিকাৰী হৈছে। আৰু তৃতীয়জন—অবলনস্কিৰ ভগ্নীপতি এলেক্সি আলেক্‌জান্দ্ৰোভিচ।

অবলনস্কি যেতিয়া লেভিনৰ ঘৰত সেমাল তেতিয়া লেভিনে তেভিয়েৰ এজন কৃষকৰ লগত ঘৰৰ মাজ-মজিয়াত থিয় হৈ ভালুকৰ টাটকা চামৰা এখন মাপি আছিল।

"আৰে! তুমি ভালুকজনীক মাৰিছা নেকি?" চিৎকাৰ কৰি উঠিল অবলনস্কি। "আৰহিপ, তুমি কেনে আছা?" কৃষকজনৰ লগত কৰমৰ্দন কৰি টুপী আৰু কোট নোখোলাকৈয়ে তেওঁ বহি পৰিল।

"কোটটো খুলি লৈ অলপ বহা," অবলনস্কিৰ টুপীটো হাতত লৈ লেভিনে ক'লে।

"নাই, সময় নাই, মাত্ৰ এক চেকেণ্ডৰ কাৰণে আহিছো,'" কোটৰ বুতামবোৰ খুলি উত্তৰ দিলে অবলনস্কিয়ে। কিন্তু শেষত তেওঁ কোটটো খুলিলে, পূৰা এঘন্টা জুৰি চিকাৰ আৰু বিশেষ অন্তৰঙ্গ প্ৰসঙ্গবোৰৰ বিষয়ে লেভিনৰ লগত কথা-বতৰা পাতিলে।

"এতিয়া কোৱাঁ, বিদেশলৈ গৈ তুমি কি কৰিলা?" কৃষকজন যোৱাৰ পিচত অবলনস্কিয়ে জানিবলৈ বিচাৰিলে, "ক'ত আছিলা তুমি?"

"জাৰ্মানী, প্ৰুচিয়া, ফ্ৰান্স আৰু ইলেণ্ডত আছিলো। নাই ৰাজধানীবোৰত নহয়, শিল্পপ্ৰধান নগৰবোৰত। এনেকুৱা বহু কিবাকিবি দেখিলো যিবোৰ মোৰ কাৰণে নতুন। ...বিদেশলৈ গৈছিলো বুলিয়েই মই সঁচাই বৰ আনন্দিত।"

"এৰা, শ্ৰমিক-সমস্যা সমাধানৰ প্ৰশ্নত তোমাৰ চিন্তাধাৰাৰ কথা মই জানো।"

"নাই, ৰাছিয়াৰ শ্ৰমিক-সমস্যা সম্পৰ্কে কোনো প্ৰশ্নই থাকিব নোৱাৰে। ৰাছিয়াৰ প্ৰশ্নটো হৈছে, শ্ৰমিকৰ লগত জমিদাৰৰ সম্পৰ্ক লৈ। অৱশ্যে প্ৰশ্নটো তাতো আছে। কিন্তু তাৰ কথাটো হৈছে—যি ধ্বংস হৈ গৈছে তাক মেৰামতি কৰাৰ বিষয়ে... আৰু আমাৰ ইয়াত..."

"কিন্তু মই এতিয়া যাব লাগিব," আসন এৰি থিয় হয় অবলনস্কি।

লেভিনে বাধা দি ক'লে,"আৰু খন্তেক অপেক্ষা কৰা, আমাৰনো আৰু কেতিয়া দেখা-দেখি হ'ব? মই কাইলৈ যামেই।"

"বাঃ, মই এজন ভাল মানুহ। কিয় আহিছিলো ইয়ালৈ... অৱশ্যে, অৱশ্যে। আজি ৰাতি আমাৰ তাত খোৱাৰ কাৰণে নিমন্ত্ৰণ থাকিল। তোমাৰ ভ্ৰাতৃ আৰু আমাৰ ভগ্নীপতি কাৰেনিনো থাকিব।"

লেভিনে কিটিৰ কথা জানিবলৈ বিচাৰিছিল। শীতৰ আৰম্ভণিতে তেওঁ শুনিছিল যে কিটি তেওঁৰ বায়েকৰ লগত (যিজনী বায়েক কূটনীতিজ্ঞৰ স্ত্ৰী) পিটাৰ্ছবুৰ্গত আছে। কিন্তু তেওঁ উভতি আহিছে নে নাই, তাক তেওঁ নাজানে। তথাপি মত পৰিবৰ্তন কৰি লেভিনে সেই কথা জানিবলৈ নিবিচাৰিলে। "তেওঁ উভতি আহক বা নাহক তাৰ দ্বাৰা মোৰ কোনো লাভ বা লোকচান নহয়," নিজকে নিজে ক'লে তেওঁ।

"তেনেহ'লে তুমি আহিবা।"

"অৱশ্যে ।"

"পাঁচবজাত কিন্তু ...আৰু সান্ধ্য পোছাকত নহয়।

উকিললৈ লিখা চিঠিখন খামত বন্ধ কৰিবলৈ ধৰাৰ লগে লগে অবলনস্কিৰ উচ্চ কণ্ঠস্বৰ কাৰেনিনৰ কাণত পৰিল। অবলনস্কিয়ে কাৰেনিনৰ ভৃত্যৰ লগত কথা কটা-কটি কৰিছিল, বাৰে বাৰে জোৰকৈ অনুৰোধ কৰিছিল যাতে কাৰেনিনৰ ওচৰলৈ গৈ তেওঁৰ আগমনবাৰ্ত্তা জনায়।

"তেওঁৰ ভনীয়েকৰ লগত মোৰ বৰ্ত্তমানৰ সম্পৰ্কটোৰ কথা মই এতিয়াই তেওঁক জনাই দিম," এলেক্সি আলেক্‌জান্দ্ৰোভিচে ভাবিলে, "আৰু তেওঁক বুজাই কম, কিয় মই তেওঁৰ লগত খোৱা-বোৱা কৰিব নোৱাৰো।"

"ভিতৰলৈ সোমাই আহক", কাগজ-পত্ৰবোৰ ঠিক কৰি থৈ উচ্চকণ্ঠে ক'লে কাৰেনিনে।

"তেনেহ'লে তুমি বুজিছা, তুমি বাজে কথা কৈছিলা নে নাই। তেখেততো ঘৰতেই আছে।" ভৃত্যক কথাটো কৈ কোটটো খুলি, ঘৰৰ ভিতৰত সোমাল অবলনস্কি। "আপোনাক দেখা পাই মই বৰ আনন্দ পাইছো। গতিকে মই আশা কৰিছো..."

"মই আপোনালোকৰ তালৈ যাব নোৱাৰো," থিয় হৈ থকা অৱস্থাতে এলেক্সি আলেক্‌জান্দ্ৰোভিচে ক'লে। অতিথিক তেওঁ বহিবলৈও নকলে।

"কিয় নোৱাৰিব? কি কৈছে আপুনি?" বিভ্ৰান্ত হৈ ফৰাচী ভাষাত প্ৰশ্ন কৰিলে অবলনস্কিয়ে। স্বচ্ছ উজ্জ্বল চকু দুটাৰে পূৰ্ণদৃষ্টিত তেওঁৰ ফালে চাই ক'লে,"কিন্তু আপুনিতো কথা দিছিল...আপুনি আহিব বুলি আমি সকলোটিয়ে আশা কৰি আছো"

"মই আপোনাক কবলৈ বিচাৰিছো যে মই আপোনালোকৰ তালৈ খাবলৈ যাব নোৱাৰো। কাৰণ আমাৰ মাজত যি ধৰণৰ সম্পৰ্ক আছিল তাক অৱশ্যে শেষ কৰি পেলাব লাগিব।"

"কেনেকৈ? কি কৈছে আপুনি? কিহৰ কাৰণে?" অবলনস্কিৰ মুখত মৃদু হাঁহিৰ ৰেখা ফুটি উঠে।

"কাৰণ আপোনাৰ ভনী, মানে মোৰ স্ত্ৰীৰ বিৰুদ্ধে মই বিচ্ছেদৰ মোকৰ্দ্দমা কৰিছো। মোৰ উচিত..."

কিন্তু এলেক্সি আলেক্জান্দ্ৰোভিচে কথাটো শেষ কৰাৰ আগতেই অবলনস্কিয়ে এনেকুৱা এটা কাণ্ড কৰিলে যি তেওঁৰ আশাতীত আছিল।

এক অস্ফুট আৰ্তনাদ কৰি আৰাম চকীখনত দেহাটো ধাচ কৰে পেলাই দি অবলনস্কিয়ে ক'লে, "নাই, নাই, এলেক্সি আলেক্জান্দ্ৰোভিচ, আপুনি এইটো কি কৈছে?"

অবলনস্কিৰ মনৰ যন্ত্ৰণা তেওঁৰ মুখমণ্ডলত স্পষ্ট হৈ ফুটি উঠে...।

"হয়, আচল কথাটো সেইটোৱেই।"

"মাফ কৰিব, কিন্তু কথাটো... কথাটো মই বিশ্বাস কৰিবলৈ টান পাইছো।"

এলেক্সি আলেক্জান্দ্ৰোভিচো চকীত বহি পৰিল। তেওঁ অনুভৱ কৰিলে— তেওঁ আশা কৰা মতে তেওঁৰ কথাবোৰৰ প্ৰতিক্ৰিয়া সিমান ঠিক নহ'ল। এতিয়া তেওঁ নিজৰ বৰ্ত্তমান পৰিস্থিতিৰ কথাটো বুজাই নকলে নচলিব বুলি ভাবিলে। তেওঁ যি ব্যাখ্যাই নকৰক কিয় অবলনস্কিৰ লগত তেওঁৰ সম্পৰ্কটো অপৰিবৰ্তিত হৈ থাকিব।

"এৰা, বাধ্য হৈ মই বিচ্ছেদ প্ৰাৰ্থনা কৰাৰ দৰে যন্ত্ৰণাদায়ক প্ৰয়োজন অনুভৱ কৰিবলগীয়া হৈছো।"

"এলেক্সি আলেক্জান্দ্ৰোভিচ, মই মাথো আপোনাক এটা কথাই কম। মই আপোনাক এগৰাকী চমৎকাৰ ন্যায়পৰায়ণ মানুহ বুলিয়েই জানো। আৰু আনাকো মই জানো; ক্ষমা কৰিব, তেওঁৰ সম্পৰ্কে মই নিজৰ অভিমত বদলাব পৰা নাই। মই তেওঁক এজনী সুন্দৰী, ভাল ছোৱালী বুলিয়েই জানো। গতিকে মাফ কৰিব এলেক্সি আলেক্জান্দ্ৰোভিচ কথাটো মই একেবাৰে বিশ্বাস কৰিব পৰা নাই। নিশ্চয় কৰবাত কিবা ভুল বুজাবুজি হৈছে।"

"হায় হায়! এইটো যদি কেৱল ভুল বুজাবুজিয়েই হ'লহেঁতেন..."

অবলনস্কিয়ে বাধা দি ক'লে,"ক্ষমা কৰিব, মই বুজিব পাৰিছো। কিন্তু এটা কথা —আপুনি হুৰ্মূৰ্কৈ অৱশ্যে একো নকৰিব।"

"মই হুৰ্মূৰ্কৈ একো কৰা নাই," এলেক্সি আলেক্জান্দ্ৰোভিচৰ কণ্ঠস্বৰ বৰফৰ দৰে শীতল। "কিন্তু এনে ধৰণৰ এটা পৰিস্থিতিত কোনেও কাৰো পৰামৰ্শ ল'ব নোৱাৰে। মই একেবাৰে মন স্থিৰ কৰি পেলাইছো।"

"কি সাংঘাতিক!" অবলনস্কিৰ গাৰ নোম শিঁয়ৰি উঠে। "আপোনাৰ ওচৰত মই এটি মাথো অনুৰোধ কৰিম, এলেক্সি আলেক্জান্দ্ৰোভিচ! মোৰ যদি ধাৰণা সত্য হয়, আইনৰ ফালৰ পৰা আপুনি এতিয়া কোনো ব্যৱস্থা গ্ৰহণ কৰা নাই। তেনেকুৱা কোনো ব্যৱস্থা গ্ৰহণ কৰাৰ আগতে, আপুনি দয়া কৰি মোৰ স্ত্ৰীৰ লগত দেখা কৰক। তেওঁৰ লগত আলোচনা কৰক। আনাক তেওঁ নিজৰ ভনীয়েকৰ দৰে ভাল পায় আৰু আপোনাকো ভাল পায়। সঁচাকৈয়ে তেওঁ এজনী চমৎকাৰ মহিলা। ভগৱানৰ দোহাই, আপুনি তেওঁৰ লগত কথা হওক। অন্ততঃ মোক এইফেৰি অনুগ্ৰহ কৰক, মই মিনতি কৰিছো।"

এলেক্সি আলেক্জান্দ্রোভিচ চিন্তিত আৰু নীৰৱ হৈ থাকে। অবলনস্কিয়ে তেওঁৰ নীৰৱতা ভঙ্গ নকৰি তেওঁৰ ফালে সহানুভূতিৰ দৃষ্টিত চাই থাকে।

"আপুনি তেওঁৰ লগত দেখা কৰিবলৈ যাব তো?"

"নাজানো। এই কাৰণেই মই আপোনালোকৰ লগত দেখা কৰা নাছিলো। মই ভাবিছিলো, আমাৰ সম্পৰ্ক জৰুৰ বদলি যাব।"

"কিয় বদলি যাব? মোৰ লগত আপোনাৰ পাৰিবাৰিক সম্পৰ্ক যিমান আছে, আপোনাৰ লগত মোৰ বন্ধুত্বৰ অনুভূতি অন্ততঃ তাতকৈ কম নহয় আৰু সি আন্তৰিকতাপূৰ্ণ। এলেক্সি আলেক্জান্দ্ৰোভিচৰ হাতত চাপ দিয়ে অবলনস্কিয়ে। আপোনাৰ বিশ্ৰী অনুমানটো সত্য হ'লেও মই নিৰপেক্ষভাৱে দুয়ো পক্ষকে বিচাৰ কৰি চাম। গতিকে মই বুজিব পৰা নাই আমাৰ সম্পৰ্কটো কেনেকৈ বিনষ্ট হ'ব। মোৰ সানুনয় অনুৰোধ আপুনি আহি মোৰ স্ত্ৰীৰ লগত দেখা কৰক।"

"কথাটো আমি বেলেগ বেলেগ দৃষ্টিভঙ্গিত চাইছো," কাৰেনিনে ঠাণ্ডা সুৰত ক'লে। "যিয়েই নহওক সেই বিষয়ে আমি আলোচনা নকৰো।"

"আপোনাৰ যেতিয়া ইমানেই আগ্ৰহ, মই যাম বাৰু..." দীঘলীয়াকৈ এটা হুমুনিয়াহ কাঢ়ি এলেক্সি আলেক্জান্দ্ৰোভিচে ক'লে।

পাঁচ বাজি গৈছে। ঘৰৰ গিৰীহঁত তেতিয়াও উভতি অহা নাই। কেইবাজনো অতিথি ইতিমধ্যে উপস্থিত হৈছেহি। অৱশেষত বৈঠকখানাত সোমাই অবলনস্কিয়ে সমাগত অতিথিবৃন্দৰ ওচৰত মাৰ্জনা চালে আৰু সকলোকে বুজাই ক'লে যে কোনো এজন প্ৰিন্সৰ লগত কথা পাতোতে বাটতে তেওঁৰ পলম হ'ল। নিজৰ অনুপস্থিতি আৰু পলমকৈ অহাৰ দায়িত্ব অবলনস্কিয়ে সদায় সেই কাল্পনিক প্ৰিন্সৰ ওপৰত জাপি দিছিল। যি হওক, মুহূৰ্তৰ ভিতৰতে তেওঁ অতিথিসকলক পৰস্পৰৰ মাজত পৰিচয় কৰাই দিলে আৰু এলেক্সি আলেক্জান্দ্ৰোভিচ আৰু ছেৰ্গেই কোজনিশ্বেভৰ মাজত পোলেণ্ডৰ ৰাছিয়াকৰণ সম্পৰ্কে এক আলোচনা চলিল। অনতিপলমে পেস্তভো তেওঁলোকৰ আলোচনাত জড়িত হৈ পৰিল। তুৰোৎছিনৰ পিঠিত থপৰিয়াই অবলনস্কিয়ে তেওঁৰ কাণে কাণে কিবা এটা হাঁহি উঠা কথা ক'লে আৰু ডলি আৰু বৃদ্ধ প্ৰিন্সৰ ওচৰত তেওঁক বহুৱাই থলে। তাৰপিচত তেওঁ কিটিক ক'লে তেওঁক বৰ ধুনীয়া দেখা গৈছে আৰু তেওঁক কাৰেনিনৰ ওচৰলৈ লৈ গ'ল। খন্তেক পিচতে বৈঠকখানাৰ পৰিবেশটো জীৱন্ত হৈ উঠিল আৰু চতুৰ্দিশে ধ্বনিত হ'ল আনন্দৰ গুঞ্জন। কনস্তাতিন লেভিন তেতিয়াও আহি পোৱা নাছিল। ভোজন ঘৰলৈ গৈ অবলনস্কিয়ে আতঙ্কিত হৈ লক্ষ্য কৰিলে যে পোৰ্ট আৰু শ্বেৰি ড্ৰেপেৰ পৰা অনা হৈছে, লেভিৰ পৰা নহয়। কচোৱানক তৰাতৰিকৈ লেভিলৈ যোৱাৰ নিৰ্দেশ দি তেওঁ পুনৰ বৈঠকখানালৈ উভতি আহিছিল আৰু তাতেই লেভিনৰ লগত তেওঁৰ সাক্ষাৎ হ'ল।

"মোৰ পলম হোৱা নাই তো?"

"কোনো দিনেই তুমি পলম নকৰাকৈ আহিব নোৱাৰা," লেভিনৰ হাতত ধৰি ক'লে অবলনস্কিয়ে।

"তোমাৰ ইয়াত বহু মানুহ হৈছে নেকি? কোন কোন আহিছে?" টুপী আৰু দস্তানাৰ পৰা তুষাৰ কণাবোৰ জাৰি-জোঁকাৰি পেলালত তেওঁৰ মুখখন ৰঙচুৱা হৈ উঠিল।

"আটায়ে নিজৰ মানুহ। কিটিও আছে। আহাঁ, কাৰেনিনৰ লগত তোমাৰ পৰিচয় কৰাই দিওঁ।"

নিজৰ সমস্ত উদাৰ দৃষ্টি-ভঙ্গি সত্ত্বেও অবলনস্কি এই বিষয়ে সম্পূৰ্ণ সচেতন আছিল যে কাৰেনিনৰ লগত পৰিচয় কৰাই দিয়াৰ ঘটনাটো এটা বিশেষ ধৰণৰ স্তাৱকতা বুলি বিবেচিত হ'ব আৰু সেই সন্মান তেওঁ নিজৰ আটাইতকৈ ডাঙৰ বন্ধুজনকেই দিবলৈ বিচাৰিছিল। কিন্তু এই মুহূৰ্তত এনে ধৰণৰ আলাপ কৰাৰ সুযোগ পাই সন্তুষ্টি অনুভৱ কৰাৰ দৰে মানসিকতা লেভিনৰ নাছিল। হঠাৎ পলকৰ কাৰণে ৰাজপথত কিটিক এবাৰ দেখাৰ কথাটো নধৰিলে, সেই স্মৰণীয় সন্ধ্যাত যেতিয়া ভ্ৰনস্কিৰ লগত তেওঁৰ দেখা হৈছিল— তেতিয়াৰ পৰা কিটিক তেওঁ আৰু দেখা নাছিল। লেভিনে মনে মনে জানিছিল, আজি ইয়াত কিটিৰ লগত তেওঁৰ দেখাদেখি হ'ব। কিন্তু নিজৰ চিন্তাবোৰক অবাধিত ৰখাৰ কাৰণে তেওঁ নিজকে বাৰে বাৰে বুজাবলৈ চেষ্টা কৰিছিল, কথাটো তেওঁ নাজানে। তথাপি যেতিয়া তেওঁ শুনিলে যে কিটি ইয়াতেই আছে, তেতিয়া হঠাৎ আনন্দ আৰু শঙ্কাত তেওঁৰ উশাহ বন্ধ হৈ আহিল— তেওঁ যি ক'ব খুজিছিল তাক ক'ব নোৱাৰিলে।

"কেনেকুৱা, এতিয়া তেওঁ কেনেকুৱা হৈছে? সেই আগৰ দৰে নে সিদিনা গাড়ীৰ ভিতৰত দেখা পোৱাৰ দৰে? দাৰিয়া আলেকজান্দ্ৰোভনাই সিদিনা মোক যি কৈছিল, সি যদি সত্য হয়, আৰু সত্য নহবই বা কিয়?" মনে মনে ভাবিছিল লেভিনে।

"এৰা, কাৰেনিনৰ লগত মোক আলাপ কৰাৰ সুযোগ দিয়া," বহু কষ্ট কৰি ক'লে লেভিনে। তাৰপিচত হতাশ হৈ বৈঠকখানাৰ ভিতৰত সোমাই কিটিক দেখিবলৈ পালে। কিটিক আগৰ দৰে লগা নাছিল। সিদিনা গাড়ীত দেখাৰ দৰেও লগা নাছিল। কিটিক সম্পূৰ্ণ বেলেগ ৰূপত দেখা গৈছিল। কিটি যেন বিচলিত আৰু লজ্জিত— লজ্জাতি ৰঙা পৰি গৈছিল তেওঁৰ মুখখন আৰু সেইকাৰণে আৰু সুন্দৰ দেখা গৈছিল তেওঁক।

লেভিন ঘৰৰ ভিতৰত সোমোৱাৰ লগে লগে কিটিয়ে তেওঁক দেখা পালে। কিটি লেভিনৰ প্ৰতীক্ষাত আছিল। অসীম আনন্দত তেওঁ বিভ্ৰান্ত হৈ উঠিল আৰু লেভিনে যেতিয়া ডলিৰ ওচৰলৈ গৈ পুনৰ এবাৰ তেওঁৰ ফালে কটাক্ষপাত কৰিলে, তেতিয়া তেওঁ মনে মনে ভাবিলে— মই আৰু স্থিৰে থাকিব নোৱাৰিম, মই কান্দি পেলাম। কিটিৰ মুখখন বাৰে বাৰে ৰঙা আৰু শেঁতা পৰিবলৈ ধৰিলে। পিচত তেওঁ কঁপা

কঁপা ওঁঠ দুটাৰে অপেক্ষা কৰিলে লেভিন তেওঁৰ কাষলৈ আহিব বুলি। লেভিন আগবাঢ়ি গ'ল কিটিৰ ওচৰলৈ, ঈষৎ মূৰ দোঁৱাই অভিবাদন কৰিলে আৰু কোনো কথা নোকোৱাকৈ হাতখন আগবঢ়াই দিলে সমুখৰ ফালে। সামান্য কঁপনি উঠা ওঁঠ আৰু ঈষৎ বাষ্প জমি উঠা উজ্জ্বল চকুযুৰিৰ বাহিৰে, কিটিৰ স্মিত মুখখন প্ৰায় শান্ত হৈ আছিল।

"ইমান দিনে আমাৰ মাজত দেখা-দেখি হোৱা নাই!" নিঃশঙ্ক প্ৰত্যয় সহকাৰে নিজৰ ঠাণ্ডা হাতখনেৰে লেভিনৰ হাতত চাপ দিলে কিটিয়ে।

"তুমি মোক দেখা নাই, কিন্তু মই তোমাক দেখিছিলো," হাঁহিমুখে লেভিনে ক'লে।

"কেতিয়া?" অবাক হৈ প্ৰশ্ন কৰিলে কিটিয়ে।

"তুমি তেতিয়া গাড়ীত উঠি ৰেল ষ্টেছনৰ পৰা এৰ্গুশোভলৈ গৈছিলা।" লেভিনৰ মনত ভাব হয়, হৃদয় উপচি পৰা আনন্দৰ বন্যাত তেওঁ যেন কান্দি পেলাব। "ইমান কোমল মন যাৰ, তেওঁক মই নিষ্পাপ নহয় বুলি ভাবিছিলো কেনেকৈ? এৰা, এতিয়া মই বিশ্বাস কৰিছো— দাৰিয়া আলেক্‌জান্দ্ৰোভনাই মোক যি কথা কৈছিল, সেই সকলোবোৰ কথাই সত্য," লেভিনে ভাবিলে।

"শুনিলো, তুমি হেনো এটা ভালুক মাৰিছা?" সুস্মিত মুখে লেভিনৰ ফালে চালে কিটিয়ে। "তোমালোকৰ তাত ভালুক আছে বুলি মই জনা নাছিলো।"

আপাতদৃষ্টিত কিটিৰ কথা বতৰাত বিশেষ একো আসাধাৰণত্ব নাথাকিলেও তেওঁৰ প্ৰতিটো কথা, হাত-ওঁঠ-চকুৰ ভঙ্গিমা সকলোৱে লেভিনৰ ওচৰলৈ অনেক অকথিত কথাৰ মাধুৰী কঢ়িয়াই আনিছিল। কিটিৰ ব্যৱহাৰত মাৰ্জনা ভিক্ষাৰ কাকুতি, বিশ্বাস আৰু কোমলতা— মৃদু, ভীৰু, কোমলতা— আৰু লেভিনৰ প্ৰতি আশা, ভালপোৱা আৰু প্ৰতিশ্ৰুতিৰ পূৰ্তি— লেভিনে তাক বিশ্বাস কৰিছিল আৰু আনন্দৰ আতিশয্যত তেওঁৰ দম বন্ধ হৈছিল।

কাৰো দৃষ্টি আকৰ্ষণ নকৰাকৈ অতিথিসকলৰ ফালে এবাৰো নোচোৱাকৈ, যেনিবা ক'তো খালী ঠাই নাই —এনেকুৱা এটা ভাব দেখুৱাই অবলনস্কিয়ে লেভিন আৰু কিটিক ওচৰা-উচৰিকৈ বহুৱাই দিলে। খোৱা-বোৱা চলি থকাৰ লগে লগে অতিথি অভ্যাগতসকলৰ মাজত কথাবাৰ্তাও ভালকৈ জমি উঠিল আৰু শেষৰ ফালে সকলোৱে ইমান প্ৰাণৱন্ত হৈ উঠিল যে খাই-বৈ উঠিও কাৰো মুখ বন্ধ নহ'ল— এনেকি কাৰেনিনো পমি গ'ল।

এলেক্সি আলেক্‌জান্দ্ৰোভিচ বৈঠকখানাৰ ভিতৰলৈ সোমাই গ'ল।

"আপুনি অহাৰ কাৰণে মই যে কিমান আনন্দিত হৈছো!" ভয়-মিশ্ৰিত হাঁহি এটা মাৰি ডলিয়ে ক'লে,"আহক, ইয়াতে বহা যাওক, আপোনাৰ লগত মোৰ কথা আছে।"

স্বভাৱসুলভ নৈৰ্ব্যক্তিক ভঙ্গিমাত ভ্ৰূযুগল ওপৰলৈ তুলি এলেক্সি আলেক্‌জান্দ্ৰোভিচে ডলিৰ ওচৰত বহি সস্নেহে হাঁহিলে।

"মই এতিয়াই বিদায় লবলৈ বিচাৰিছিলো, কাইলৈ মই ৰাওনা হ'ব লাগিব।"

ডলিৰ দৃঢ় বিশ্বাস— আনাই কোনো অন্যায় কাম কৰিব নোৱাৰে। তেওঁ বুজিব পাৰিছিল যে এই অনুভূতিহীন মানুহজনৰ প্ৰতি তেওঁৰ প্ৰচণ্ড খং উঠিছে, খণ্ডত তেওঁৰ ওঁঠ দুটা কঁপিছে, কিয়নো তেওঁ তেওঁৰ নিৰ্দোষ বান্ধৱীজনীৰ জীৱন শান্তভাৱে ধ্বংস কৰিবলৈ ওলাইছে।

হতাশ দৃষ্টিৰে মানুহজনৰ ফালে চাই ডলিয়ে ক'লে, "এলেক্সি আলেক্‌জান্দ্ৰোভিচ, মই আপোনাক আনাৰ কথা সুধিছিলো, কিন্তু আপুনি কোনো উত্তৰ নিদিলে। তেওঁ কেনে আছে?"

"বেছ ভালে আছে বুলিয়েই মোৰ ধাৰণা," ডলিৰ পিনে নোচোৱাকৈ তেওঁ উত্তৰ দিলে।

"ক্ষমা কৰিব, এলেক্সি আলেক্‌জান্দ্ৰোভিচ, মোৰ কোনো অধিকাৰ নাই... কিন্তু আনাক মই নিজৰ ভনীৰ দৰে ভালপাওঁ, তেওঁৰ সম্পৰ্কে মোৰ খুব উচ্চ ধাৰণা ...আপোনালোকৰ মাজত কি এনেকুৱা এটা ঘটিছে, দয়া কৰি মোক কওক, তেওঁৰ মাজত নো আপুনি কি দোষ বিচাৰি পালে যাৰ ফলত এনে এটা পৰিস্থিতি হ'ব লগীয়া হ'ল?"

কাৰেনিনে ভ্ৰূ কুঞ্চিত কৰি আৰু চকু দুটা মুদাৰ দৰে কৰি মূৰটো তললৈ নমাই আনিলে।

"কিয় মই মনতে ভাবিছো যে, আনা আৰ্কাদিয়েভনাৰ প্ৰতি মোৰ মনোভাব পৰিৱৰ্তন কৰা উচিত, তাক আপোনাৰ স্বামীয়ে আপোনাক নিশ্চয় কৈছে।"

"মই তাক বিশ্বাস নকৰো, কোনোপধ্যে বিশ্বাস কৰিব নোৱাৰো," বেগেতাই চকীখনৰ পৰা উঠি এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ আস্তিনত হাত ৰাখে ডলিয়ে, "এই ঘৰত আন লোকে আমাক বিৰক্ত কৰিব। দয়া কৰি এইফালে আহক।"

নিতান্ত অনুগতৰ দৰে ডলিক অনুসৰণ কৰি ওচৰৰ স্কুল ঘৰটোৰ ভিতৰলৈ সোমাই গ'ল কাৰেনিন। অয়লক্লথেৰে ঢকা এখন টেবিলৰ ওচৰত গৈ ৰহিল দুয়োজন।

"কথাটোত মোৰ বিশ্বাস নহয়।" এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ দৃষ্টি আকৰ্ষণ কৰাৰ চেষ্টা কৰে ডলিয়ে।

"বাস্তৱক কোনেও অস্বীকাৰ কৰিব নোৱাৰে, দাৰিয়া আলেক্‌জান্দ্ৰোভনা!" জোৰ দি 'বাস্তৱ' কথাটো উচ্চাৰণ কৰিলে কাৰেনিনে।

"কি কৰিছে তেওঁ?"

"নিজৰ কৰ্তব্যক জলাঞ্জলি দিছে, স্বামীক প্ৰতাৰিত কৰিছে।"

"নাই, নাই, সেইটো হ'ব নোৱাৰে। ঈশ্বৰৰ দোহাই, আপুনি ভুল কৰিছে এলেক্সি আলেক্‌জান্দ্ৰোভিচ!" নিজৰ হাত দুখন কপালৰ দুয়োকাষে ৰাখি ডলিয়ে চকু মুদিলে।

এলেক্সি আলেক্‌জান্দ্ৰোভিচে ওঁঠ দুটাৰে এটা শীতল হাঁহি মাৰিলে আৰু আগতকৈ উত্তেজিত হৈ ক'বলৈ ধৰিলে, "স্ত্ৰীয়ে স্বয়ং যেতিয়া স্বামীক বাস্তৱ ঘটনাটো জনায়...

যেতিয়া তেওঁ কয় যে তেওঁৰ জীৱনৰ আঠোটা বছৰ আৰু এটা ল'ৰা —সকলোবোৰ ভুল...। যেতিয়া তেওঁ কয় যে তেওঁ পুনৰ নতুনকৈ জীৱন আৰম্ভ কৰিবলৈ বিচাৰে... তেতিয়া ভুল হোৱাটো টান, দাৰিয়া আলেক্জান্দ্ৰোভনা!"

"আনা আৰু পাপ—এই দুটাক মই কোনো প্ৰকাৰে একত্ৰিত কৰিব পৰা নাই... মই বিশ্বাস কৰিব পৰা নাই!"

এতিয়া পোনে পোনে ডলিৰ চকুৰ ফালে চাই এলেক্সি আলেক্জান্দ্ৰোভিচে ক'লে,"যেতিয়া ঘটনাটো মই সন্দেহ কৰিছিলো, তেতিয়া মোৰ অৱস্থাটো করুণ হ'লেও সি... ইয়াতকৈ মোৰ অৱস্থাটো ভালে আছিল। সন্দেহ থাকিলেও তেতিয়া আশা আছিল। এতিয়া আশা নাই, কিন্তু সকলোতে সন্দেহটো বৈ গৈছে। এতিয়া সকলোতে মোৰ ইমান সন্দেহ যে মই মোৰ ল'ৰাটোকো ঘৃণা কৰোঁ...মাজে মাজে বিশ্বাস নহয় যে সি মোৰ ল'ৰা।...মই ভীষণ অসুখী, দাৰিয়া আলেক্জান্দ্ৰোভনা!"

কথাটো কোৱাৰ কোনো প্ৰয়োজন নাছিল। কাৰেনিনৰ মুখৰ ফালে চাই ডলিয়ে সেই কথা বুজিব পাৰিছিল, মানুহজনৰ কাৰণে দুখ হৈছিল তেওঁৰ, আৰু আনাৰ প্ৰতি বিশ্বাস ক্ৰমে বিচলিত হৈ উঠিছিল।

"উস্, কি ভয়ঙ্কৰ! কিন্তু এই কথা জানো সত্য যে আপুনি বিবাহ বিচ্ছেদৰ সিদ্ধান্ত গ্ৰহণ কৰিছে?"

"ইয়াৰ বাহিৰে মোৰ আৰু একো কৰিব লগীয়া নাই।"

"আৰু একো কৰিব লগীয়া নাই..." চকুপানীৰে চকু দুটা ওপচাই ডলিয়ে পুনৰাবৃত্তি কৰিলে। "নাই নাই, আৰু একো কৰিবলগীয়া নাই বুলি নক'ব।"

"মই ভাবি চিন্তি চাইছো, দাৰিয়া আলেক্জান্দ্ৰোভনা, মই বহু ভাবি চিন্তি চাইছো।" ম্লান দৃষ্টিত আগৰ ফালে চাই থাকে কাৰেনিনে। "মই তেওঁক এটা সুযোগ দিছিলো যাতে তেওঁ নিজকে শুধৰাই ল'ব পাৰে। তেওঁক মই ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিলো। কিন্তু তাৰ ফল কি হ'ল? মোৰ এটা সামান্য অনুৰোধ—আচাৰ-ব্যৱহাৰত শালীনতা বজায় ৰখা— তাকো তেওঁ নামানিলে।" এলেক্সি আলেক্জান্দ্ৰোভিচ গৰম হৈ উঠিল, "যি ধ্বংস হ'বলৈ নিবিচাৰে, তেওঁক ৰক্ষা কৰিব পাৰি। কিন্তু তেওঁৰ প্ৰকৃতিয়ে যদি ইমান দূষিত, ইমান কলুষিত যে ধ্বংসকেই তেওঁ মুক্তি বুলি ভাবে, তেনেহ'লে আৰু কি কৰা যাব?"

"বিবাহ-বিচ্ছেদ বাদ দি কিবা এটা কৰক।"

"কিন্তু সেইটো কি?"

"বিবাহ-বিচ্ছেদ যে অতি ভয়ঙ্কৰ। তেওঁ কাৰেনিনৰ স্ত্ৰী হৈ নাথাকিব... তেওঁ যে হেৰাই যাব!"

"মই কি কৰিব পাৰো?" কান্ধ আৰু ভ্ৰূযুগল ওখ কৰি তুলি ক'লে এলেক্সি আলেক্জান্দ্ৰোভিচে। "আপোনাৰ সহানুভূতিৰ কাৰণে মই পৰম কৃতজ্ঞ, দাৰিয়া আলেক্জান্দ্ৰোভনা। এতিয়া মই যাওঁ।"

"নাই, অলপ ৰ'ব। আপুনি আনাক ধ্বংস নকৰিব।...আপোনাক মই নিজৰ কথা কৈছো। মই বিবাহিতা। মোৰ স্বামীয়েও মোক প্ৰবঞ্চনা কৰিছিল। ৰাগ, দুখ আৰু ঈৰ্ষাত মই সকলো বিসৰ্জন দিম বুলি ভাবিছিলো। কিন্তু তাৰপিচত মই নিজাকে ঘূৰাই পাইছিলো। কিন্তু সেইটো কাৰ কাৰণে? আনাৰ কাৰণে, আনাই সেইদিনা মোক ৰক্ষা কৰিছিল। এতিয়া মই ভালেই আছো... ল'ৰা-ছোৱালীহঁত ডাঙৰ হৈ উঠিছে...। মোৰ স্বামী পুনৰ নিজৰ সংসাৰলৈ উভতি আহিছে। তেওঁ নিজৰ ভুল বুজিব পাৰিছে। মই তেওঁক ক্ষমা কৰিছো, আপুনিও আনাক ক্ষমা কৰা উচিত।"

"তেওঁক মই ক্ষমা কৰিব নোৱাৰো, ক্ষমা কৰিবলৈ নিবিচাৰো আৰু তেওঁক ক্ষমা কৰাটো মই অন্যায় বুলি ভাবো।" কাৰেনিনৰ কণ্ঠস্বৰ কৰ্কশ হৈ উঠে। "মই কাৰো ক্ষতি নিবিচাৰো, মই কাকো কোনো দিনে ঘৃণা কৰা নাই। কিন্তু সেই মহিলাজনীক মই সৰ্বান্তঃকৰণে ইমান ঘৃণা কৰো যে তেওঁক ক্ষমা কৰা মোৰ পক্ষে সম্ভৱ নহয়।"

"যিবিলাকে আপোনাক ঘৃণা কৰে, তেওঁবিলাকক আপুনি ভাল পাব..." ডলিয়ে ভীতকণ্ঠে ধীৰে ধীৰে ক'লে।

কাৰেনিনৰ মুখত ব্যঙ্গৰ হাঁহি ফুটি উঠে। এই কথাটো তেওঁ বহুদিন ধৰি জানে, নিজৰ ক্ষেত্ৰত কামত লগাব পৰা নাই।

যিবিলাকে আপোনাক ঘৃণা কৰে, তেওঁলোকক আপুনি ভাল পাব পাৰে। কিন্তু যিবিলাকক আপুনি ঘৃণা কৰে তেওঁলোকক ভাল পোৱা অসম্ভৱ। আপোনাক বিৰক্ত কৰাৰ কাৰণে মাফ কৰিব। প্ৰত্যেকৰে নিজৰ দুখ বহন কৰিব পৰা ক্ষমতা আছে।"

আত্মনিয়ন্ত্ৰণ ঘূৰাই পাই এলেক্সি আলেক্‌জান্দ্ৰোভিচে নম্ৰভাৱে বিদায় লৈ গুচি গ'ল।

খোৱাৰ টেবুলৰ পৰা উঠাৰ পিচত, কিটিক অনুসৰণ কৰি বৈঠকখানালৈ যোৱাৰ ইচ্ছা হৈছিল লেভিনৰ। কিন্তু তেনে কৰিলে কিটিয়ে অপছন্দ কৰিব বুলি তেওঁৰ ভয় হৈছিল। কাৰণ সেই ক্ষেত্ৰত কিটিৰ প্ৰতি তেওঁৰ মনোযোগ বৰ বেছিকৈ প্ৰকট হৈ উঠিব। সেই কাৰণে তেওঁ মতা মানুহৰ সৰু দলটোৰ মাজতে থাকি সাধাৰণ আলোচনাত অংশ গ্ৰহণ কৰিলে। কিন্তু এসময়ত মুখ নুঘূৰোৱাকৈও অনুভৱ কৰিলে যে কিটিয়ে তেওঁৰ ফালে চাই আছে—কিটিৰ মুখত হাঁহি। লেভিনে এইবাৰ কিটিৰ ফালে নোচোৱাকৈ থাকিব নোৱাৰিলে। দেখিলে, দুৱাৰডলিত থিয় হৈ কিটিয়ে সঁচাকৈয়ে তেওঁৰ ফালে চাই আছে, লেভিনে কিটিৰ ওচৰলৈ গৈ ক'লে, "মই ভাবিছিলো তুমি পিয়ানোটোৰ ফালে গৈছিলা। গাঁৱত আমি এই বস্তুটোৰ কাৰণে ভীষণ অভাৱ অনুভৱ কৰো—তাৰমানে মই গান-বাজনাৰ কথা কৈছো।"

"নহয়, তুমি আজি ইয়াত অহাৰ কাৰণে তোমাক ধন্যবাদ জ্ঞাপন কৰিবলৈ আহিছো।" লেভিনক এটা মিঠা হাঁহি উপহাৰ দি, তাচখেলা টেবুলৰ ফালে আগুৱাই গ'ল কিটি। তাৰপিচত খড়ীমাটিৰে সেউজীয়া ৰঙৰ টেবুল ঢাকনিখনৰ ওপৰত এটাৰ পাচত এটাকৈ বিভাজক বৃত্ত আঁকিবলৈ আৰম্ভ কৰিলে।

"আৰে! মই গোটেই টেবুলখন আঁকিবাঁকি নষ্ট কৰিলো," খড়ীমাটিডাল থৈ তেওঁ এনে ভাব দেখুৱালে যেন তেওঁ তাৰপৰা উঠি আঁতৰি যাব।

খড়ীমাটিডাল হাতত লৈ টেবুলৰ ওচৰলৈ গৈ বহি লেভিনে ক'লে,"অলপ ৰ'বা। বহুদিন ধৰি মই তোমাক এটা প্ৰশ্ন কৰিবলৈ বিচাৰিছিলো।"

কিটিৰ স্নেহপূৰ্ণ অথচ আতঙ্কিত চকুযুৰিৰ ফালে পোনপটীয়াকৈ চালে তেওঁ।

"কোৱাঁ!"

"খড়ীমাটিডালেৰে কিছুমান আদ্যাক্ষৰ লিখিলে লেভিনে— তু, মো, কৈ, সে, হ, নো— সে, জা, চি, কা, নে, কে, তে, কা। আখৰবোৰৰ অৰ্থ— "তুমি মোক কৈছিলা, সেইটো হব নোৱাৰে— সেইটো জানো চিৰদিনৰ কাৰণে, নে কেৱল তেতিয়াৰ কাৰণে?" কিটিযে এই জটিল বাক্যটোৰ মৰ্মোদ্ধাৰ কৰিব পাৰিব বুলি সম্ভাৱনা কৰিব পৰা নগৈছিল। কিন্তু লেভিনে কিটিৰ ফালে এনেকৈ চাইছিল যেন ইয়াৰ ওপৰতে তেওঁৰ জীৱন নিৰ্ভৰ কৰিছে। কিটিয়ে ৰ-লাগি চাইছিল এই আখৰবোৰৰ ফালে, আৰু মাজে মাজে লেভিনৰ ফালেও, যেন তেওঁ প্ৰশ্ন কৰিছিল, "মই যি ভাবিছো তুমি জানো তাকেই লিখিছা?"

"বুজিব পাৰিছো?" ঈষৎ হেঙুলীয়া হৈ উঠিল কিটিৰ গালখন।

"এইটোৰ অৰ্থ কি?" আঙুলিৰে লেভিনে 'চি' আখৰটো দেখুৱায়।

"এইটোৰ অৰ্থ, "চিৰদিনৰ"— কিন্তু সেইটো সত্য নহয়।"

দ্ৰুত লেখাবোৰ মচি পেলাই, কিটিক খড়ীমাটিডাল দি লেভিন থিয় হয়। কিটিয়ে লিখে— তে, ম, অ, কো, উ, দি, প, না। ইয়াৰ অৰ্থ তেতিয়া মই অন্য কোনো উত্তৰ দিব পৰা নাছিলো।"

ভয়ে ভয়ে প্ৰশ্নালু চকুৰে চালে লেভিনে।

"কেৱল তেতিয়া?"

"হয়," কিটিৰ হাঁহিটোৱে উত্তৰ দিলে।

"আৰু এ... আৰু এতিযা?" লেভিনে সুধিলে।

"ভাল, এইখিনি পঢ়ক। মই ভালপোৱা কথাখিনি, মই আটাইতকৈ ভাল পোৱা কথাখিনি।"

কিটিয়ে আদ্যাক্ষৰবোৰ লিখিলে — ক্ষ, ক, হৈ, যো, ক, কা, অ, ক, লা, না । অৰ্থ— "ক্ষমা কৰক, হৈ যোৱা কথাৰ কাৰণে অনুতাপ কৰি লাভ নাই।"

খড়ীমাটিডাল টান মাৰি আনি লেভিনে কঁপা কঁপা আঙুলিৰে কেৱল আদ্যাক্ষৰত লিখি জনালে।

"পাহৰি যাবলৈ বা ক্ষমা কৰিবলৈ একো নাই। তোমাক মই ভাল নাপাওঁ —কেতিয়াও সেইটো হব নোৱাৰে।"

"বুজিছো," কিটিয়ে ধীৰে ধীৰে ক'লে।

লেভিনে পুনৰ এটা দীঘল বাক্য লিখিলে। কিটিয়ে কোনো প্ৰশ্ন নকৰি তাৰ অৰ্থ বুজিব পাৰি লগে লগে খড়ীমাটিৰে উত্তৰটো লিখি দিলে। লেভিনে বহুসময় বুজি

পোৱা নাছিল, কিটিয়ে কি লিখিছে। কিন্তু কিটিৰ উজ্জ্বল মধুৰ চকুযুৰিৰ ফালে চাই তেওঁৰ কথা বুজি পালে।...

"সময় মতে থিয়েটাৰ চাবলৈ হ'লে আমি এতিয়াই ৰাওনা হোৱা উচিত," কিটিৰ দেউতাক বৃদ্ধ প্ৰিন্স শ্চেৰবাৎস্কি ভিতৰলৈ সোমাই আহি ক'লে।

লেভিনে উঠি থিয় হৈ কিটিক দুৱাৰ মুখলৈ আগবঢ়াই দিলে।

দুয়োৰে কথোপকথনত সকলো কথাই কোৱা হৈ গৈছিল। কোৱা হৈছিল —কিটিয়ে লেভিনক ভাল পায় আৰু মাক দেউতাকক তেওঁ কব যে কাইলৈ ৰাতিপুৱা লেভিন তেওঁলোকৰ ঘৰলৈ আহিব।

লেভিন যেতিয়া শ্চেৰবাৎস্কিইঁতৰ ঘৰত উপস্থিত হ'ল, তেতিয়া সমস্ত বাট-পথ জনশূন্য। ঘৰৰ দৰজা-খিড়িকী বন্ধ, মানুহবোৰ শুই আছে। লেভিনে পুনৰ নিজৰ ঘৰলৈ উভতি আহি এপিয়লা কফি খালে। দ্বিতীয়বাৰ যেতিয়া তেওঁ সেই ঘৰৰ চিঁড়িৰ ওচৰত হাজিৰ হ'ল, তেতিয়া ন বাজিছে। ঘৰৰ আটায়ে এইমাত্ৰ বিছনাৰ পৰা উঠিছে। ৰান্ধনি বজাৰ কৰিবলৈ ওলাইছে। তাৰ মানে, লেভিনে অন্ততঃ আৰু দুঘন্টা সময় ইফাল সিফাল কৰি কটাব লাগিব।

দুৰাতি টোপনি মাৰিব নোৱাৰিলেও লেভিনে নিজকে বেছ সতেজ বুলি ভাবিছিল। তেওঁৰ মনত ভাব হৈছিল, ইচ্ছা কৰিলে তেওঁ এতিয়া উৰিব পাৰে, নাইবা ঘৰটোৰ এক অংশ ওপৰৰ পিনে টানি তুলিব পাৰে। বাৰে বাৰে ঘড়ীটোৰ ফালে চাই বাটে পথে ঘূৰি তেওঁ বহু সময় কটাই দিলে। তাৰপিচত গাজেৎনি প্লেচ আৰু কিছুলোভকা হৈ বহু পথ ঘূৰি পুনৰ হোটেললৈ উভতি আহিল, ঘড়ীটো চকুৰ আগত ৰাখি বহি বহি বাৰ বজাৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলে।... ওচৰৰ ঘৰৰ মানুহবিলাকে কিবা এটা যন্ত্ৰৰ বিষয়ে আলোচনা কৰিছিল আৰু কাহি কাহি আছিল, যেন তেতিয়াহে ৰাতি পুৱাইছিল, অথচ তেতিয়া ঘড়ীৰ কাঁটা বাৰ বজাৰ ওচৰ চাপিছিল। অৱশেষত বাৰ বাজিল। লেভিন শ্লেজত উঠি শ্চেৰবাৎস্কিইঁতৰ ঘৰলৈ ৰাওনা হ'ল।

প্ৰথমতে লেভিনৰ সাক্ষাৎ হ'ল মাদমোয়াজেল লিনঁৰ লগত। তেওঁৰ লগত দুই এটা কথা পতাৰ লগে লগে হঠাৎ দৰজাৰ কাষত স্কাৰ্টৰ খচ্‌খচ্ শব্দ শুনিবলৈ পালে লেভিনে, লগে লগে মাদমোয়াজেল লিনঁ তেওঁৰ চকুৰ সমুখৰ পৰা অদৃশ্য হৈ গ'ল, মুখৰ ওচৰা-উচৰি হৈ এক আশ্চৰ্য আনন্দৰ আতঙ্ক নামি আহিল লেভিনৰ সমস্ত অস্তিত্বলৈ। যাৰ কাৰণে লেভিনে ইমানদিনে প্ৰতীক্ষা কৰি আছিল, যাক তেওঁ পাবলৈ বিচাৰিছিল সমস্ত সত্তাৰে—তেওঁ দ্ৰুতবেগে আগুৱাই আহিল তেওঁৰ ফালে। কিটিয়ে খোজ কঢ়া নাছিল, যেন এটা অদৃশ্য শক্তিয়ে তেওঁক উটুৱাই লৈ আহিছিল লেভিনৰ ওচৰলৈ। কিটিৰ স্বচ্ছ বিশ্বস্ত চকু দুটাৰ বাহিৰে লেভিনে আৰু একোকে দেখিবলৈ পোৱা নাছিল। জ্বলমলীয়া সেই চকু দুটা ক্ৰমশঃ ওচৰলৈ আৰু ওচৰলৈ আগুৱাই আহিছে, প্ৰেমৰ আলোৰে অন্ধ কৰি দিছে লেভিনক। অৱশেষত লেভিনৰ নিচেই কাষলৈ

আহি থমকি ৰয় কিটি... হাত দুখন ওপৰলৈ উঠি, নামি আহিল লেভিনৰ কান্ধৰ ওপৰলৈ।

কিটিৰ পক্ষে যিখিনি সম্ভৱ, কিটিয়ে তাক কৰিছে— লেভিনৰ ওচৰলৈ দৌৰি আহিছে আৰু নিজকে সম্পূৰ্ণৰূপে বিলাই দিছে তেওঁৰ ওচৰত। লেভিনে তেওঁক সাৱটি ধৰিছে আৰু তেওঁৰ চুম্বন প্ৰত্যাশী ওঁষ্ঠদ্বয়ত ওঁঠ দুটাৰে চুম্বন যাচিছে।

কিটিও ওৰে নিশা শোৱা নাছিল আৰু আগবেলাটো লেভিনৰ অপেক্ষাত আছিল। তেওঁৰ মাক-দেউতাকে বিনা দ্বিধাই মত দিছিল আৰু তেওঁৰ সুখত সুখী হৈছিল। তেওঁলোকৰ এই সুখৰ খবৰটো তেওঁ নিজেই প্ৰথমতে লেভিনক ক'বলৈ বিচাৰিছিল, প্ৰস্তুত হৈছিল তেওঁক একান্তই দেখা কৰিবলৈ। লেভিনৰ ভৰিৰ শব্দ আৰু কণ্ঠস্বৰ শুনি তেওঁ দৰজাৰ বাহিৰত অপেক্ষা কৰিছিল, কেতিয়া মাদমোয়াজেল লিনঁ আঁতৰি যায়। তেওঁ যোৱাৰ লগে লগে লেভিনৰ ওচৰলৈ তেওঁ দৌৰি আহিল।

"মাৰ ওচৰলৈ যাওঁ বলক," লেভিনৰ হাতত ধৰি কিটিয়ে ক'লে।

বহু সময় ধৰি লেভিনে কোনো কথা ক'ব পৰা নাছিল। কাৰণ তেওঁ অনুভৱ কৰিছিল কথা ক'বলৈ গ'লেই শব্দৰ সলনি আনন্দৰ কান্দন আহি তেওঁৰ কণ্ঠ ৰোধ কৰিব। কিটিৰ হাতখন নিজৰ হাতৰ ওপৰত ৰাখি চুমা যাচিলে লেভিনে।

"এইযা জানো সত্য?" অৱশেষত থোকা-থুকি মাতেৰে লেভিনে ক'লে,"তুমি যে মোক ভাল পোৱা, সেই কথা মই বিশ্বাস কৰিব পৰা নাই, সোণজনী!"

লেভিনৰ মুখত সোণজনী শব্দটো শুনি আৰু তেওঁৰ ফালে মানুহজনৰ ভীত দৃষ্টি-ভঙ্গি দেখি কিটিযে মিচিকিয়াই হাঁহিলে। তাৰপিচত লেভিনৰ হাতখন একুৱাই দি দুযো বৈঠকখানাৰ ভিতৰলৈ সোমাই গ'ল। সিইঁতক দেখি প্ৰিন্সেছৰ শ্বাস-প্ৰশ্বাস দ্ৰুততৰ হৈ উঠিল, তৎক্ষণাৎ কান্দিবলৈ আৰম্ভ কৰিলে তেওঁ আৰু পিচমুহূৰ্ততে হাঁহি হাঁহি লেভিনৰ ওচৰলৈ গৈ তেওঁক আঁকোৱালি ধৰি চুমা খাবলৈ ধৰিলে আৰু চকুপানীৰে ভিজাই দিলে লেভিনৰ গাল দুখন।

লেভিনে লক্ষ্য কৰিলে— প্ৰিন্সৰ চকু দুটাও চকুপানীৰে উপচি পৰিছে। "চিৰদিন মোৰ এই ইচ্ছাটোৱে আছিল!" হাতত ধৰি লেভিনক নিজৰ ওচৰলৈ টানি আনিলে তেওঁ। "এনেকি এই বোকা ছোৱালীজনীযেও যেতিযা কল্পনা কৰিছিল..."

"দেউতা!" আৰ্তনাদ কৰি উঠি নিজৰ হাতেৰে প্ৰিন্সৰ মুখখন চেপি ধৰিলে কিটিয়ে।

"ঠিক আছে, ঠিক আছে—মই নকওঁ! মই আজি সুখী, পৰম সুখী..." কিটিক সাৱটি ধৰি মুখ আৰু হাতত বাৰে বাৰে চুমা খালে প্ৰিন্সে— ক্ৰুশচিহ্ন আঁকি দিলে তেওঁৰ সৰ্ব শৰীৰতে।

লেভিনে যেতিয়া দেখিলে যে কিটিযে আস্তে আস্তে আৰু যত্ন সহকাৰে বৃদ্ধ প্ৰিন্সৰ মাংসল হাতখনত চুমা খাইছে, তেতিয়া প্ৰায় অপৰিচিত সেই মানুহজনৰ প্ৰতি ভালপোৱাৰ এক নতুন অনুভূতি লেভিনৰ অন্তৰত জাগি .উঠিল।

ডিনাৰৰ সময়ত আৰু ডিনাৰৰ পিচত যিবোৰ কথা-বতৰা হৈছিল সেইবোৰৰ বিষয়ে অন্যমনস্কভাৱে চিন্তা কৰি কৰি এলেক্সি আলেকৃজান্দ্ৰোভিচ নিজৰ শয়ন-কক্ষলৈ উভতি

আহিল। ক্ষমা কৰা সম্পৰ্কে দাবিয়া আলেক্জান্দ্রোভনাই যিবোৰ কথা কৈছিল সেইবোৰে তেওঁক মাথো বিৰক্তিহে দিছিল। ক্ষমা সম্পৰ্কে খৃষ্টীয় নীতি তেওঁৰ নিজৰ ক্ষেত্ৰত প্ৰয়োগ কৰা বা নকৰা এটা কঠিন প্ৰশ্ন যাৰ বিষয়ে এ'লেক্সি আলেক্জান্দ্রোভিচে বহুদিন আগতেই নেতিবাচক উত্তৰ দি থৈছে।

"যিহেতু এই বিষয়ে ইতিমধ্যে এটা সিদ্ধান্ত কৰা হৈছে, গতিকে এতিয়া এই বিষয়ে চিন্তা কৰি লাভ নাই," নিজকে নিজে ক'লে এলেক্সি আলেক্জান্দ্রোভিচে। তাৰপিচত চাহ অনাৰ নিৰ্দেশ দি নিজৰ ভ্ৰমণপথ সম্পৰ্কে চিন্তা কৰিবলৈ ধৰিলে।

"এখন টেলিগ্ৰাম আছে," পৰিচাৰকে টেলিগ্ৰামখন হাতত লৈ আহি ঘৰৰ ভিতৰত সোমাল।

টেলিগ্ৰামখন তেওঁৰ স্ত্ৰীৰ পৰা আহিছে। প্ৰথমতে যিটো বস্তুৱে তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিলে, সেইটো হ'ল তেওঁৰ স্ত্ৰীৰ নামটো নীলা পেন্সিলেৰে লিখা— "আনা।"

"মই মৰিবলৈ ওলাইছো। মিনতি কৰিছো তুমি আহাঁ। তুমি ক্ষমা কৰিলে মোৰ মৃত্যু ভালেখিনি সহজ হ'ব।"

টেলিগ্ৰামখন পঢ়ি এলেক্সি আলেক্জান্দ্রোভিচৰ মুখত ঘৃণাৰ হাঁহি ফুটি উঠিল আৰু টেলিগ্ৰামখন তেওঁ দলিয়াই পেলালে। প্ৰথমতে তেওঁৰ মনত ভাব হ'ল— ই এটা মিথ্যা ছলনা, এটা কপট কৌশল আৰু এই বিষয়ে কোনো সন্দেহ নাই।...

"কিন্তু কি উদ্দেশ্য সিহঁতৰ?— কেচুৱাটোক আইনসিদ্ধ কৰা, মোৰ লগত আপোচ কৰা আৰু বিবাহ বিচ্ছেদটো বাধা দিয়া," ভাবিলে এলেক্সি আলেক্জান্দ্রোভিচে। "কিন্তু টেলিগ্ৰামখনত কিবা যেন এটা আছে —মই মৰিবলৈ ওলাইছো।"... পুনৰ টেলিগ্ৰামখন পঢ়িলে কাৰেনিনে আৰু ইয়াৰ সৰল অৰ্থ তেওঁৰ মনত স্পষ্ট হৈ উঠিল। "যদি সঁচাকৈয়ে সেইটো হয়— মৃত্যুক মৃৰ-শিতানত দেখি তেওঁ যদি সঁচাকৈয়ে অনুতপ্ত হয় আৰু মই যদি সেইটোকে ছলনা বুলি ভাবি তেওঁৰ ওচৰলৈ নাযাওঁ তেনেহ'লে? তেনেহ'লে সেইটো কেৱল নিষ্ঠুৰতাই নহ'ব আৰু সকলোৱে যে সেইকাৰণে মোকে দোষী কৰিব, সেইটোও নহয়— সেইটো মোৰ পক্ষে মূৰ্খামি কৰাও হ'ব।"

"পিওতৰ, গাড়ী এখন আনা, মই পিটাৰ্ছবুৰ্গলৈ যাম," পৰিচাৰকক ক'লে কাৰেনিনে। কাৰেনিনে স্থিৰ কৰিলে, তেওঁ পিটাৰ্ছবুৰ্গলৈ গৈ স্ত্ৰীৰ লগত দেখা কৰিব। তেওঁৰ অসুস্থতা যদি এটা কপট কৌশল হয়, তেওঁ একোকে নকৈ পুনৰ ঘূৰি আহিব আৰু সঁচাকৈয়ে যদি তেওঁ বিপদগ্ৰস্ত হয় আৰু মৃত্যুৰ আগতে তেওঁৰ লগত সঁচাকৈয়ে দেখা কৰিবলৈ বিচাৰে, তেনেহ'লে তেওঁ বাচি থাকিলে তেওঁ তেওঁক ক্ষমা কৰিব আৰু তেওঁ যদি ঠিক সময়ত উপস্থিত হ'ব নোৱাৰে, তেনেহ'লে তেওঁৰ প্ৰতি নিজৰ শেষ কৰ্তব্যখিনি কৰি আহিব..."

ৰাতিটো ট্ৰেইনত কটাই পুৱাৰ ভাগতে কাৰেনিনে পিটাৰ্ছবুৰ্গ পালেহি। ঘন্টা বজোৱাৰ আগতেই পৰিচাৰক আহি দৰজা খুলি দিলে।

"তোমাৰ বাইদেউৰা কেনে আছে?" তেওঁ প্ৰশ্ন কৰিলে।

"কালি নিৰ্বিঘ্নে প্ৰসৱ হৈ গৈছে।"

এলেক্সি আলেক্‌জান্দ্রোভিচৰ মুখখন শেঁতা পৰি গ'ল। এতিয়া তেওঁ স্পষ্টকৈ অনুভৱ কৰিলে, ইমান পৰে কি গভীৰভাৱে তেওঁ আনাৰ মৃত্যু কামনা কৰিছিল।

"তেওঁ ভালে আছেনে?"

"বৰ অসুস্থ। ডাক্তৰ এতিয়াও ইয়াতে আছে।"

"কোন কোন আছে ইয়াত?" টুপী ৰখা আলনাখনত এটা ফৌজী ওভাৰকোট দেখি প্ৰশ্ন কৰিলে কাৰেনিনে।

"ডাক্তৰ, ধাই আৰু ভ্ৰনস্কি।"

বৈঠকখানাত কোনো নাছিল। কাৰেনিনৰ ভৰিৰ শব্দ শুনি আনাৰ ঘৰৰ পৰা এজনী ধাই ওলাই আহিল।

"ঈশ্বৰক ধন্যবাদ, আপুনি আহি পাইছে, তেখেতে ইমানপৰে কেৱল আপোনাৰ কথাকে কৈ আছে।"

"বেগেতাই বৰফখিনি লৈ আহা।" শোৱনি ঘৰৰ পৰা ডাক্তৰৰ কণ্ঠস্বৰ শুনা গ'ল।

এলেক্সি আলেক্‌জান্দ্রোভিচ অন্দৰ মহলত গৈ সোমাল। টেবিলৰ ওচৰত এখন চাপৰ চকীত বহিছিল ভ্ৰনস্কি। হাত দুখনেৰে মুখখন ঢাকি তেওঁ কান্দিছিল। ডাক্তৰৰ মাত শুনি তেওঁ হঠাৎ উঠি থিয় হ'ল আৰু মুখৰ পৰা হাত আঁতৰাই কাৰেনিনক দেখিবলৈ পাই গভীৰ আতঙ্কত পুনৰ বহি পৰিল... মূৰটো নমাই আনিলে তললৈ... যেন অদৃশ্য হৈ যাবলৈ বিচাৰিলে মুহূৰ্তৰ ভিতৰতে । কিন্তু প্ৰাণপণে চেষ্টা কৰি পুনৰ তেওঁ থিয় হ'ল। ক'লে, "তেওঁ মৰিবলৈ ওলাইছে। ডাক্তৰে কৈছে, কোনো আশা নাই। মই সম্পূৰ্ণ আপোনাৰ অধীনত... কেৱল মোক ইয়াতে থাকিবলৈ দিয়ক।"

আন মানুহৰ দুখ-দুৰ্দশা দেখিলে এলেক্সি আলেক্‌জান্দ্রোভিচৰ সচৰাচৰ যিটো হয়, ভ্ৰন্‌স্কিৰ অশ্ৰু দেখিও তেওঁৰ মনটো আবেগত ভৰি উঠিল, আনাৰ সিন্দূৰীয়া গাল দুখন আৰু জলমলীয়া চকু দুটা দেখি মনত ভাব হ'ল তেওঁ অকল শাৰীৰিকভাৱেই সুস্থ নহয়, মানসিকভাৱেও সুখী। সুমধুৰ স্বৰে তেওঁ কৈছিল,"এলেক্সি, মই এলেক্সি আলেক্‌জান্দ্রোভিচৰ কথা কৈছোঁ। (তেওঁলোক দুজনেই এলেক্সি... কি আশ্চৰ্য কাণ্ড, নহয় জানো?) —এলেক্সিয়ে মোক ত্যাগ নকৰিব। মই সকলো পাহৰি যাম, আৰু তেৱোঁ সকলো ক্ষমা কৰিব দিব।... কিন্তু তেওঁ অহা নাই কিয়? তেওঁ ইমান ভাল... তেওঁ নিজেও নাজানে, তেওঁ কিমান ভাল...। কিন্তু মোৰ ছোৱালীজনীৰ ... মোৰ অকণমানি সোণজনীৰ তেনেহ'লে কি হ'ব? এলেক্সিয়ে তাইক দেখিলে বৰ আঘাত পাব। ঠিক আছে, ছোৱালীজনীক তেনেহ'লে ধাইক দি দিম। এৰা, সেইটোৱে ভাল হ'ব।"

ধায়ে এলেক্সি আলেক্‌জান্দ্রোভিচৰ ফালে আনাৰ দৃষ্টি আকৰ্ষণ কৰাৰ চেষ্টা কৰিলে, "আনা আৰ্কাদিয়েভনা, তেখেত আহিছে। এইয়া তেখেত আহিছে!"

"কি বাজে কথা কৈছ!" আনাই স্বামীক দেখা পোৱা নাছিল। "ছোৱালীজনীক মোৰ ওচৰত দিয়া! এলেক্সি তো এতিয়াও অহা নাই।... তোমালোকে তেওঁক চিনা নাই, সেই কাৰণে কৈছা তেওঁ মোক ক্ষমা নকৰিব। মোৰ বাহিৰে কোনেও তেওঁক

টিনি নাপায়।... ছেৰিওঝাৰ চকু দুটা ঠিক তেওঁৰ চকুৰ দৰে। আচ্ছা, ছেৰিওঝাই জানো ৰাতিৰ আহাৰ খাইছে? মই জানো সকলোৱে তাৰ কথা পাহৰি যাব। কিন্তু মই পাহৰিব নোৱাৰিম।... ছেৰিওঝাক সেই কোণৰ ঘৰটোলৈ লৈ যাব লাগিব আৰু মাৰিয়েতক ক'ব লাগিব, তেওঁ ছেৰিওঝাৰ লগত শুব।"

হঠাৎ শিয়ৰি উঠি নিমাত হৈ গ'ল আনা, যেন এক নিষ্ঠুৰ আঘাতৰ পৰা নিজকে বচাবৰ কাৰণে হাত দুখন মুখৰ ওচৰলৈকে তুলি ধৰে। এতিয়া গিৰীয়েকক দেখিবলৈ পালে আনাই।

"নাই, নাই!... মই তেওঁক ভয় নকৰো, মই মৃত্যুক ভয় কৰো।" পুনৰ আনাই ক'বলৈ আৰম্ভ কৰিলে, "ইয়ালৈ আহাঁ, এলেক্সি! মই বৰ ব্যস্ত, সময় আৰু বেছি নাই। এতিয়াই জ্বৰ উঠিব, তেতিয়া মই আৰু একোকে বুজিব নোৱাৰিম। কিন্তু মই এতিয়া বুজিব পাৰিছো... সকলো বুজিব পাৰিছো।..."

এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ কুঞ্চিত মুখত যন্ত্ৰণা ফুটি উঠিল। আনাৰ তপত হাতখন নিজৰ হাতৰ ওপৰত তুলি লৈ তেওঁ কিবা ক'বলৈ চেষ্টা কৰিলে, কিন্তু ক'ব নোৱাৰিলে —কেৱল তলৰ ওঁঠটো বাৰে বাৰে কঁপি উঠিল। যিমান বাৰে তেওঁ আনাৰ ফালে চাইছিল, তিমান বাৰে দেখিবলৈ পাইছিল আনাৰ চকুত এক মিনতিভৰা উচ্ছ্বাসিত কোমলতা যাক আগতে তেওঁ কেতিয়াও দেখা নাছিল।

"অলপ ৰ'বা, শুনা..." বুলি কৈ থমকি ৰ'ল আনা, যেন জুকিয়াই ল'লে তেওঁৰ চিন্তাধাৰাবোৰ। এৰা, যি কথা ক'ম বুলি ভাবিছিলো শুনা। কিন্তু শুনি অবাক নহ'বা। মই সেই আগৰ ময়ে হৈ আছো,... কিন্তু মোৰ মাজত আৰু এজনী ছোৱালী আছে, তাইক মোৰ ভয় লাগে। সেই ছোৱালীজনীয়ে সেই মানুহজনক ভাল পাই পেলাইছিল, মই তোমাক ঘৃণা কৰিবলৈ চেষ্টা কৰিছিলো, কিন্তু আচল মইক পাহৰিব পৰা নাই। এতিয়াৰ এই মই কিন্তু সেই ছোৱালীজনী নহয়, এই মই আচল মই, মই এতিয়া মৰিবলৈ ওলাইছো...অঁ, মই জানো মই মৰিম।... তোমাৰ ওচৰত মোৰ মাথোন এটি প্ৰাৰ্থনা—মোক ক্ষমা কৰাঁ, একেবাৰে ক্ষমা কৰি দিয়াঁ... ৰোমলৈ গুচি যাম, কাৰো একো অসুবিধা নকৰোঁ— কেৱল ছেৰিওঝাক মই লগত লৈ যাম, আৰু সেই অকণমানিজনীক।... কিন্তু নাই, তুমি মোক ক্ষমা কৰিব নোৱাৰা। এই কাম ক্ষমাৰ যোগ্য নহয়। নাই, নাই, তুমি যোৱাঁ, গুচি যোৱাঁ...তুমি বৰ বেছি ভাল!" জ্বৰৰ গাৰে এখন হাতেৰে স্বামীক খামুচি ধৰিলে আৰু আনখন হাতেৰে তেওঁক ঠেলি দিবলৈ চেষ্টা কৰিলে আনাই।

এলেক্সি আলেক্‌জান্দ্ৰোভিচে অনুভৱ কৰিলে, শত্ৰুৰ প্ৰতি প্ৰেম আৰু ক্ষমাৰ এক পৰম অনুভূতিত তেওঁৰ অন্তৰ উপচি পৰিছে। মজিয়াত আঁঠু কাঢ়ি বহি আনাৰ উত্তপ্ত বাহুত মূৰটো থৈ শিশুৰ দৰে ফেঁকুৰি ফেঁকুৰি কান্দিলে তেওঁ।

কাৰেনিনক নিজৰ ফালে টানি আনাই ক'লে,"মই জানিছিলো, এইটো মই আগতেই জানিছিলো! তেনেহ'লে এতিয়া যাওঁ... বিদায়! তেওঁলোক আহিছে, তেওঁলোক গুচি নাযায় কিয়? আঃ! কাপোৰবোৰ মোৰ গাৰ পৰা আঁতৰাই দিয়াঁ।"

ডাক্তৰে তেওঁৰ হাত দুখন সাৱধানে গাৰুৰ ওপৰত ৰাখি, কান্ধলৈকে কাপোৰেৰে ঢাকি দিলে।

"এটা কথা মনত ৰাখিবা," পুনৰ ক'বলৈ ধৰিলে আনাই, "ক্ষমাৰ বাহিৰে মোৰ আৰু একোৰে প্ৰয়োজন নাই। মই আৰু একোকে নিবিচাৰোঁ।... কিন্তু তেওঁ অহা নাই কিয়?" দৰজাইদি আনাই ভ্ৰন্‌স্কিৰ ফালে চালে, "আহাঁ, আহাঁ — তেওঁক তোমাৰ হাতখন দিয়াঁ।"

আনাৰ শয্যাৰ ওচৰলৈ আগবাঢ়ি আহিল ভ্ৰন্‌স্কি। আনাক দেখি পুনৰ দুয়োখন হাতেৰে তেওঁ মুখখন ঢাকি ধৰিলে।

"মুখখন খোলাঁ, তেওঁৰ ফালে চোৱাঁ। তেওঁ এজন মহাপুৰুষ। মুখখন নোখোলা কিয়?" আনাৰ কণ্ঠস্বৰত উৰুতা ফুটি উঠে, "এলেক্সি আলেক্‌জান্দ্ৰোভিচ, তুমি তেওঁৰ মুখখন খুলি দিয়া। মই তেওঁক চাব খোজোঁ।"

উদ্বেগ আৰু লজ্জাৰে ভৰা ভ্ৰন্‌স্কিৰ মুখৰ পৰা হাত দুখন এৰুৱাই দিলে এলেক্সি আলেক্‌জান্দ্ৰোভিচে।

"তেওঁক তোমাৰ হাতখন দিয়াঁ... ক্ষমা কৰাঁ তেওঁক।"

ভ্ৰন্‌স্কিৰ ফালে নিজৰ হাতখন আগবঢ়াই দিলে এলেক্সি আলেক্‌জান্দ্ৰোভিচে। চকুৰ পৰা ওলাই অহা অশ্ৰুৰাজি সম্বৰণ কৰিবলৈ তেওঁ কোনো চেষ্টা নকৰিলে।

আনাই ক'লে, "ডাক্তৰ, মোক অলপ মৰ্ফিয়া দিয়ক।"

বিছনাত শুই আনাই ছট্‌ফট্ কৰিছিল। ডাক্তৰে ক'লে এইটো প্ৰসৱঘটিত জ্বৰ আৰু এইবোৰৰ ক্ষেত্ৰত মৃত্যুৰ সম্ভাৱনা শতকৰা নিৰানব্বৈ ভাগ। গোটেই দিনটো ধৰি জ্বৰ, প্ৰলাপ আৰু অচৈতন্য অৱস্থা চলিল। মাজনিশাও আনা অচেতন, নাড়িৰ গতি প্ৰায় নাই বুলিলেই হয়। যি কোনো মুহূৰ্ততে সকলো শেষ হৈ যোৱাৰ আশঙ্কা।... ভ্ৰন্‌স্কি ঘৰলৈ গৈছিল। ৰাতিপুৱা পুনৰ আহিল। "আপুনি বৰঞ্চ ইয়াতেই থাকক, সাৰ পালে হয়তো তেওঁ আপোনাক বিচাৰিব পাৰে।" এলেক্সি আলেক্‌জান্দ্ৰোভিচে তেওঁক অন্দৰ মহললৈ লৈ আহিল।...

ৰাতিপুৱা ৰোগিণীৰ পুনৰ আৰম্ভ হ'ল ব্যাকুলতা, উত্তেজনা, চিন্তা আৰু উক্তিৰ ক্ষিপ্ৰতা আৰু শেষত সংজ্ঞাহীনতা। তৃতীয় দিনাও সেই একেই অৱস্থা, তথাপি ডাক্তৰে জনালে যে আশা আছে। সেইদিনাই ভ্ৰন্‌স্কি যিটো ঘৰত বহিছিল, এলেক্সি আলেক্‌জান্দ্ৰোভিচ তাত সোমাই ঘৰৰ দৰজাখন বন্ধ কৰি দিলে। ভ্ৰনস্কি উঠি থিয় হ'ব খুজিছিল, কিন্তু কাৰেনিনে তেওঁৰ হাতত ধৰি ক'লে,"দয়া কৰি মোৰ কথাবোৰ শুনক—বৰ দৰকাৰী কথা, যিবোৰ আবেগ অনুভূতিয়ে মোক চালনা কৰে আৰু ভৱিষ্যতেও কৰিব— সেইবোৰ আপোনাক অলপ বুজাই কোৱা দৰকাৰ... যাতে আপুনি মোক ভুল নুবুজে। আপুনি জানে যে মই বিবাহ-বিচ্ছেদ কৰিম বুলি স্থিৰ কৰিছিলোঁ আৰু সেই মতে প্ৰস্তুতি চলাবলৈও আৰম্ভ কৰিছিলোঁ। আপোনাৰ ওচৰত কোনো লুক-ঢাক নকৰোঁ। এই বিষয়ে প্ৰথমতে মই কিছু অনিশ্চিত অৱস্থাত আছিলোঁ। স্বীকাৰ

কৰিছো, আপোনাৰ আৰু তেওঁৰ ওপৰত প্ৰতিশোধ লবৰ কাৰণে মোৰ এক দুৰন্ত ইচ্ছা হৈছিল। টেলিগ্ৰামখন পোৱাৰ পিচত মই সেই একেই অনুভূতি লৈ ইয়ালৈ আহিছিলো আৰু এই কথাও মই কওঁ, মই তেওঁৰ মৃত্যু কামনা কৰিছিলো। কিন্তু..." অলপ বৈ কাৰেনিনে চিন্তা কৰি ল'লে, নিজৰ অনুভূতিটো প্ৰকাশ কৰা উচিত হ'বনে নহয়। "কিন্তু তেওঁক দেখি মই তেওঁক ক্ষমা কৰি পেলালো আৰু ক্ষমাৰ সেই সুখে মোক নিজৰ কৰ্ত্তব্যৰ কথা বুজাই ক'লে।... ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰো, ক্ষমা কৰিব পৰাৰ এই পৰম আৰ্শীবাদৰ পৰা মই যেন কেতিয়াও বঞ্চিত নহওঁ।" কাৰেনিনৰ দুনয়ন অশ্ৰুপূৰ্ণ হৈ উঠিল।... "এয়ে হৈছে মোৰ পৰিস্থিতি। আপুনি মোক বোকাত পেলাই গচকিব পাৰে, সকলোৰে ওচৰত মোক হাস্যাস্পদ কৰি তুলিব পাৰে... কিন্তু মই তেওঁক ত্যাগ নকৰো নাইবা আপোনাৰ ওচৰত অনুশোচনাৰ এটা কথাও উচ্চাৰণ নকৰোঁ।... মোৰ ওচৰত মোৰ কৰ্ত্তব্য একেবাৰে স্পষ্ট। মোৰ কৰ্ত্তব্য তেওঁৰ ওচৰত থকা, আৰু মই তেওঁৰ ওচৰত থাকিমেই। তেওঁ যদি আপোনাৰ লগত দেখা কৰিব বিচাৰে, মই আপোনাক জনাই দিম। কিন্তু মোৰ মতে এতিয়া আপুনি ইয়াৰ পৰা গুচি যোৱাই- ভাল।"

এলেক্সি আলেক্জান্দ্ৰোভিচ থিয় হ'ল। উচুপনিত তেওঁৰ বাক্ ৰুদ্ধ হ'ল। ভ্ৰনস্কিও থিয় হৈছিল। সম্পূৰ্ণ চিধা হৈ থিয় হোৱাৰ আগতে তেওঁ ভ্ৰূৰ তলেদি কাৰেনিনৰ ফালে চাইছিল। কাৰেনিনক তেওঁ ভালদৰে বুজিব পৰা নাছিল, কিন্তু অনুভৱ কৰিছিল — জীৱন সম্পৰ্কে কাৰেনিনৰ দৃষ্টিভঙ্গিৰ মাজত এনে এটা কিবা আছে যি তেওঁৰ পক্ষে অনধিগম্য।

এলেক্সি আলেক্জান্দ্ৰোভিচৰ লগত কথাবাৰ্তা হোৱাৰ পিচত কাৰেনিনহঁতৰ ঘৰৰ পৰা ওলাই চিড়িৰ ওচৰত নিশ্চল হৈ থিয় হ'ল ভ্ৰনস্কি। তেওঁ ক'ত আছে, ক'লৈ যাব- এইবোৰ কথা ভাবিবলৈ তেওঁৰ কষ্ট হৈছিল। নিজকে লজ্জিত, অপমানিত, দোষী আৰু নিজৰ অৱমাননা মঁচি পেলোৱাৰ সুযোগৰ পৰা বঞ্চিত বুলি বোধ কৰিছিল তেওঁ। ইমানদিন ধৰি যি পথেদি তেওঁ সগৰ্বে আৰু হেলাৰঙে আগুৱাই আহিছিল আজি যেন সেই পথৰ পৰা তেওঁক জোৰ কৰি বাহিৰ কৰি দিয়া হৈছে। জীৱনৰ যিবোৰ ৰীতি আৰু অভ্যাস ইমান দিনে তেওঁৰ মানত ইমান দৃঢ় বুলি বিশ্বাস হৈছিল, হঠাৎ সেই সকলোবোৰ মিছা আৰু অশোভন হৈ উঠিছে। প্ৰতাৰিত স্বামীজনক ইমান দিনে তেওঁ কৰুণাৰ পাত্ৰ বুলি ভাবিছিল আৰু ভাবিছিল ভ্ৰন্স্কিৰ সুখৰ পথত তেওঁ কেৱল এজন হাস্যকৰ প্ৰতিবন্ধক মাত্ৰ— অথচ আজি সেই মানুহজনেই উচ্চ চূড়ালৈ উঠি গৈছে আৰু তাত তেওঁক হাস্যকৰ, প্ৰতিহিংসা পৰায়ণ বা কপট বুলি মনত ভাব হোৱা নাই, মনত ভাব হৈছে তেওঁ এজন সবল, সদাশয় আৰু মহৎ লোক বুলি। ভ্ৰনস্কিয়ে অনুভৱ কৰিছিল, হঠাৎ ইজনৰ ভূমিকাৰ লগত যেন সিজনৰ ভূমিকা সলনাসলনি হৈছে। স্বামীজন নিজৰ দুখৰ মাজতো আছিল মহান আৰু নিজৰ প্ৰৱঞ্চনাৰ মাজতো ভ্ৰনস্কি আছিল নীচ আৰু হীন হৈ। নিজকে নিতান্ত হতভাগ্য বুলি ভাব

হৈছিল ভ্ৰনস্কিৰ, কাৰণ আনাৰ প্ৰতি তেওঁৰ প্ৰেম এতিয়া যেন কিছু নিৰুত্তাপ হৈ আহিছিল। কিন্তু এতিয়া আনাক চিৰদিনৰ কাৰণে হেৰাই পেলোৱাৰ কথা জানি তেওঁৰ সেই প্ৰেম আগতকৈ বহু প্ৰবল হৈ উঠিছে। অসুস্থ থকাৰ সময়ত আনাৰ সকলো খিনিকে তেওঁ দেখিবলৈ পাইছে, তেওঁৰ সমস্ত সত্তাটোকে তেওঁ বুজিবলৈ পাৰিছে আৰু তেওঁৰ মনত খেলাইছে ইমান দিনে আনাক তেওঁ সঁচাকৈয়ে ভাল পোৱা নাছিল। কিন্তু এতিয়া— যেতিয়া তেওঁ তেওঁক বুজিবলৈ পাৰিছে, তেওঁক যেনেকৈ ভাল পোৱা উচিত তেনেকৈ ভাল পাইছে। তেতিয়া তেওঁৰ সমুখতেই তেওঁ অপমানিত হৈছে, তেওঁক চিৰদিনৰ কাৰণে হেৰুৱাইছে আৰু এটা লজ্জাজনক স্মৃতিৰ বাহিৰে তেওঁ আৰু একোকে ৰাখি যোৱা নাই। সবাতোকৈ লজ্জাজনক পৰিস্থিতি হৈছিল তেতিয়া, যেতিয়া এলেক্সি আলেক্জান্দ্ৰোভিচে তেওঁৰ অপমানিত মুখৰ ওপৰৰ পৰা হাত দুখন আঁতৰাই দিছিল...।

"শ্লেজগাড়ী এখন মাতিম নেকি, ছাৰ?" পৰিচাৰকে সুধিলে।

"এৰা, গাড়ী এখন আনা।"

তিনিটা বিনিদ্ৰ ৰজনীৰ পিচত ঘৰলৈ উভতি আহি পোছাকপাতি নসলোৱাকৈ মূৰৰ তলত হাত দুখন ৰাখি এখন ছোফাৰ ওপৰত চিধা হৈ শুই পৰিল ভ্ৰনস্কি। মূৰটো গধুৰ গধুৰ লাগিল। অজস্ৰ ছবি আৰু বিচিত্ৰ স্মৃতিৰ এক শোভাযাত্ৰা দ্ৰুত গতিত তেওঁৰ মানসপটত জিলিকি উঠিল। ৰোগীণীক ঔষধ ঢালি দিলে ভ্ৰনস্কিয়ে, চামুচত ঔষধ উপচি পৰি মজিয়াত বাগৰি পৰিল। দেখা পালে ধাত্ৰীৰ শুভ্ৰ হস্তদ্বয়। এলেক্সি আলেক্জান্দ্ৰোভিচ অদ্ভুত ভঙ্গিমা লৈ থিয় হ'ল বিছনাৰ কাষত।

"টোপনি যোৱা! পাহৰি যোৱা সকলো কথা!" এজন স্বাস্থ্যবান মানুহে ক্লান্তি আৰু নিদ্ৰা অনুভৱ কৰিলে কোৱাৰ দৰে ভ্ৰনস্কিয়েও নিজকে ক'লে আৰু সেই মুহূৰ্ততে যেন তেওঁৰ টোপনিৰ ভাব হ'ল... বিস্মৰণৰ অতল তলিলৈ যাবলৈ আৰম্ভ কৰিলে তেওঁ। কিন্তু খন্তেক পিচতে যেন বিজুলীৰ চমক্ খাই জঁপিয়াই উঠিল ভ্ৰনস্কি। এলেক্সি আলেক্জান্দ্ৰোভিচে তেওঁৰ সন্মুখত থিয় হৈ যেন ক'লে, "আপুনি মোক বোকাত পেলাই গচকিব পাৰে," আৰু দুচকুত ৰাশি ৰাশি প্ৰেম আৰু কোমলতা লৈ আনাই চাই আছে—তেওঁৰ পিনে নহয়, এলেক্সি আলেক্জান্দ্ৰোভিচৰ পিনে।

"টোপনি যোৱা। পাহৰি যোৱা!" পুনৰ নিজকে ক'লে ভ্ৰনস্কিয়ে । কিন্তু চকু মুদাৰ লগে লগে আৰু স্পষ্টকৈ আনাক দেখিবলৈ পালে তেওঁ— যেনেকুৱা দেখিছিল ঘোঁৰদৌৰৰ আগদিনা সেই স্মৰণীয় সন্ধ্যাত।...

নিস্পন্দ হৈ শুই থাকি টোপনি মাৰিবৰ চেষ্টা কৰে ভ্ৰনস্কিয়ে। কিন্তু তেওঁ অনুভৱ কৰে ঘুমটি অহাৰ সামান্যতম আশাও আৰু নাই। "মই জানো পাগল হৈ গৈছো?" নিজকে প্ৰশ্ন কৰে তেওঁ। বোধহয় সেইটোৱে। কিন্তু কি কাৰণে মানুহ পাগল হয়? কি কাৰণে মানুহে গুলী কৰে নিজকে?" পুনৰ উঠি বহে ভ্ৰনস্কি, "নাই ঠিক কৰিব লাগিব, মই কি কৰিম। কিনো আৰু বাকী আছে? উচ্চাশা? ছাৰপুহোভস্কি? ওপৰ

মহলৰ সমাজ? আদালত?... ভাবি ভাবি থাকে ভ্ৰন্‌স্কিয়ে, কিন্তু ক'তো থমকি ৰ'ব নোৱাৰে। এদিন এই সকলোবোৰৰে একোটা অৰ্থ আছিল, কিন্তু আজি এই সকলোবোৰেই অৰ্থহীন। ... ছোফাৰ পৰা উঠি কোট আৰু কঁকালৰ টঙালি খুলি পেলায় তেওঁ... আৰু স্বচ্ছন্দে উশাহ লবৰ কাৰণে অবাৰিত কৰে তেওঁৰ নোমাল বুকুখন। তাৰ পিচত ঘৰৰ ভিতৰত পায়চাৰি কৰি কৰি নিজকে নিজে কয়,"এনেকৈয়ে মানুহ পাগল হয়-— নিজকে গুলী কৰে... অপমানৰ পৰা হাত সাৰিবলৈ।"

ঘৰৰ দৰজাখন বন্ধ কৰি দিয়ে ভ্ৰনস্কিয়ে। দাঁতে দাঁতে চেপি ধৰি টেবুলৰ ওচৰলৈ আগুৱাই গৈ এটা ৰিভলভাৰ তুলি লয় তেওঁ। নিস্পন্দ হৈ কিবা এটা চিন্তা কৰে দুমিনিট সময়। তাৰপিচত বুকুৰ বাওঁফালে ৰিভলভাৰটো তুলি ধৰি ঘোঁৰাটো টিপি দিয়ে। গুলীৰ শব্দটো তেওঁৰ কাণত নপৰে, কিন্তু বুকুৰ প্ৰচণ্ড আঘাতটোৱে তেওঁক মজিয়াত ছিটিকাই পেলাই দিয়ে। টেবুলৰ কিনাৰত খামোচ মাৰি ধৰিবলৈ চেষ্টা কৰে ভ্ৰন্‌স্কিয়ে, ৰিভলভাৰটো হাতৰ পৰা খহি পৰে, অবাক দৃষ্টিৰে চাৰিওফালে চায় তেওঁ। নিজৰ ঘৰটোকে যেন তেওঁ চিনি নাপায়। তাৰপিচত বৈঠকখানাৰ মাজেদি আগুৱাই অহা পৰিচাৰকৰ দ্ৰুত ভৰিৰ শব্দ শুনি তেওঁৰ সম্বিৎ ঘূৰি আহে। যথেষ্ট চেষ্টা কৰি ভ্ৰনস্কিয়ে বুজিব পাৰে, তেওঁ মেজৰ ওপৰত পৰি আছে। মজিয়াত পাৰি থোৱা বাঘৰ ছাল আৰু নিজৰ হাতত তেজ লাগি থকা দেখি অনুভৱ কৰে, তেওঁ গুলী কৰিছে নিজকে। বিৰ্‌বিৰ্‌কৈ ৰিভলভাৰটো বিচাৰিবলৈ চেষ্টা কৰে ভ্ৰনস্কিয়ে, একেবাৰে ওচৰতে পৰি থকা ৰিভলভাৰটো তেওঁ দূৰলৈ ঠেলি দিব খোজে, কিন্তু ভাৰসাম্য হেৰুৱাই তেজেৰে লুটুৰি-পুটুৰি হৈ মজিয়াত বাগৰি পৰে।

মাৰ্জিত ৰুচিৰ গুঁফীয়া লগুৱাজনে ভ্ৰনস্কিক মজিয়াত পৰি থকা দেখি ইমান আতঙ্কিত হৈ উঠে যে ভ্ৰনস্কিক সেই অৱস্থাতে পেলাই থৈ সাহায্যৰ কাৰণে দৌৰি যায়। এঘন্টা পিচত ভ্ৰনস্কিৰ বৌৱেক ভাৰিয়া আহি তিনিজন ডাক্তৰৰ সাহায্যত তেওঁক বিছনালৈ নি শুৱাই থোৱাৰ আৰু পৰিচৰ্যা কৰাৰ ব্যৱস্থা কৰে।

মৃত্যুৰ আশঙ্কাটো কাটি যোৱাৰ পিচৰ পৰাই এলেক্সি আলেক্‌জান্দ্ৰোভিচে লক্ষ্য কৰিলে যে আনাই তেওঁক ভয় কৰে, তেওঁৰ সমুখত অস্বস্তি বোধ কৰে আৰু পোনে পোনে তেওঁৰ মুখৰ ফালে চাব নোৱাৰে। তেওঁ যেন তেওঁক কিবা কবলৈ বিচাৰে, কিন্তু কোৱাৰ সাহস গোটাব নোৱাৰে....

ফেব্ৰুৱাৰী মাহৰ শেষৰ ফালে আনাৰ নামে নামকৰণ কৰা আনাৰ শিশু কন্যাটি অসুস্থ হৈ পৰিল। ৰাতিপুৱা ডাক্তৰক মাতি পঠোৱাৰ নিৰ্দেশ দি কাৰেনিন অফিচলৈ গৈছিল। চাৰি বজাত অফিচৰ পৰা আহি হলঘৰত সোমোৱাৰ লগে লগে তেওঁ উৰ্দি পিন্ধা চাপ্ৰাচী এজনক তেওঁৰ কাৰণে অপেক্ষা কৰি থকা দেখিলে।

"কোন আহিছে?" প্ৰশ্ন কৰিলে কাৰেনিনে।

প্ৰিন্সেছ এলিজাবেথা ফেদেৰোভনা তিভাৰস্কি," চাপ্ৰাচীয়ে জনালে।

ডাইনিং ৰুমৰ ভিতৰত সোমাই ঘন্টা বজাই পৰিচাৰকক মাতিলে এলেক্সি আলেক্‌জান্দ্ৰোভিচে আৰু পুনৰ ডাক্তৰক মাতি অনাৰ নিৰ্দেশ দিলে। সেই অনিন্দ্য সুন্দৰ শিশুটিৰ কাৰণে তেওঁৰ স্ত্ৰী তিমান উদ্বিগ্ন নোহোৱা দেখি তেওঁ ৰীতিমতে বিৰক্তি অনুভৱ কৰিছিল আৰু সেই কাৰণে স্ত্ৰীৰ লগতো তেওঁ দেখা কৰিবলৈ ইচ্ছা কৰা নাছিল। প্ৰিন্সেছ বেৎসিৰ লগতো তেওঁৰ দেখা কৰাৰ ইচ্ছা নাছিল। কিন্তু স্ত্ৰীয়ে ইয়াক লৈ চিন্তা কৰিব পাৰে বুলি ভাবি অনিচ্ছা সত্বেও তেওঁ শোৱনি ঘৰৰ ফালে আগবাঢ়ি গ'ল। কিন্তু কোমল গালিচাৰ ওপৰেদি দৰজাৰ ফালে যোৱাৰ সময়ত তেওঁ এনেকুৱা কিবা এটা আলোচনা শুনিবলৈ পালে, যাক তেওঁ সমূলি শুনিবলৈ ইচ্ছা কৰা নাছিল।

"মানুহজন যদি গুচি নগ'লহেঁতেন, তেনেহ'লে মই তোমাৰ এই প্ৰত্যাখ্যানৰ অৰ্থ বুজিলোহেঁতেন," বেৎসিয়ে কৈছিল, "কিন্তু তোমাৰ স্বামীতো এইবোৰৰ উৰ্দ্ধত থকা উচিত।"

"স্বামীৰ কাৰণে নহয়, মই নিজেই সেইটো নিবিচাৰোঁ," উত্তেজিত স্বৰে উত্তৰ দিলে আনাই।

"কিন্তু তোমাৰ কাৰণে যিজন মানুহে নিজকে গুলী কৰাৰ চেষ্টা কৰিছিল, তুমি তেওঁক বিদায় জনাবলৈ নিবিচাৰা— সেইটো হ'ব নোৱাৰে..."

"ঠিক সেই কাৰণেই মই সেইটো নিবিচাৰোঁ"।

কাৰেনিনৰ মুখত অপৰাধীৰ অভিব্যক্তি ফুটি উঠে। হয়তো তেওঁ উলটিয়ে গ'লহেঁতেন, কিন্তু সেইটো তেওঁৰ মৰ্যাদাৰ পক্ষে ক্ষতিকৰ হ'ব বুলি ভাবি গল খেঁকেৰাই ঘৰৰ ভিতৰত সোমাল। তেওঁ ভিতৰলৈ যোৱাৰ লগে লগে কণ্ঠস্বৰ দুটা নীৰৱ হৈ গ'ল।...

"আপুনি!" যেন পৰম আশ্চৰ্যত উচ্ছ্বাসিত হৈ উঠে বেৎসি। "আপুনি ঘৰলৈ উভতি আহিছে বুলি মই বৰ আনন্দিত হৈছো। আজিকালি তো ক'তো দেখাই নাপাওঁ। আনা অসুস্থ হোৱা দিন অৱধি আপোনাক মই দেখাই নাই!" বেৎসিৰ মুখত বিদ্ৰূপৰ হাঁহি ফুটি উঠে, "আপোনাৰ গভীৰ অনুৰক্তিৰ কথা আমি আটায়ে শুনিছো। স্বামী হিচাপে আপুনি সঁচাই অদ্ভুত!"

শীতল ভঙ্গিমাত মূৰ দোঁৱাই স্ত্ৰীৰ হাতত চুমা দিলে কাৰেনিনে।...

"মই এতিয়া যাওঁ," বেৎসিয়ে ক'লে।

"নাই, অলপ অপেক্ষা কৰা," হঠাৎ বেৎসিৰ এখন হাতত খামোচ মাৰি ধৰিলে আনাই। "তোমাৰ লগত মোৰ অলপ কথা আছে।" কাৰেনিনৰ ফালে ঘূৰি চালে তেওঁ। "তোমাৰ ওচৰত মোৰ গোপন বুলি একো থাকিব নোৱাৰে, মই সেইটো নিবিচাৰোও। বেৎসিয়ে কৈছে, তাচখন্দলৈ যোৱাৰ আগতে কাউন্ট ভ্ৰনস্কি বিদায় লবলৈ ইয়ালৈ আহিব খোজে। মই তেওঁক কৈছো, মোৰ পক্ষে তেওঁক দেখা কৰাটো সম্ভৱ নহয়।"

"তুমি কৈছা সেইটো এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ ওপৰত নিৰ্ভৰ কৰিছে," আনাক শুধৰাই দিলে বেৎসিয়ে।

"নাই, সেইফালৰ পৰা কোনো আপত্তি নাথাকিব..." পট্ কৰে স্বামীৰ ফালে এবাৰ চাই লয় আনাই (কাৰেনিনে তেওঁৰ ফালে নাচায়) "ময়েই তেওঁৰ লগত দেখা কৰিবলৈ নিবিচাৰোঁ।"

কাৰেনিনে আগবাঢ়ি গৈ আনাৰ হাতখন নিজৰ হাতত তুলি ল'লে। আনাই আঁজোৰ মাৰি নিজৰ হাতখন এবাই আনিবলৈ ইচ্ছা কৰিছিল। কিন্তু যত্নু সহকাৰে নিজকে সংযত কৰি কাৰেনিনৰ হাতত এটা মৃদু চাপ দিলে।

"মোৰ প্ৰতি তোমাৰ আস্থা থকাৰ কাৰণে মই পৰম কৃতজ্ঞ, কিন্তু..." বুলি ক'বলৈ আৰম্ভ কৰি এলেক্সি আলেক্‌জান্দ্ৰোভিচে বিৰক্ত হৈ অনুভৱ কৰিলে যে বিষয়টোৰ সম্পৰ্কে তেওঁ মনে মনে ইমান সহজ আৰু স্পষ্টভাৱে সিদ্ধান্তত উপনীত হৈছে যে প্ৰিন্সেছ তিভাৰস্কিৰ উপস্থিতিত সেইটো তেওঁ আলোচনা কৰিব নোৱাৰিব।

"বেছ, তেন্তে মই এতিয়া যাওঁ।"

আনাক এটা চুমা দি বেৎসি ঘৰৰ পৰা ওলাই গ'ল। কাৰেনিনে তেওঁৰ পাচ ল'লে।

"এলেক্সি আলেক্‌জান্দ্ৰোভিচ!" বৈঠকখানালৈ আহি বেৎসিয়ে ক'লে,"মই জানো, আপুনি এজন মহৎ লোক। মই নিতান্তই বাহিৰৰ মানুহ! কিন্তু আনাক মই ইমান ভাল পাওঁ আৰু আপোনাক ইমান শ্ৰদ্ধা কৰোঁ যে মই উপযাচি এটা উপদেশ দিয়াৰ স্বাধীনতা লৈছো। এলেক্সি ভ্ৰনস্কি তাচখণ্ডলৈ যাবলৈ ওলাইছে। তেওঁক আপুনি ইয়ালৈ অহাৰ অনুমতি দিয়ক।"

"আপোনাৰ সহানুভূতি আৰু উপদেশৰ কাৰণে ধন্যবাদ, প্ৰিন্সেছ! কিন্তু মোৰ স্ত্ৰীয়ে কাৰোবাক দেখা কৰা বা নকৰাৰ সিদ্ধান্তটো তেওঁহে কৰিব পাৰিব।"

নিজৰ স্বভাৱ অনুযায়ী ভ্ৰূ তুলি গহীনভাৱে কথাখিনি ক'লে কাৰেনিনে। কিন্তু লগে লগে তেওঁ চিন্তা কৰি চালে, কথাবোৰ যেনেকুৱাই নহওক, তেওঁৰ নিজৰ পৰিস্থিতিটো মুঠেই মৰ্যাদাজনক নহ'ব। আৰু কথাটো শুনি বেৎসিয়ে যিদৰে এটা বিদ্ৰূপৰ হাঁহি মাৰি তেওঁৰ ফালে চালে তাৰ পৰা সেই কথাটোকে স্পষ্টকৈ অনুভৱ কৰিলে কাৰেনিনে।

বেৎসিক বিদায় দি এলেক্সি আলেক্‌জান্দ্ৰোভিচ আনাৰ ওচৰলৈ উভতি আহিল। আনা শুই আছিল, ভৰিৰ শব্দ শুনি উঠি বহিল।

"মোৰ প্ৰতি তোমাৰ আস্থা থকাৰ কাৰণে মই সঁচাই খুব কৃতজ্ঞ," বেৎসিৰ উপস্থিতিত কাৰেনিনে ফৰাচী ভাষাত যিটো কথা কৈছিল, এতিয়া স্ত্ৰীৰ কাষত বহি ৰাছিয়ান ভাষাত সেই কথাটোকে ক'লে। "তোমাৰ সিদ্ধান্তৰ কাৰণেও মই কৃতজ্ঞ। কাৰণ ময়ো ভাবো, কাউন্ট ভ্ৰনস্কি গুচি যাবই যেতিয়া, তেতিয়া তেওঁৰ ইয়ালৈ অহাৰ কোনো প্ৰয়োজন নাই। অৱশ্যে যদি..."

কিন্তু মই তো সেই কথা কৈয়ে দিছো, পুনৰ তাক কৈছা কিয়? আনাই নিজৰ বিৰক্তি চেপি ৰাখিব নোৱাৰে। ভাবে, যিজন মানুহে প্ৰেমৰ কাৰণে নিজকে ধ্বংস কৰিবলৈ প্ৰস্তুত আৰু ইতিমধ্যে যি নিজকে ধ্বংস কৰি পেলাইছে, সেইজন মানুহে প্ৰেমিকাৰ ওচৰলৈ আহি বিদায় লোৱাৰ কোনো প্ৰয়োজন নাই, যিজনী প্ৰেমিকা সেই প্ৰেমিকৰ অবিহনে জীয়াই থাকিব নোৱাৰে। কিছু সময় চুপ হৈ বহি থকাৰ পিচত শান্ত স্বৰে আনাই কয়, "আৰু কেতিয়াও সেইবোৰ কথা আলোচনা নকৰিবা।"

"এই প্ৰশ্নটোৰ সিদ্ধান্তৰ ভাৰ মই তোমাৰ ওপৰতে দিছিলো আৰু দেখি খুব আনন্দ পাইছো যে..."

"মোৰ ইচ্ছাটো তোমাৰ ইচ্ছাৰ লগত মিলি গৈছে," —আনাই তপৰাই কথাটো শেষ কৰি দিলে এই বিৰক্তিতে যে তেওঁ ধীৰে ধীৰে যি কথা ক'ব সেই কথা আনাই আগতে জানে।

"এৰা, কথাটো তেওঁ সমৰ্থন কৰিলে," ব্যক্তিগত বিষয়ত প্ৰিন্সেছ তিভাৰস্কিৰ হস্তক্ষেপ একেবাৰে অবাঞ্ছিত। বিশেষকৈ তেওঁ..."

'তেওঁৰ সম্পৰ্কে লোকে যি কয়, তাক মই মুঠেই বিশ্বাস নকৰোঁ। মই জানো যে তেওঁ মোক সঁচাকৈয়ে ভাল পায়।"

দীৰ্ঘশ্বাস পেলাই এলেক্সি আলেক্জান্দ্ৰোভিচ মনে মনে থাকিল। এতিয়া আনাই কামনা কৰিলে এই মানুহজনৰ বিৰক্তিকৰ উপস্থিতিৰ পৰা মুক্তি পাবলৈ।

"এইমাত্ৰ মই ডাক্তৰক মাতি পঠিয়াইছোঁ," এলেক্সি আলেক্জান্দ্ৰোভিচে ক'লে।

"মই বেছ ভালে আছো, আকৌ ডাক্তৰ কিয়?"

"নাই, কেচুৱাটিয়ে কন্দা-কটা কৰে। সকলোৱে কয় ধাইজনীৰ হেনো যথেষ্ট গাখীৰ নাই।"

"মই অনুৰোধ কৰি কৈছো, তথাপি তুমি কিয় মোৰ পোনাটিক মোৰ গাখীৰ খাবলৈ নিদিয়া? হাজাৰ হওক, তাই এটি কেচুৱা। সিইতে তাইক শেষ কৰি পেলাইছে।" ঘন্টা বজাই কেচুৱাটিক লৈ অহাৰ হুকুম দিয়ে আনাই। "মই কিমান অনুনয় কৰিছো... কৈছো, কেচুৱাটিক মোৰ গাখীৰ খাবলৈ দিয়া। মোক সেই অনুমতি দিয়া হোৱা নাই। আৰু এতিয়া সেই কাৰণে মোকেই দোষাৰোপ কৰা হৈছে।"

"মই দোষ দিয়া নাই..."

"নিশ্চয় দিছা। হে ভগৱান! মোক মাৰি নিনিলা কিয়?" কান্দোতে কান্দোতে তেওঁৰ অন্তৰ ভাগি পৰে। তাৰিপিচত নিজকে সংযত কৰি তেওঁ কয়, "তুমি আঁতৰি যোৱা ইয়াৰ পৰা..."

"নাই, এইদৰে চলিলে আৰু নহ'ব," স্ত্ৰীৰ ঘৰৰ পৰা ওলাই অহা সময়ত ভাবিলে কাৰেনিনে। তেওঁ বিশ্বাস কৰে ভ্ৰনস্কিৰ লগত সকলো সম্পৰ্ক ছিন্ন কৰি পেলোৱাই আনাৰ পক্ষে মঙ্গলজনক। কিন্তু নিজকে নিতান্ত অসহায় বুলি তেওঁৰ ধাৰণা হৈছিল।

তেওঁ জানিছিল—সকলোৱে তেওঁৰ বিৰুদ্ধে যাক তেওঁ স্বাভাৱিক আৰু সঠিক বুলি ভাবিছে, তেওঁক সেইটো কৰিবলৈ দিয়া নহব... বৰং আনসকলে যিটোক সঠিক বুলি ভাবিছে, সি অন্যায় হ'লেও তেওঁ তাকেই কৰিবলৈ বাধ্য হ'ব।

কাৰেনিনহঁতৰ বৈঠকখানাৰ পৰা ওলোৱাৰ আগতেই স্তেপান আৰ্কাদিয়েভিৰ লগত বেৎসিৰ সাক্ষাৎ হ'ল।

"আৰে, প্ৰিন্সেছ! আপোনাক দেখি পৰম আনন্দিত হ'লো।"

"কেৱল এক মিনিটৰ কাৰণে, মই এতিয়াই যাব লাগে," হাঁহি হাঁহি দস্তানা পিন্ধিবলৈ ধৰে বেৎসিয়ে।

"দস্তানা পিন্ধাৰ আগতে মোক তোমাৰ হাতত চুমা খাবলৈ দিয়া।" বেৎসিৰ হাতত চুমা দি অবলনস্কিয়ে প্ৰশ্ন কৰে, "আকৌ কেতিয়া তোমাক দেখাৰ সৌভাগ্য হ'ব?"

"তুমি তাৰ যোগ্য নোহোৱা," বেৎসিয়ে মৃদু হাঁহি এটা মাৰি ক'লে।

"সম্পূৰ্ণ যোগ্য। মই এতিয়া এজন দায়িত্ববান লোক হৈ উঠিছো—নিজৰ পাৰিবাৰিক ক্ষেত্ৰতে নহয়, আনাৰ ক্ষেত্ৰতো।" তেওঁৰ মুখত এটা অৰ্থপূৰ্ণ ভাব ফুটি উঠে।

"শুনি সুখী হ'লো" বেৎসিয়ে বুজি পালে অবলনস্কিয়ে আনাৰ কথা কৈছে। "ভদ্ৰলোকে তেওঁক একেবাৰে হত্যা কৰি পেলাইছে," ফুচফুচাই ক'লে তেওঁ।

"জানি সুখী হ'লো যে তোমাৰো সেই একেই ধাৰণা, সেই কাৰণেই মই পিটাৰ্ছবুৰ্গলৈ আহিছো।"

গোটেই চহৰখনতে তেওঁলোকক লৈ আলোচনা চলিছে। ই এটা অসম্ভৱ পৰিস্থিতি। ভদ্ৰলোকে নুবুজে তেওঁ এনে এজনী ভদ্ৰমহিলা যি নিজৰ অনুভূতিবোৰক তুচ্ছতাচ্ছিল্য কৰিব নোৱাৰে। তেওঁৰ পক্ষে ই এটা একেবাৰে শ্বাসৰোধকৰ অৱস্থা।"

সেই কাৰণেই তো মই ইয়ালৈ আহিছো।" অবলনস্কিয়ে দীৰ্ঘশ্বাস পেলাই ক'লে।

"ঈশ্বৰ তোমাৰ সহায় হওক।"

বেৎসিক হলঘৰ পৰ্যন্ত থৈ আহি, ভনীয়েকৰ ওচৰত উপস্থিত হ'লগৈ অবলনস্কি। দেখিবলৈ পালে আনাৰ চকুত চকুপানী। তেওঁ আনাৰ কুশল বাতৰি সুধিলে আৰু ৰাতিপুৱাটো কেনেকৈ কটালে তাকো জানিবলৈ বিচাৰিলে।

"বেয়া, একেবাৰে বেয়া। আজি, আজিৰ ৰাতিপুৱাটো, সমস্ত অতীত আৰু ভৱিষ্যৎ —সকলো বেয়া," আনাই জবাব দিলে।

"তুমি বোধহয় নিৰাশাবাদৰ কাৰণে পথ এৰি দিছা। কিন্তু নিজকে তুমি জগাই তুলিব লাগিব, জীৱনৰ মুখামুখি হব লাগিব। অৱশ্যে কামটো সহজ নহয়, কিন্তু..."

"শুনিছা, মাইকী মানুহবিলাকে হেনো মতা মানুহবিলাকৰ দোষবোৰৰ কাৰণেও সিহঁতক ভাল পায়," হঠাতে ক'বলৈ আৰম্ভ কৰিলে আনাই,"কিন্তু মই তেওঁৰ গুণবোৰৰ কাৰণেই তেওঁক ঘৃণা কৰোঁ। তেওঁৰ লগত মই আৰু বাস কৰিবলৈ নোৱাৰিম। মই অসুখী আছিলো, ভাবিছিলো ইয়াতকৈ অ-সুখ আৰু একো হ'ব নোৱাৰে। কিন্তু এতিয়া

মই যি অৱস্থাত আছো, তেনেকুৱা অৱস্থা কোনোদিন হ'ব পাৰে বুলি মই কল্পনাও কৰা নাই। মই জানো তেওঁ ভাল মানুহ, চমৎকাৰ মানুহ, মই তেওঁৰ কিনা আঙুলিৰো যোগ্য নহওঁ। কিন্তু তথাপি মই তেওঁক ঘিণ কৰোঁ, ঘিণ কৰোঁ তেওঁৰ মহানুভৱতাৰ কাৰণে। এতিয়া মোৰ কাৰণে বাকী আছে মাথো..."

আনাই মৃত্যুৰ কথা ক'লেহেঁতেন। কিন্তু অবলনস্কিয়ে তেওঁক শেষ কৰিবলৈ নিদি ক'লে, "তুমি অসুস্থ। বিশ্বাস কৰা, তুমি সবকে ভীষণ অতিৰঞ্জিত কৰি তুলিছা। ইয়াৰ মাজত কিন্তু তেনেকুৱা ভয় কৰিবলগীয়া একোৱেই নাই।"

অবলনস্কিযে এটা মৃদু হাঁহি মাৰিলে। তেওঁৰ ঠাইত আইন কোনোবা হ'লে, এনেকুৱা হতাশজনক পৰিস্থিতিত ইহাৰ সাহস গোটাব নোৱাৰিলেহেঁতেন—সেই হাঁহিক পাশৱিক বুলি মনত ভাব হ'লহেঁতেন, কিন্তু অবলনস্কিৰ হাঁহিত এনেকুৱা মধুৰতা আৰু ৰমণীসুলভ কোমলতা আছে যে সি কেতিয়াও আঘাত নকৰে, বৰং স্নিগ্ধতা কঢ়িয়াই আনে। আনাযো সেই স্নিগ্ধতা অনুভৱ কৰিলে।

"নাই, স্তিভা!," আনাই ক'লে, "মই শেষ হৈ গৈছো! অথচ মোৰ মনত ভাব হৈছে, এইটোৱে শেষ নহয়। মই যেন টনটনীয়া কৰি বন্ধা এডাল সূতা, যি এসময়ত ছিণ্ডি যাবই।"

"তেনেস্থলত আমি সূতাডাল অলপ অলপকৈ ঢিলা কৰি দিম। এনেকুৱা কোনো পৰিস্থিতি নাই, য'ৰ পৰা উদ্ধাৰ পোৱাৰ কোনো পথ নাই।"

"মই ভাবিছো, বহুত ভাবিছো। কিন্তু একমাত্ৰ..."

"মোটেই নহয়," পুনৰ তেওঁক বাধা দিয়ে অবলনস্কিয়ে। "মোৰ কথা শুনা —মই একেবাৰে আৰম্ভণিৰ পৰা আৰম্ভ কৰিছো। তুমি এনেকুৱা এজনক বিয়া কৰালা, যিজন তোমাতকৈ কুৰি বছৰে ডাঙৰ। তোমাৰ বিয়াৰ ক্ষেত্ৰত প্ৰেম নাছিল আৰু প্ৰেম কি তাক নজনাকৈ তুমি বিয়া কৰাইছিলা। স্বীকাৰ কৰা যাওক, সেইটো এটা ভুল হৈছিল।"

"ভয়ঙ্কৰ ভুল!"

"কিন্তু মই আকৌ এবাৰ কৈছো, সেইটো এটা বাস্তৱ ঘটনা। তাৰপিচত, কোৱা হওক, দুৰ্ভাগ্যক্ৰমে তুমি এজনক ভাল পালা— যি তোমাৰ স্বামী নহয়। এইটো এটা দুৰ্ভাগ্যজনক ঘটনা, কিন্তু এইটোও বাস্তৱ। ... তোমাৰ স্বামীয়ে এই কথা জানিব পাৰিছে আৰু তোমাক ক্ষমা কৰি দিছে। এতিয়া প্ৰশ্ন হৈছে, ইয়াৰ পাচতো তুমি জানো তোমাৰ স্বামীৰ লগত জীৱন কটাব পাৰিবা? তুমি জানো সেইটো বিচৰা? তেওঁ জানো তাকেই বিচাৰে?"

"মই নাজানো, মই একো নাজানো।'"

"কিন্তু তুমি নিজেই কৈছা, তুমি তেওঁক সহ্য কৰিব পৰা নাই।"

"নাই, মই সেইটো কোৱা নাই... মই সেইকথা উঠাই লৈছো। মই একো নাজানো... একো ক'ব নোৱাৰিম।"

"অঁ, কিন্তু..."

"তুমি বুজিব পৰা নাই... মোৰ মনত ভাব হৈছে, মই যেন এটা খালৰ ভিতৰত পৰি গৈছো, অথচ নিজাকে বচোৱা মোৰ উচিত নহয়..."

"ভাল কথা আমি খালৰ ভিতৰত কিবা এটা নমাই দি, তোমাক টানি তুলি আনিম। চোৱা আনা, তুমি জানো মনতে ভাবা এই কথাটো তোমাৰ তুলনাত কাৰেনিনৰ ওপৰত কম গুৰুভাৰ হৈ চেপি আছে? অথচ বিবাহ বিচ্ছেদে গোটেই সমস্যাটোৰে সমাধান কৰি পেলাব পাৰে।" অৱশেষত কিছু আয়াসসাধ্য প্ৰচেষ্টাত নিজৰ মতলবটো প্ৰকাশ কৰি অবলনস্কিয়ে ইঙ্গিতপূৰ্ণ দৃষ্টিত আনাৰ পিনে চালে।

আনাই একো উত্তৰ নিদিলে, কেৱল মূৰটো জোকাৰি ভিন্ন মত প্ৰকাশ কৰিলে, কিন্তু অকস্মাৎ সেই পুৰণি দিনৰ সৌন্দৰ্য্যৰে জিলমিলাই উঠা তেওঁৰ মুখখনিৰ ফালে চাই অবলনস্কিয়ে স্পষ্টকৈ বুজিব পাৰিলে, আনাই যদি বিচ্ছেদ নিবিচাৰে তেনেহ'লে সেইটো একমাত্ৰ এই কাৰণেই নিবিচাৰে যে তেওঁ মনতে ভাবিছে, এই সুখ তেওঁৰ দুষ্প্ৰাপ্য।

"তোমালোকৰ কাৰণে মই বৰ দুঃখিত। তোমালোকৰ এই কথাটো যদি মীমাংসা কৰি দিব পাৰো, মই যে কিমান সুখ পাম," আগতকৈ স্পষ্টকৈ হাঁহি হাঁহি অবলনস্কিয়ে ক'লে। "নক'বা, কোনো কথাকে নক'বা! ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰা, মই ভবা মতে কথা ক'বলৈ যেন মোক শক্তি দিয়ে। মই এতিয়া তেওঁৰ ওচৰলৈ যাওঁ।"

স্বপ্নিল উজ্জ্বল চকুযুৰিৰে আনাই অবলনস্কিৰ ফালে চালে, একো নক'লে।

হাত দুখন পাচফালে ৰাখি কাৰেনিনে নিজৰ ঘৰত পায়চাৰি কৰি আছিল।

"মই আপোনাক বিৰক্ত কৰা নাই তো?" ভগ্নীপতিক কিছু বিব্ৰত হোৱা দেখি প্ৰশ্ন কৰিলে অবলনস্কিয়ে।

"নাই। আপোনাক কিবা লাগে নেকি?" এলেক্সি আলেক্জান্দ্ৰোভিচে কোনো আগ্ৰহ নেদেখুৱাই প্ৰশ্ন কৰিলে।

"হয়, ...কথাটো হৈছে ...মানে মই আপোনাৰ লগত অলপ কথা পাতিবলৈ বিচাৰিছিলো। হঠাৎ তেওঁৰ মনলৈ এক অনভ্যস্ত ভীৰুতাৰ ভাব অহা দেখি তেওঁ বিস্মিত হয় আৰু প্ৰাণপণে তাক কাটি কৰি থবলৈ চেষ্টা কৰে। "আশা কৰো ভনীৰ প্ৰতি মোৰ মৰম আৰু আপোনাৰ প্ৰতি মোৰ আন্তৰিক শ্ৰদ্ধা আছে বুলি আপুনি বিশ্বাস কৰে। ইচ্ছা আছিল... মানে মই বিচাৰিছিলো আপোনাৰ লগত মোৰ ভনী আৰু আপোনাৰ পাৰস্পৰিক সম্পৰ্কৰ বিষয়ে অলপ কথা বতৰা পাতিম।"

এলেক্সি আলেক্জান্দ্ৰোভিচে এটা বিষণ্ণ হাঁহি মাৰি টেবুলৰ পৰা এখন অসমাপ্ত চিঠি আনি এলেক্সি আলেক্জান্দ্ৰোভিচৰ হাতত দিয়ে।

"মই অনবৰত এই একেটা কথাকে চিন্তা কৰি থাকো। লিখিবলৈও আৰম্ভ কৰিছিলো, কাৰণ চিঠিত কথাবোৰ ভালদৰে প্ৰকাশ কৰিব পাৰি। তাৰোপৰি মোৰ উপস্থিতিত তেওঁ বিৰক্তি বোধ কৰে।"

চিঠিখন হাতত লৈ অবলনস্কিয়ে সবিস্ময়ে লক্ষ্য কৰিলে, এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ নিস্প্ৰভ চকু দুটাই একেথৰে তেওঁৰ ফালে চাই আছে। তেওঁ চিঠিখন পঢ়িবলৈ আৰম্ভ কৰিলে।

"মই দেখিবলৈ পাইছো, মোৰ উপস্থিতি তোমাৰ ওচৰত বিৰক্তিকৰ হৈ উঠিছে। মই বিশ্বাস কৰিবলৈ টান পালেও বুজিব পাৰিছো, সেইটোৱে সত্য আৰু তাৰ বাহিৰে আন একো হ'ব নোৱাৰে। মই তোমাক দোষ দিব খোজা নাই, ঈশ্বৰ সাক্ষী যে তোমাৰ অসুস্থতাৰ সময়ত তোমাক দেখি মই সৰ্বান্তঃকৰণে স্থিৰ কৰিছিলো, আমাৰ মাজত যি হৈ গৈছে তাক মই পাহৰি যাম... নতুনকৈ জীৱন আৰম্ভ কৰিম। মই যি কৰিছো তাৰ কাৰণে মই কোনো অনুতাপ কৰা নাই আৰু কোনো দিনে অনুতাপ নকৰিমো। অৱশ্যে মই এটা বস্তু বিচাৰিছিলো তোমাৰ কল্যাণ, তোমাৰ আত্মাৰ কল্যাণ আৰু এতিয়া দেখিবলৈ পাইছো, মই তাক পোৱা নাই। তুমি নিজেই কোৱা, কেনেকৈ তুমি প্ৰকৃত সুখ আৰু মনৰ শান্তি পাবা। মই নিজকে সম্পূৰ্ণভাৱে তোমাৰ হাতত সমৰ্পণ কৰিলো আৰু মোৰ বিশ্বাস তুমি যিটোকে ঠিক বুলি ভাবা তাকে কৰিবা।"

চিঠিখন ঘূৰাই দি অবলনস্কিয়ে আগৰ দৰে, বিস্মিত দৃষ্টিৰে কাৰেনিনৰ ফালে চাই থাকিল। তেওঁ কি ক'ব ভাবি পোৱা নাছিল।

"মই জানিব খোজো, তেওঁ কি বিচাৰে?" কাৰেনিনে ক'লে।

"মোৰ আশঙ্কা, তেওঁ নিজৰ অৱস্থাটো নিজেই বুজিব পৰা নাই। আপোনাৰ মহানুভৱতাই তেওঁক চূৰ্ণীকৃত কৰিছে। এই চিঠি পঢ়িলে তেওঁ একোকে ক'ব নোৱাৰিব। মূৰটো আৰু অৱনমিত কৰিব।"

"এৰা, তেনেহ'লে কি কৰা যাব? কেনেকৈ জনা যাব তেওঁৰ মনৰ ইচ্ছাটো কি? মইতো এই পৰিস্থিতিৰ পৰা ওলাই অহাৰ কোনো পথেই পোৱা নাই।"

সকলো পৰিস্থিতিৰ পৰা ওলাই আহিবৰ কাৰণে যিকোনো এটা পথ পোৱা যায়। এটা সময়ত আপুনিও বিচ্ছেদৰ কথা চিন্তা কৰিছিল... এতিয়া যদি আপোনালোকে নিঃসন্দেহে ভাবে যে আপোনালোকে পৰস্পৰক সুখী কৰিব নোৱাৰিব..."

"সুখ শব্দটোক বিভিন্ন অৰ্থত বুজিব পৰা যায়। ধৰি লওক, মই সকলো কথাকে মানি ললো... মোক একোকে নালাগে, তেনেস্থলত আমাৰ এতিয়াৰ পৰিস্থিতিৰ পৰা উদ্ধাৰৰ জানো কিবা পথ আছে?"

"আনাই কোনো দিনে এই সম্পৰ্কে একো নক'ব। কিন্তু তেওঁ হয়তো এটা বস্তু বিচাৰিব পাৰে," অবলনস্কিয়ে কৈ গ'ল, "সেইটো হ'ল আপোনালোকৰ সম্পৰ্ক আৰু তাৰ লগত জড়িত সকলো স্মৃতিৰ অৱসান।"

"বিবাহ-বিচ্ছেদ" এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ কণ্ঠত বিৰক্তিৰ সুৰ।

"হয়, বিবাহ-বিচ্ছেদ" পুনৰাবৃত্তি কৰিলে অবলনস্কিয়ে। "কোনো বিবাহিত দম্পতীয়ে যদি বুজে যে সিহঁত দুজনৰ পক্ষে একত্ৰ জীৱন-যাপন কৰাটো অসম্ভৱ, তেনেহ'লে ইয়াৰ বাহিৰে আৰু কি কৰা যাব?"

এলেক্সি আলেক্জান্দ্রোভিচে এটা দীঘল হুমুনিয়াহ কাঢ়ি চকু মুদিলে।

"এই ক্ষেত্রত চিন্তা কৰি চাবলগীয়া কথাটো হ'ল এই —স্বামী-স্ত্রীৰ কোনোবা এজনে নতুনকৈ কাৰোবাক বিবাহ কৰিব বিচাৰে নেকি? যদি নিবিচাৰে বিবাহ-বিচ্ছেদ একো টান কাম নহয়," অবলনস্কিয়ে ক'লে।

এলেক্সি আলেক্জান্দ্রোভিচে বিৰ্বিৰ্কৈ কিবা এটা ক'লে, একো উত্তৰ নিদিলে। বিবাহ-বিচ্ছেদ প্রশ্নটো তেওঁ হাজাৰ বাৰ চিন্তা কৰি চাইছে আৰু তেওঁৰ পক্ষে ই সম্পূর্ণ অসম্ভৱ বুলি ধাৰণা হৈছে।... বিচ্ছেদ হৈ গ'লে তেওঁৰ ল'ৰাটোৰ কি অৱস্থা হব? প্রতিটো কথাতেই হাজাৰটাকৈ আপত্তি আছিল, তথাপি তেওঁ অবলনস্কিৰ কথাবোৰ শুনিছিল, কাৰণ তেওঁ অনুভৱ কৰিছিল, অবলনস্কিৰ কথাবোৰ আচলতে এক প্রচণ্ড পাশৱ-শক্তিৰ সবাক অভিব্যক্তি— যি শক্তিয়ে অবলনস্কিৰ জীৱনটোক পৰিচালিত কৰিছে আৰু যাৰ ওচৰত শেষত গৈ তেওঁ নিজেও আত্মসমর্পণ কৰিবলৈ বাধ্য হ'ব।

"এতিয়া একমাত্র প্রশ্ন হৈছে, কি কি চৰ্তত আপুনি আনাক মুক্তি দিবলৈ ৰাজী আছে? তেওঁ একোকে নিবিচাৰে আপোনাৰ পৰা, কিবা বিচৰাৰ সাহসকণো তেওঁৰ নাই— তেওঁ সৱাকে আপোনাৰ মহানুভৱতাৰ ওপৰত এৰি দিছে।"

"হাঃ, হাঃ!" কর্কশ সুৰত মুখৰ হৈ উঠিল এলেক্সি আলেক্জান্দ্রোভিচ, "কলঙ্কৰ ভাগ ময়ে ল'ম, এনেকি মোৰ ল'ৰাকো মই এৰি দিম। কিন্তু, কিন্তু কথাটোক এনেকৈয়ে ৰাখি দিলেই ভাল হ'ব নেকি? যাওক, আপোনালোকৰ যি খুচী তাকে কৰক..."

অবলনস্কিৰ ফালৰ পৰা মুখ ঘূৰাই এলেক্সি আলেক্জান্দ্রোভিচ খিড়িকীৰ ওচৰলৈ গৈ এখন চকীত বহিল। অবলনস্কিও ব্যথিত হৈ উঠিছিল। কিছু সময় নীৰৱ হৈ থাকি তেওঁ ক'লে, "মোৰ কথা বিশ্বাস কৰক এলেক্সি আলেক্জান্দ্রোভিচ, আনাই আপোনাৰ মহানুভৱতাক প্রশংসা কৰে। কিন্তু মোৰ মনত ভাব হৈছে, "এইটোৱে আছিল ঈশ্বৰৰ ইচ্ছা।"

এলেক্সি আলেক্জান্দ্রোভিচে হয়তো কোনো জবাব দিলেহেঁতেন, কিন্তু উদ্দ্যত অশ্রুৱে তেওঁক বাধা দিলে।

"এইটো এটা কুৎসিত ভৱিতব্য আৰু তেনেকৈয়ে এইটোক মানি ল'ব লাগিব," অবলনস্কিযে কৈ যায়,"এই দুর্যোগটোক মই এটা বাস্তৱ সত্য বুলি মানি লৈছো আৰু যথাসাধ্য চেষ্টা কৰিছো যাতে আপোনালোক দুজনাক সাহায্য কৰিব পৰা যায়।"

ভগ্নীপতিৰ ঘৰৰ পৰা ওলাই অহাৰ সময়ত প্রকৃত বেদনা অনুভৱ কৰিলেও, অবলনস্কিয়ে এই কথা ভাবি খুচী হৈ উঠিল যে, বিষয়টোক তেওঁ সফলভাৱে এটা চূড়ান্ত সিদ্ধান্তলৈ লৈ যাব পাৰিছে— কাৰণ তেওঁ সুনিশ্চিতভাৱে অনুভৱ কৰিছিল, এলেক্সি আলেক্জান্দ্রোভিচ তেওঁৰ কথাৰ পৰা পিচ হুঁহকি নাহিব।

হৃৎপিণ্ড স্পর্শ নকৰিলেও ভ্রন্স্কিৰ আঘাতটো সাংঘাতিকেই হৈছিল আৰু বেছ কিছুদিন ধৰি তেওঁ জীৱন-মৃত্যুৰ মাজত পৰি থাকিবলগীয়া হৈছিল। প্রথমতে যেতিয়া তেওঁ কথা কোৱাৰ ক্ষমতা ঘূৰাই পোৱাৰ দৰে হ'ল, তেতিয়া তেওঁৰ ভ্রাতৃবধূ ভাৰিয়া অকলে তেওঁৰ ঘৰত আছিল।

"ভাৰিয়া," কঠোৰ দৃষ্টিৰে ভ্ৰনস্কিয়ে ক'লে,"কেৱল দৈৱক্ৰমে মই নিজকে গুলী কৰি পেলাইছিলো। দয়া কৰি কেতিয়াও ইয়াক লৈ কোনো কথা নকৰা আৰু আনবিলাককো এই কথা কৈ দিবা, নহ'লে ই এটা হাঁহিৰ খোৰাক হৈ পৰিব।"

কোনো জবাব নিদিয়াকৈ হাঁহিমুখে ভ্ৰনস্কিৰ মুখৰ ওচৰলৈ হালি আহিল ভাৰিয়া। ভ্ৰনস্কিৰ চকু দুটা পৰিস্কাৰ, কিন্তু চকুৰ অভিব্যক্তি কঠোৰ।

"ঈশ্বৰক ধন্যবাদ!" ভাৰিয়াই ক'লে, "তোমাৰ কোনো আজাৰ নাই তো?"

"ইয়াতে অলপ আছে," বুকুৰ ফালে দেখুৱালে ভ্ৰনস্কিয়ে।

"থিয় হোৱা, মই তোমাৰ বেণ্ডেজবোৰ উল্টাই দিওঁ।"

নিঃশব্দে দাঁতে দাঁতে চেপি ভাৰিয়াৰ ফালে চাই থাকিল ভ্ৰনস্কি। বেণ্ডেজ বন্ধা শেষ হ'লত ভ্ৰনস্কিয়ে ক'লে, "মই ভুল বকা নাই। তুমি অলপ চাবা, যাতে মানুহে কোৱা-কুই নকৰে যে মই ইচ্ছা কৰিয়েই নিজকে গুলী কৰিছিলো।"

"কোনেও সেইটো নকয়। অৱশ্যে মই আশা কৰিছো, তুমি আৰু কেতিয়াও দৈৱক্ৰমে নিজকে গুলী নকৰা," মুখত প্ৰশ্নালু হাঁহি লৈ ভাৰিয়াই ক'লে।

"নিশ্চয় নকৰো। কিন্তু বৰ ভাল হ'লহেঁতেন, যদি..."

ভ্ৰন্স্কিৰ মুখত বিষাদৰ হাঁহি ফুটি উঠিল।

সুস্থ হৈ উঠাৰ লগে লগে ভ্ৰন্স্কিয়ে অনুভৱ কৰে, তেওঁৰ দুখ-দুৰ্দশাৰ এটা অংশৰ পৰা এতিয়া তেওঁ সম্পূৰ্ণ মুক্ত। আগৰ লজ্জা আৰু অপমানবোধ তেওঁ নিজৰ কৰ্মৰ দ্বাৰা ধুই-পখালি নিঃশেষ কৰিছে। এতিয়া তেওঁ শান্তি মনে এলেক্সি আলেক্জান্দ্ৰোভিচৰ কথা চিন্তা কৰিব পাৰে, তেওঁৰ উদাৰতাৰ কথা অনুভৱ কৰিব পাৰে। কিন্তু সেই কাৰণে এতিয়া তেওঁ নিজকে অপমানিত বুলি নাভাবে। তদুপৰি এতিয়া তেওঁ পুনৰ তেওঁৰ পুৰণি জীৱন-পথলৈ উভতি আহিছে... কিন্তু প্ৰাণপণে চেষ্টা কৰা সত্ত্বেও এটা কথা তেওঁ কোনোপধ্যে মনৰ পৰা মছি পেলাব নোৱাৰে— সেইটো হৈছে, যাক তেওঁ চিৰদিনৰ কাৰণে হেৰাই পেলাইছে তাৰ কাৰণে নিদাৰুণ বেদনাবোধ। ভ্ৰনস্কিয়ে মন স্থিৰ কৰি লৈছিল যে ভৱিষ্যতে আৰু কোনো দিনে তেওঁ অনুতপ্ত আনা আৰু তেওঁৰ স্বামীৰ মাজলৈ গৈ থিয় নহ'ব। কিন্তু প্ৰেমিকাক হেৰুৱাৰ বেদনা তেওঁ কোনো উপায়ে পাহৰিব পৰা নাছিল, মনৰ পৰা মছি পেলাব পৰা নাছিল সুখৰ সেই অপৰূপ স্মৃতিবোৰ।...

ছেৰ্পুহভস্কিয়ে তাচখন্দত ভ্ৰনস্কিৰ কাৰণে এটা নতুন পদৰ ব্যৱস্থা কৰি ৰাখিছিল। ভ্ৰন্স্কি বিনা দ্বিধাই সেই পদটো লবলৈ মান্তি হ'ল। তেওঁৰ আঘাতটো এতিয়া সম্পূৰ্ণৰূপে ভাল হৈ উঠিছে। যাত্ৰাৰ আগতে বেৎসিৰ পৰা বিদায় লবলৈ গৈ তেওঁ ক'লে, "এবাৰ মাথোন তেওঁক চাম, তাৰপিচত মৰি গ'লেও কথা নাই।" বেৎসি দূতী হৈ আনাৰ ওচৰলৈ গৈ কথাটো জনালে। কিন্তু আনাই ভ্ৰনস্কিক দেখা কৰিবলৈ মান্তি নহ'ল।

"ভালেই হ'ল," খবৰটো পাই ভ্ৰনস্কিয়ে ভাবিলে। "সেইটো আছিল এটা দুৰ্বলতা, যি হয়তো মোৰ অৱশিষ্ট শক্তিখিনিও চূৰ্মাৰ্ কৰিলেহেঁতেন।"

কিন্তু পিচদিনা ৰাতিপুৱা বেৎসিয়ে নিজেই ভ্ৰনস্কিক লগ ধৰি ক'লে, অবলনস্কিৰ মাধ্যমত তেওঁ জানিব পাৰিছে যে এলেক্সি আলেক্‌জান্দ্ৰোভিচ বিবাহ-বিচ্ছেদত মান্তি হৈছে। গতিকে ভ্ৰনস্কিয়ে এতিয়া আনাৰ লগত দেখা কৰিব পাৰে।

নিজৰ সিদ্ধান্তৰ কথা সম্পূৰ্ণ পাহৰি গৈ বেৎসিক কোনো প্ৰশ্ন নকৰি ভ্ৰনস্কিয়ে গাড়ী লৈ কাৰেনিনহঁতৰ ঘৰত উপস্থিত হ'ল। তাৰপিচত কোনো ফালে ভ্ৰূক্ষেপ নকৰি প্ৰায় দৌৰি দৌৰি আনাৰ ঘৰত সোমাল। ঘৰত কোনোবা আছেনে নাই তালৈও লক্ষ্য নকৰি আনাক দুয়োখন হাতেৰে সাৱটি ধৰিলে। চুমাৰে ওপচাই দিলে আনাৰ মুখ, হাত আৰু ঘাৰ। আনায়ো নিজকে এই সাক্ষাৎকাৰৰ কাৰণে প্ৰস্তুত কৰি ৰাখিছিল, চিন্তা কৰি লৈছিল ভ্ৰনস্কিক তেওঁ কি ক'ব। কিন্তু সেইবোৰৰ একোকে তেওঁ ক'ব নোৱাৰিলে, ভ্ৰনস্কিৰ আবেগে তেওঁকো উটাই লৈ গ'ল। ভ্ৰনস্কিক শান্ত কৰিবলৈ চেষ্টা কৰিলে তেওঁ, আৰু নিজকো শান্ত কৰি তুলিবলৈ চেষ্টা কৰিলে। কিন্তু তেতিয়া বহুত পলম হৈ গৈছিল— ভ্ৰনস্কিৰ আবেগ বিয়পি পৰিছিল তেওঁৰ প্ৰতিডাল সিৰা-উপসিৰাতে।

"এৰা, তুমি মোক জয় কৰি পেলাইছা," অৱশেষত ভ্ৰনস্কিৰ হাত দুখন নিজৰ বুকুত চেপি ধৰিলে আনাই। "মই তোমাৰ!"

"হবই লাগিব। যিমান দিনলৈ আমি জীৱিত থাকিম সিমান দিনলৈ আমি সেয়ে হৈ থাকিম। মই এতিয়া সেই কথা বুজি পাইছো।"

"সেইটো ঠিকেই,"ক্ৰমে পাণ্ডুবৰ্ণ হৈ ভ্ৰনস্কিৰ মূৰটো আঁকোৱালি ধৰি আনাই ক'লে,"কিন্তু যিবোৰ ঘটি গ'ল, তাৰ পিচতো কিবা এটা সাংঘাতিক বস্তু যেন ৰৈ গৈছে।"

"সকলো আঁতৰি যাব, সকলো আঁতৰি যাব, আমি অতি সুখী হ'ম! ইয়াৰ মাজত কিবা এটা ভয়াবহ আছে বুলিয়েই আমাৰ প্ৰেম আৰু গভীৰ হ'ব," মূৰ তুলি হাঁহি হাঁহি ক'লে ভ্ৰনস্কিয়ে।

আনাই নাহাঁহি নোৱাৰিলে। ভ্ৰনস্কিৰ হাতখন তুলি লৈ নিজৰ ঠাণ্ডা গাল আৰু চুটিকৈ চুলি কটা মূৰৰ ওপৰত চাপৰ এটা মাৰিলে তেওঁ।

"ইমান চুটিকৈ কটা চুলিৰে মই তোমাক কেতিয়াও দেখা নাই। কিমান সুন্দৰ হৈ উঠিছা তুমি! ঠিক যেন এটা সৰু ল'ৰা! কিন্তু ইমান পাণ্ডুবৰ্ণ কিয়!"

"এৰা মই বৰ দুৰ্বল হৈ গৈছো।" আনাৰ মুখত স্মিত হাঁহি আৰু ওঁঠত কঁপনি।

"আমি ইটালীলৈ যাম। তুমি সুস্থ হৈ উঠিবা।"

"আমি স্বামী-স্ত্ৰীৰ দৰে থাকিম, কেৱল আমি ...ইও জানো সম্ভৱ?" ভ্ৰনস্কিৰ চকুৰ ফালে চাই আনাই প্ৰশ্ন কৰিলে।

"ইমান দিনে যে সেইটো হোৱা নাই, সেইটোহে আচৰিত কথা।"

"স্তিভাই কৈছে, তেওঁ সকলোতে সন্মতি দিছে।" কিন্তু মই তেওঁৰ মহানুভৱতা মানি ল'ব নোৱাৰো।" স্বপ্নালু দৃষ্টিৰে ভ্ৰনস্কিৰ মুখৰ ওপৰেদি দূৰলৈ চালে আনাই, "মই বিবাহ-বিচ্ছেদ নিবিচাৰো... তাৰ বাবে মোৰ কোনো লাভ বা ক্ষতি নহয়। কেৱল মই নাজানো ছেৰিওঝা সম্পৰ্কে তেওঁ কি সিদ্ধান্ত ল'ব।

"সেইবোৰ কথা নক'বা, চিন্তাও নকৰিবা।" ভ্ৰনস্কিয়ে ভাবি নাপালে, এই মুহূৰ্তত ল'ৰাৰ কথা, বিবাহ-বিচ্ছেদৰ কথা আনাৰ মনলৈ আহিল কিয়? আনাৰ হাত দুখন নিজৰ হাতলৈ টানি আনি, তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিলে তেওঁ। তথাপি আনাই তেওঁৰ ফালে নাচালে।

"উঃ কিয় মই নমৰিলো! তেতিয়া হ'লে তো বৰ ভাল হ'লহেঁতেন।" মূক অশ্ৰু আনাৰ দুগালেদি বৈ তললৈ নামি আহিল। তথাপি তেওঁ হাঁহিবলৈ চেষ্টা কৰিলে, যাতে ভ্ৰন্স্কিয়ে মনত আঘাত নাপায়। এসময়ত তাচখন্দৰ লোভনীয় প্ৰস্তাৱটো প্ৰত্যাখ্যান কৰাৰ কথা ভ্ৰন্স্কিয়ে অপমানজনক আৰু অসম্ভৱ বুলিয়েই ভাবিছিল। কিন্তু এতিয়া মুহূৰ্তৰ কাৰণেও দ্বিধা বোধ নকৰি তাক নাকচ কৰি দিলে আৰু এই কাৰণে ওপৰ মহলত অসন্তুষ্টি হোৱা দেখি অবিলম্বে সামৰিক বাহিনীৰ পৰা কাম ইস্তফা দিলে।

এমাহ পিচত পিটাৰ্ছবুৰ্গৰ ঘৰত এলেক্সি আলেক্জান্দ্ৰোভিচ ল'ৰাটোক লৈ অকলে পৰি থাকিল আৰু বিবাহ-বিচ্ছেদ নকৰি, বিচ্ছেদৰ প্ৰস্তাৱ দৃঢ়তা সহকাৰে অগ্ৰাহ্য কৰি আনা ভ্ৰনস্কিৰ লগত বিদেশলৈ যাত্ৰা কৰিলে। ❑

## পঞ্চম খণ্ড

ৰুছ দেশৰ ৰীতি অনুসৰি বিয়াৰ দিনা লেভিনে তেওঁৰ বাগ্‌দত্তাক দেখা কৰা নাছিল আৰু নিজৰ হোটেলত তিনিজন অবিবাহিত বন্ধুৰ লগত আহাৰ কৰিছিল। কিছুসময় পিচত তিনিও বন্ধুৱে সাজ-পাৰ পিন্ধি যথা সময়ত বিবাহস্থলীলৈ আহিব বুলি কৈ লেভিনৰ ওচৰৰ পৰা বিদায় লৈছিল। অকলশৰীয়া হৈ বন্ধুসকলৰ আলাপ-আলোচনাৰ কথা চিন্তা কৰি লেভিনে নিজকে নিজে প্ৰশ্ন কৰিলে ঃ বন্ধুসকলে যি স্বাধীনতাৰ কথা কৈছিল, তাৰ কাৰণে তেওঁৰ নিজৰ মনত কিবা দুখ আছে নেকি? প্ৰশ্নটো কৰি তেওঁৰ নিজৰেই হাঁহি উঠিল। 'স্বাধীনতা! স্বাধীনতা কিহৰ কাৰণে?" একমাত্ৰ প্ৰেমেই সুখ— প্ৰেমিকাৰ ইচ্ছাক নিজৰ ইচ্ছা বুলি গণ্য কৰা আৰু তেওঁৰ চিন্তাকে নিজৰ চিন্তা বুলি ভবাটোৱে সুখ— অৰ্থাৎ ই সমূলি স্বাধীনতা নহয়... আৰু তাৰেই নাম হৈছে সুখ!

"কিন্তু তুমি জানো তেওঁৰ চিন্তা, তেওঁৰ ইচ্ছা আৰু অনুভূতিবোৰৰ কথা জানা?" হঠাৎ এক কণ্ঠস্বৰে তেওঁক ফুচ্‌ফুচাই প্ৰশ্ন কৰিলে। লেভিনৰ মুখৰ পৰা হাঁহি অন্তৰ্দ্ধান হ'ল, তেওঁ চিন্তিত হৈ পৰিল। হঠাৎ তেওঁ এক আশ্চৰ্য অনুভূতি উপলব্ধি কৰিলে তেওঁৰ সমস্ত সত্তা জুৰি...।

"তেওঁ যদি মোক ভাল নাপায়? যদি কথাটো এনেকুৱা হয়, তেওঁ কেৱল বিবাহিতা হোৱাৰ কাৰণেই মোক বিয়া কৰাইছে? যদি এনেকুৱা হয় যে তেওঁ নিজেই বুজিব পৰা নাই, তেওঁ কি কৰিছে?" লেভিনে চিন্তা কৰে, "হয়তো এসময়ত তেওঁৰ চেতনা ঘূৰি আহিব আৰু বিয়া হৈ যোৱাৰ পিচতেই তেওঁ অনুভৱ কৰিব, তেওঁ মোক ভাল নাপায়, ভাল পাব নোৱাৰিবও।" ভ্ৰনস্কিৰ প্ৰতি বিদ্বেষী হৈ উঠে লেভিন, যেনেকুৱা হৈছিল এবছৰ আগতে — যি সন্ধ্যাত ভ্ৰনস্কিৰ লগত তেওঁ তেওঁক দেখিছিল, সেইটো যেন যোৱা কালিৰহে কথা আছিল। তেওঁ সন্দেহ কৰিছিল কিটিয়ে তেওঁক সকলো কথা কোৱা নাছিল।

তেওঁ জাঁপ মাৰি উঠিল। নাই, এনেকৈ নহ'ব। মই তেওঁৰ ওচৰলৈ যাম, গৈ জানিবলৈ বিচাৰিম... শেষ বাৰৰ কাৰণে ক'ম—আমি মুক্ত অৱস্থাত আছো... এনেকৈ থকাটোৱে শ্ৰেয় নহয় জানো? অসীম দুখ-যাতনা, অপমান আৰু অবিশ্বস্ততাতকৈ যিকোনো বস্তুৱে ভাল। হৃদয়ভৰা হতাশা আৰু সকলো মানুহৰ প্ৰতি, নিজৰ প্ৰতি আৰু কিটিৰ প্ৰতি তিক্ত আক্ৰোশ লৈ তেওঁ হোটেলৰ পৰা ওলাই গৈ গাড়ীত উঠি কিটিহঁতৰ ঘৰলৈ ৰাওনা হ'ল।

লেভিনে পাচফালৰ ঘৰ এটাত তেওঁক বিচাৰি পালে। তেওঁ এটা চন্দুকৰ ওপৰত বহি পৰিচাৰিকাৰ লগত পোছাক—পাতিবোৰ ঠিক-ঠাক কৰি আছিল, চকীবোৰৰ পাচফালে আৰু ঘৰৰ মজিয়াত হৰেক ৰঙৰ পোছাকৰ স্তূপবোৰ পৰি আছিল।

লেভিনক দেখি কিটিৰ মুখখন আনন্দত উদ্ভাসিত হৈ উঠিল। "কস্তিয়া! কনস্তান্তিন দিমিত্রিভিচ! মই তো তোমাক আশাই কৰা নাছিলো!" পৰিচাৰিকাক ঘৰৰ পৰা যাবলৈ কৈ লেভিনৰ উত্তেজিত মুখখনৰ ফালে চাই কিটিয়ে ক'লে, "কি হৈছে, কস্তিয়া?"

"কিটি! মই বৰ যন্ত্ৰণা ভুগিছো। মই কেৱল ক'বলৈ আহিছো যে এতিয়াও সময় আছে, এতিয়াও এই সকলোবোৰ বন্ধ কৰি দিব পৰা যাব।"

"কি কৈছা তুমি! মই তো একোকেই বুজিব পৰা নাই! কি হৈছে?"

"যি কথা মই সহস্রবাৰ কৈছো ...মই তোমাৰ যোগ্য নহওঁ। অলপ ভাবি চোৱাঁ! তুমি এটা মহা ভুল কৰি পেলাইছা— এই বিয়াত ৰাজী হৈ তুমি ভাল কাম কৰা নাই। তুমি মোক ভাল পাব নোৱাৰা... মানুহে যি খুচী তাকে কওক, কিন্তু মই কৈছো জীৱন জুৰি দুখ ভোগ কৰাতকৈ বৰং এতিয়াও সময় আছে..."

"মই একোকে বুজিব পৰা নাই, " কিটিৰ কণ্ঠস্বৰত আতঙ্কৰ সুৰ। তাৰ মানে, তুমি এই বিয়াখন পাতিব নোখোজা?"

"নোখোজো, যদি তুমি মোক ভাল নোপোৱা।"

"তুমি পাগল হৈছা নেকি?" নিদাৰুণ বিক্ষোভত ৰঙা পৰি উঠে কিটি। কিছুমান পোছাক আৰাম চকীখনৰ ফালে দলিয়াই দি লেভিনৰ ওচৰলৈ গৈ বহে তেওঁ। "কি ভাবিছা তুমি? কোৱাঁ মোক সকলো কথা খুলি কোৱা।"

"মই ভাবিছো, তুমি মোক ভাল পাব নোৱাৰা, কিহৰ কাৰণেই নো ভাল পাবা?"

"হে ভগবান! মই এতিয়া কি কৰোঁ?..." কান্দি কান্দি ভাগি পৰে কিটি।

"হায়, হায়! এইয়া মই কি কৰিলো?" আঁঠু কাঢ়ি কিটিৰ হাতত চুমা খাবলৈ আৰম্ভ কৰে লেভিনে।

পাঁচ মিনিট পিচত প্রিন্সেছে ঘৰৰ ভিতৰত সোমাই দেখিলে, সিহঁতৰ মাজত সকলো মিটমাট হৈ গৈছে। কিটিয়ে কেৱল যে নিজৰ প্ৰেম সম্পৰ্কে লেভিনকে আশ্বস্ত কৰিছে তেনে নহয়— লেভিনৰ প্ৰশ্নৰ উত্তৰত তেওঁ বুজাই কৈছে, কিয় লেভিনক তেওঁ ভাল পায়। লেভিনক তেওঁ ভাল পায়, কাৰণ লেভিনক তেওঁ পূৰামাত্ৰাই বুজিব পাৰে। কাৰণ তেওঁ জানে, লেভিনে কি পছন্দ কৰে, আৰু লেভিনে যিহকে পছন্দ কৰে সেই সকলোখিনিয়ে ভাল।

লেভিনৰ আগমনৰ কথাটো জানি প্রিন্সেছে কপট ক্রোধ দেখুৱাই তেওঁক বেশভূষা কৰিবলৈ হোটেললৈ পঠাই দিলে, যাতে কিটিৰ কেশবিন্যাসত ব্যাঘাত নজন্মে।

বিবাহোপলক্ষে আলোকপ্লাৱিত গীৰ্জাঘৰটোলৈ বহু লোক গৈছিল। এওঁলোকৰ সৰহসংখ্যকেই আছিল মহিলা। সদৰ দৰজাইদি যিসকল ভিতৰলৈ সোমাব পৰা নাছিল তেওঁলোক খিড়িকীৰ সমুখত গোট খাইছিল, ঠেলা-ঠেলি কৰিছিল, চিঞৰ-বাখৰ কৰিছিল আৰু খিড়িকীৰ ফাকেদি ভিতৰলৈ চাইছিল। যিমান বাৰেই দৰজাখন মেলাৰ শব্দ হৈছিল, তিমানবাৰেই ভিতৰৰ মানুহবিলাকে কথা ক'বলৈ এৰি দৰা-কইনা দেখা পোৱাৰ

আশাত মূৰ ঘূৰাই দৰজাখনৰ ফালে চাইছিল। ইতিমধ্যে কমেও দহবাৰ দৰজাখন মেল খাইছিল আৰু প্ৰতিবাৰে পলমকৈ অহা কোনো অতিথি বা অতিথিসকলৰ কাৰণে। অৱশেষত পৰিস্থিতিটো স্বাভাৱিকতে অস্বস্তিকৰ হৈ উঠিল। এজনী ভদ্ৰমহিলাই নিজৰ ঘড়ীৰ ফালে চাই কৈ উঠিল, "একেবাৰে আচৰিত কাণ্ড তো!"

ইতিমধ্যে বহু আগৰে পৰা সাজ-পাৰ পিন্ধি কিটি সাজু হৈ আছিল। খিড়িকীৰে তেওঁ বাহিৰৰ ফালে চাই আছিল— আধাঘন্টা ধৰি গভীৰ উদ্বেগে আশা কৰিছিল কোনোবা আহি জনাব, দৰা আহি পাইছেহি।

লেভিন কোঠাৰ ভিতৰত পায়চাৰি কৰি আছিল আৰু তেওঁ বাৰে বাৰে বাৰান্দাৰ পিনে চাইছিল। কিন্তু যিজন মানুহক তেওঁ দেখিবলৈ পাব বুলি আশা কৰিছিল সেইজন মানুহৰ গুংসূত্ৰই পোৱা নগৈছিল। নিশ্চিন্ত মনে ধূম-পান কৰি থকা অবলনস্কিৰ ফালে চাই বলিয়াৰ দৰে হাত জোঁকাৰি লেভিনে কৈছিল,"মোৰ দৰে এনেকুৱা মূৰ্খ এজনৰ দৰে কোনোবা মানুহ জানো কেতিয়াবা এনেকুৱা পৰিস্থিতিত পৰিছিল?"

"চিন্তা নকৰিবা, " হাঁহি হাঁহি অবলনস্কিয়ে ক'লে, "এতিয়াই লৈ আহিব।"

"কি যে কৰোঁ! বুকখোলা ওৱেষ্টকোটবোৰৰো অৱস্থা হৈছে তেনেকুৱা!" নিজৰ কামিজটোৰ কোঁচখোৱা অংশটোৰ ফালে চালে লেভিনে। "মালপত্ৰবোৰ যদি ৰেল ষ্টেছনলৈ লৈ যায়, কি দশা হ'ব?"

"তেতিয়া হ'লে তুমি মোৰ কামিজটোকে পিন্ধি ল'বা।"

"সেইটো কৰিব লাগিলে আগতেই কৰা উচিত আছিল।"

"নিজকে হাঁহিয়াতৰ পাত্ৰ কৰি তোলা ভাল নহ'ব... অলপ অপেক্ষা কৰা— আহি পাব।"

আচল ঘটনাটো আছিল এনে ধৰণৰ —লেভিনে তেওঁৰ সান্ধ্য চুটটো বিচৰাত লেভিনৰ পুৰণি ভৃত্য কুজ্‌মাই তেওঁক কোট, ওৱেষ্ট কোট আৰু অন্যান্য জিনিসপত্ৰবোৰ আনি দিছিল। সি হাঁহি হাঁহি কৈছিল,"কামিজ্ দেখোন আপুনি পিন্ধিয়েই আছে, ছাৰ!" অৱশ্যে কামিজটো ৰাতিপুৱাৰ পৰা পিন্ধি থকাৰ কাৰণে এতিয়া একেবাৰে কোঁচ খাই গৈছে, বুকখোলা ওৱেষ্ট-কোটৰ লগত ইয়াক পিন্ধাৰ কোনো প্ৰশ্নই নুঠে, ইপিনে আগৰ নিৰ্দেশ মতে কুজ্‌মাই সান্ধ্য কোটটোত বাহিৰে লেভিনৰ সমস্ত সাজপাৰ বান্ধি -কুন্ধি শ্চেৰবাৎস্কিহঁতৰ ঘৰলৈ পঠিয়াই দিছিল। তাৰপৰা সেইদিনা সন্ধ্যাতে নৱদম্পতী ৰাওনা হোৱাৰ কথা। শ্চেৰবাৎস্কিহঁতৰ ঘৰ ভালেখিনি আঁতৰত হোৱাৰ কাৰণে এটা নতুন কামিজ কিনি আনিবৰ কাৰণে এজন মানুহক বজাৰলৈ পঠোৱা হৈছিল। কিন্তু সেইদিনা ৰবিবাৰ হোৱাৰ কাৰণে বজাৰ বন্ধা আছিল। অবলনস্কিৰ ঘৰৰ পৰা এটা কামিজ অনাৰ কাৰণে আন এজনক পঠোৱা হৈছিল, কিন্তু সেই কামিজটো অসম্ভৱ বহল আৰু চুটি আছিল। শেষত শ্চেৰবাৎস্কিহঁতৰ ঘৰলৈ মানুহ পঠোৱা হৈছিল আৰু তাৰ ফল স্বৰূপে যি সময়ত গীৰ্জাত উপস্থিত হোৱাৰ কথা আছিল সেই সময়ত তেওঁ পিঞ্জৰাবদ্ধ বনৰীয়া জন্তুৰ দৰে ঘৰৰ ভিতৰত পায়চাৰি কৰিছিল আৰু বাৰে বাৰে বাৰান্দাৰ পিনে চাইছিল।...

অৱশেষত অপৰাধী কুজ্‌মা এটা কামিজ লৈ হেঁপাহ ফোঁপাই আহি ঘৰত উপস্থিত হ'ল, একেবাৰে ঠিক সময়ত পাইছিলোগৈ। মালপত্ৰবোৰ সেইমাত্ৰ গাড়ীত তুলিছিল।"

"আহি পাইছে, দৰা পক্ষৰ মানুহ আহি পাইছে! সৌজন দৰা!" "কোনজন?" "একেবাৰে কম বয়স, নহয় জানো?" কইনাক লৈ লেভিন গীৰ্জাৰ ভিতৰত সোমোৱাৰ লগে লগে সমাজৰ মাজৰ পৰা বিভিন্ন জনে বিভিন্ন মন্তব্য প্ৰকাশ কৰিলে।

স্তেপান আৰ্কাদিয়েভিচ অবলনস্কিয়ে তেওঁৰ স্ত্ৰীক পলম হোৱাৰ কাৰণটো জনাই দিছিল, অতিথিসকলে তাকে লৈ নিজৰ নিজৰ ভিতৰত ফুচ্‌ফুচাই হাঁহি–মস্কৰা কৰিছিল। লেভিনে একোকে দেখা নাছিল, কাকো দেখা নাছিল— কিটিৰ ফালৰ পৰা তেওঁ পলকৰ কাৰণেও দৃষ্টি আঁতৰাই নিয়া নাছিল। সকলোৱে কোৱা-কুই কৰিছিল এতিয়া কিটিক দেখিবলৈ বেয়া হৈছে —বিয়াৰ দিনা সাধাৰণতে তেওঁক যিমান সুন্দৰ দেখিব লাগিছিল, সিমান সুন্দৰ দেখা নগৈছিল। কিন্তু লেভিনৰ মনত মুঠেই সেই ভাবটো অহা নাছিল...।

"মই তো তোমাক পলাই যোৱা বুলিয়েই ভাবিবলৈ আৰম্ভ কৰিছিলো," লেভিনৰ ফালে চাই কিটিয়ে মিচিক্ কৰে হাঁহিলে।

"সেই বিষয়ে আৰু একোকে নক'বা," লেভিনৰ মুখখন ৰঙা পৰি উঠিল,"যি হৈছিল তাক ক'বলৈও লাজ লাগিছে।"

"শুনা কস্তিয়া, এতিয়া তুমি এটা গুৰুত্বপূৰ্ণ সিদ্ধান্ত কৰিব লাগিব," অবলনস্কিয়ে কপট আতঙ্কৰ ভঙ্গিমাত ক'লে, "তেওঁলোকে মোক সুধিছিল যে আগতে জ্বলোৱা মমবাতিবোৰকে জ্বলাব নে কোনোদিনে নজ্বলোৱা মমবাতিবোৰ জ্বলাব? মাত্ৰ দহ ৰুবলৰ তফাৎ," হাঁহি হাঁহি অবলনস্কিয়ে পুনৰ ক'লে,"মই অৱশ্যে সিদ্ধান্তটো আগধৰিয়ে কৰি পেলাইছো, কিন্তু ভয় হৈছে কিজানি মোৰ মতৰ লগত তোমাৰ মত নিমিলে।"

লেভিনে বুজি পালে যে অবলনস্কিয়ে কেৱল ৰগৰ কৰিহে কথাটো কৈছে, কিন্তু তেওঁ হাঁহিব নোৱাৰিলে।

"তেনেহ'লে কি কৰা যাব? প্ৰশ্নটো হৈছে— নতুন মমবাতি নে ব্যৱহৃত মমবাতি?"

"নিশ্চয়, নতুন মমবাতি।"

"শুনি বৰ আনন্দ পালো। তেনেহ'লে প্ৰশ্নটোৰ সমাধান হ'ল।" লেভিনে বিহ্বল দৃষ্টিৰে তেওঁৰ ফালে চাই কইনাৰ ওচৰলৈ গ'লত অবলনস্কিয়ে টিৰিকভক ক'লে, "সঁচাই এনেকুৱা পৰিস্থিতিত পুৰুষ মানুহ একেবাৰে বুৰ্বক হৈ পৰে।"

"মনত ৰাখিবি কিটি, তই কিন্তু প্ৰথমতে গালিচাত খোজ দিবি," ওচৰলৈ আহি কাউন্টেছ নৰ্দস্তনে ক'লে, তাৰপিচত লেভিনক উদ্দেশ কৰি ক'লে, "আপুনি বৰ ভাল মানুহ!"

"ভয় লাগিছে নেকি?" বুঢ়ী পেহীয়েক মাৰিয়া ডিমিত্ৰিভনাই সুধিলে।

"ঠাণ্ডা লাগিছে? শেঁতা পৰি গৈছ যে! চাওঁ," অলপ থিয় হৈ থাক," বুলি কৈ

কিটিৰ ডাঙৰ বায়েক মাদাম লেভভে হাঁহিমুখে নিজৰ নিপোটল হাত দুখনেৰে কিটিৰ মূৰৰ ফুলবোৰ ঠিক কৰি দিলে।

ইতিমধ্যে পুৰোহিতে যথাস্থানত উপস্থিত হৈছিলহি। লেভিনক কিবা এটা কৈছিল, কিন্তু সেইটো লেভিনৰ কাণত পৰা নাছিল।

"কইনাক হাতত ধৰি লৈ যোৱাঁ," বৰধৰা জনে লেভিনক ক'লে।

পুৰোহিত পুষ্পসজ্জিত দুডাল মমবাতি জ্বলাই কাতি কৰি ধৰি ৰাখিলে। লাহে লাহে মমবাতি দুডাল গলি গলি টোপ্ টোপ্‌কৈ পৰিবলৈ ধৰিলে। দৰা-কইনাক আৰ্শীবাদ কৰিলে, তাৰপিচত ধূনাৰ পাত্ৰটো লৈ আগবাঢ়ি গ'ল আগৰ ফালে।...

বিয়াৰ অনুষ্ঠান যিমানেই আগবাঢ়ি গ'ল, তিমানেই লেভিনে অনুভৱ কৰিলে যে বিয়া সম্পৰ্কে তেওঁৰ সকলো ধাৰণা আৰু নিজৰ জীৱনটোক গঢ়ি তোলাৰ সকলো স্বপ্ন... আচলতে সেই সকলোবোৰ আছিল নিতান্ত ল'ৰামতীয়া মানুহৰ কাণ্ড, যাক তেওঁ আজি পৰ্যন্ত বুজিব পৰা নাই আৰু এতিয়া বুজিব পাৰিছে আৰু কম— যদিও বিয়াখন পতা হৈছে তেওঁক উদ্দেশ্য কৰিয়ে। তেওঁৰ কণ্ঠ ৰুদ্ধ আৰু নেত্ৰ অশ্ৰুপূৰ্ণ হ'ল। •

অৱশেষত শেষ প্ৰাৰ্থনাৰ মন্ত্ৰ উচ্চাৰণ কৰি পুৰোহিতে নৱদম্পতীক অভিনন্দন জনালে। কিটিৰ ফালে চালে লেভিনে। কিটিৰ মুখমণ্ডলত সুখৰ এক অপৰূপ নতুন দীপ্তি। লেভিনে তেওঁক কিবা ক'ব খুজিছিল, কিন্তু তেওঁ বুজিব পৰা নাছিল অনুষ্ঠানটো শেষ হৈছে নে নাই। পুৰোহিতে ঈষৎ হাঁহি ক'লে,"আপুনি স্ত্ৰীক চুমা খাওক আৰু আপুনি চুমা খাওক আপোনাৰ স্বামীক।" তেওঁলোকৰ হাতৰ পৰা মমবাতি দুডাল লৈ গ'ল পুৰোহিতে।

ভয়ে ভয়ে সতৰ্কতা অৱলম্বন কৰি কিটিৰ স্মিত অধৰত চুমা খালে লেভিনে। তাৰপিচত নিকটতা আৰু ঘনিষ্ঠতাৰ এক আশ্চৰ্য অনুভূতি লৈ ওলাই আহিল গীৰ্জাৰ পৰা। তেওঁ বিশ্বাস কৰিব পৰা নাছিল যে এই সকলোবোৰেই সত্য,। কেৱল দুয়োৰে ভয়াতুৰ চকুৰ দৃষ্টি যেতিয়া একত্ৰে মিলিত হৈছিল, তেতিয়াই লেভিনৰ বিশ্বাস হৈছিল সকলো, কাৰণ তেতিয়া তেওঁ অনুভৱ কৰিছিল, তেওঁলোক দুজন মিলি এটি মাত্ৰ সত্তা হৈছে।

পিটাৰ্ছবুৰ্গলৈ আহি ভ্ৰনস্কি আৰু আনা এখন উৎকৃষ্ট হোটেলত থাকিবলৈ ল'লে। ভ্ৰনস্কি তলৰ তলাত বেলেগকৈ থাকিল আৰু ওপৰ তলাত চাৰিটা কোঠাৰ এখন ডাঙৰ চুইটত আনা, ছোৱালীজনী, ধাই আৰু এজনী পৰিচাৰিকা থাকিল।

পিটাৰ্ছবুৰ্গ আহি পোৱাৰ দিনাই ভ্ৰনস্কি তেওঁৰ ককায়েকক লগ ধৰিবলৈ গ'ল। তাত মাক আৰু বৌৱেকে তেওঁক যথাৰীতি অভ্যৰ্থনা জনালে, তেওঁৰ বিদেশ ভ্ৰমণ সম্পৰ্কে কথাবাৰ্তা পাতিলে। উভয় পক্ষৰ পৰিচিত লোককেইজনমানৰ বিষয়েও আলোচনা কৰিলে, কিন্তু তেওঁলোকে আনাৰ সম্পৰ্কে এটা টুঁ শব্দও উচ্চাৰণ নকৰিলে। অৱশেষত

পিচদিনা ৰাতিপুৱা ককায়েক নিজেই আহিল ভ্ৰনস্কিক দেখা কৰিবলৈ আৰু ভ্ৰনস্কিয়ে তেওঁক খোলাখুলিভাৱে জনাই দিলে যে মাদাম কাৰেনিনৰ লগত তেওঁৰ সম্পৰ্কটোক তেওঁ বৈবাহিক সম্পৰ্ক বুলিয়েই মনতে ভাবে— তেওঁ আশা কৰিছে অচিৰে কাৰেনিনৰ লগত তেওঁৰ বিচ্ছেদৰ ব্যৱস্থা হৈ যাব আৰু বিচ্ছেদ হৈ গ'লেই তেওঁক তেওঁ বিয়া কৰাব। ইতিমধ্যে আনাক নিজৰ স্ত্ৰী হিচাপেই জ্ঞান কৰিছে আৰু ককায়েকক তেওঁ অনুৰোধ কৰি ক'লে, মাক আৰু বৌৱেকক যেন তেওঁ এই কথা জনাই দিয়ে।

"সমাজে হয়তো এইটো মানি নলব, কিন্তু মই তাৰ কাৰণে পৰোৱা নকৰো," ভ্ৰনস্কিয়ে ক'লে।

"তথাপি মোৰ আত্মীয় স্বজনসকলে যদি মোৰ লগত ভাল সম্পৰ্ক বজায় ৰাখিবলৈ বিচাৰে, তেন্তে মোৰ স্ত্ৰীৰ লগতো তেওঁলোকে সেই একেই সম্পৰ্ক বজায় ৰাখি চলিব লাগিব।"

পিটাৰ্ছবুৰ্গৰ ওপৰ মহলাৰ মহিলাসকলৰ মাজত যাৰ লগত ভ্ৰনস্কিৰ প্ৰথম সাক্ষাৎ হ'ল, তেওঁ তেওঁৰ সম্পৰ্কিত ভগ্নী প্ৰিন্সেছ বেৎসি। ভ্ৰনস্কিক দেখি তেওঁ উচ্ছ্বসিতা হৈ উঠিল, "অৱশেষত তুমি আহিলা! আৰু আনা? তোমালোক উভতি আহিছা বুলি জানি মই পৰম আনন্দিত হৈছো! আহি ক'ত আছা? বুজিব পাৰিছো ইমান সুন্দৰ সুন্দৰ ঠাই ঘূৰি আহি আমাৰ পিটাৰ্ছবুৰ্গক তোমাৰ কেনে বীভৎস বুলি ভাব হৈছে! ৰোমত তোমালোকৰ মধুচন্দ্ৰিকাৰ কথা ভালকৈ কল্পনা কৰি লব পাৰিছো। বিবাহ-বিচ্ছেদৰ কথাটো কি হ'ল? সকলো ঠিকঠাক হৈ গৈছে তো?"

ভ্ৰনস্কিয়ে লক্ষ্য কৰিলে যে বিবাহ-বিচ্ছেদ এতিয়াও হোৱা নাই বুলি জানি বেৎসিৰ উদ্দীপনা হ্ৰাস হৈ আহিল। তেওঁ ক'লে, "মই জানো লোকে মোৰ গালৈ শিলগুটি দলিয়াব, কিন্তু তথাপি মই গৈ আনাৰ লগত দেখা কৰি আহিম। সত্যে যাম।"

বাস্তৱিকতে সেইদিনাই তেওঁ আনাক সাক্ষাৎ কৰিবলৈ আহিল। কিন্তু তেওঁৰ আচাৰ ব্যৱহাৰ আগৰ তুলনাত সম্পূৰ্ণ বেলেগ। স্পষ্টতঃ আনাৰ সাহসৰ কাৰণে তেওঁ গৰ্বিতা, কিন্তু দহ মিনিটৰ বেছি সময় তেওঁ তাত অপেক্ষা নকৰিলে। যোৱাৰ সময়ত কৈ গ'ল,"মই অৱশ্যে লোকাচাৰ উপেক্ষা কৰি আহিছো, কিন্তু যিমান দিন তোমালোকৰ বিয়া নহ'ব তিমান দিন হিংসাকুৰীয়া মানুহবিলাকে তোমালোকৰ ফালে পিঠি দি গুচি যাব। তোমালোক শুক্ৰবাৰে যাবা? দুখৰ বিষয়, তেনেহ'লে তোমালোকৰ লগত আৰু দেখা নহ'ব।"

বেৎসিৰ কথাৰ সুৰ দেখিয়েই ভ্ৰনস্কিয়ে বুজা উচিত আছিল যে সমাজৰ ফালৰ পৰা তেওঁ কি আশা কৰিব পাৰে। তথাপি নিজৰ পৰিয়ালৰ ফালৰ পৰা তেওঁ আৰু এবাৰ চেষ্টা কৰিলে। তেওঁ গম পাইছিল, প্ৰথমতে দেখাৰ সময়ত আনাৰ সম্পৰ্কে উচ্ছ্বসিতা হ'লেও তেওঁৰ মাকে এতিয়া আনাক সামান্যতমো দাক্ষিণ্য প্ৰদৰ্শন নকৰিব, কাৰণ আনাই তেওঁৰ ল'ৰাৰ জীৱনটো ধ্বংস কৰিছে। কিন্তু বৌৱেক ভাৰিয়াৰ ওপৰত ভ্ৰনস্কিয়ে ভালেখিনি আশা ৰাখিছিল। তেওঁ ভাবিছিল ভাৰিয়াই কোনো বাধা নামানি আনাক দেখা কৰিবই আৰু তেওঁক নিজৰ ঘৰলৈ লৈ যাব।

আহি পোৱাৰ পিচদিনাই ভ্ৰনস্কি ভাৰিয়াৰ লগত দেখা কৰিবলৈ গ'ল আৰু তেওঁক অকলে পাই খোলাখুলিভাৱে ক'লে, তেওঁ কি বিচাৰে।

"তুমি তো জানা এলেক্সি, মই তোমাক কিমান ভাল পাওঁ," ভ্ৰনস্কিৰ বক্তব্য শুনি ভাৰিয়াই ক'লে, "আৰু তোমাৰ কাৰণে কিছু কৰিবলৈ মই কিমানখিনি প্ৰস্তুত। কিন্তু তথাপি মই পিচুৱাই আছো, তাৰ কাৰণ মই জানো, মই তোমাৰ আৰু আনা আৰ্কদিয়েভনাৰ কোনো কামতে নাহিম। দয়া কৰি এই কথা ভাবি নলবা, মই তেওঁক সমালোচনা কৰিছো। মুঠেই নহয়, হয়তো তেওঁৰ পৰিস্থিতিত পৰাহেঁতেন ময়ো তেওঁৰ দৰে কাম কৰিলোহেঁতেন। "কিন্তু..." তীক্ষ্ণ দৃষ্টিত ভ্ৰনস্কিৰ বিষণ্ণ মুখৰ ফালে চালে তেওঁ, "তুমি যি বিচাৰিছা, মই তাক কৰিব নোৱাৰিম। মোৰ ছোৱালীকেইজনী গাভৰু হৈ উঠিছে... তুমি মোৰ ওপৰত ৰাগ নকৰিবা এলেক্সি, দয়া কৰি অলপ বুজিবলৈ চেষ্টা কৰা..."

ভ্ৰনস্কিয়ে বুজি পালে, এই বিষয়ে আৰু চেষ্টা কৰি লাভ নাই, পিটাৰ্ছবুৰ্গত থকা দিন কেইটা তেওঁ এনে ভাবে থাকিব লাগিব, যেন তেওঁ এখন অপৰিচিত চহৰতহে আছে—আগৰ পৰিচিত মানুহৰ সংসৰ্গ তেওঁ সযত্নে এৰাই চলিব লাগিব, যাতে কোনো অপ্ৰীতিকৰ আৰু অপমানকৰ পৰিস্থিতিৰ সন্মুখীন হ'বলগীয়া নহয়। ভ্ৰনস্কিৰ কাৰণে আৰু এটা অসহনীয় কথা হ'ল এলেক্সি আলেক্‌জান্দ্ৰোভিচ কাৰেনিনৰ উপস্থিতি আৰু তেওঁৰ নাম যেন সৰ্বত্ৰ বিৰাজমান।

পিটাৰ্ছবুৰ্গত থকা দিনকেইটা ভ্ৰনস্কিৰ কাৰণে আৰু এটা কাৰণত দুঃসহ হৈ উঠিছিল, কাৰণ এই সময়ত আনাৰ মাজত এটা দুৰ্বোধ্য মনোবৃত্তি পৰিলক্ষিত হৈছিল। কেতিয়াবা যেন আনাই তেওঁক ভাল পায়, কেতিয়াবা তেওঁৰ প্ৰতি নিৰুত্তাপ হয়। তেওঁ মনত যেন কেতিয়াবা কষ্ট পাইছিল, কিন্তু তাক তেওঁ ভ্ৰনস্কিৰ পৰা লুকাই ৰাখিছিল আৰু এই অপমানৰ কাৰণে ভ্ৰনস্কিৰ জীৱনটো বিষময় হৈ উঠিছিল।

ৰাছিয়ালৈ উভতি অহাৰ পিচত আনাৰ এটা উদ্দেশ্য আছিল— ল'ৰাৰ লগত দেখা কৰা, কিন্তু কেনেকৈ তেওঁ ল'ৰাক দেখা পোৱাৰ বন্দবস্ত কৰিব, সেই বিষয়ে তেওঁ এবাৰো ভাবি চোৱা নাছিল। তেওঁৰ মনত খেলাইছিল, একেখন চহৰতে থকাৰ কাৰণে কথাটো স্বাভাৱিক আৰু সহজ হৈ উঠিব। কিন্তু পিটাৰ্ছবুৰ্গলৈ উভতি আহিয়েই সমাজত তেওঁৰ বৰ্ত্তমান স্থান ক'ত, সেই সম্পৰ্কে তেওঁ সচেতন হৈ উঠিল আৰু বুজিব পাৰিলে যে এই সাক্ষাৎকাৰৰ বন্দবস্ত কৰাটো সহজ নহ'ব।... আজি দুদিন ধৰি তেওঁ পিটাৰ্ছবুৰ্গত আছে। এই দুদিনত ল'ৰাৰ চিন্তা মুহূৰ্তৰ কাৰণে তেওঁৰ মনৰ পৰা আঁতৰি যোৱা নাছিল। কিন্তু তাক তেওঁ দেখিবলৈও পোৱা নাছিল। আনাই অনুভৱ কৰিছিল, চিধাচিধি ঘৰলৈ যোৱাৰ তেওঁৰ কোনো অধিকাৰ নাই আৰু তালৈ গ'লে এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ লগত তেওঁৰ সাক্ষাৎ হোৱাৰ সম্ভাৱনাও যথেষ্ট। তাৰোপৰি তেওঁলোকে তেওঁক অপমান কৰিব পাৰে, ঘৰত সোমাবলৈ নিদিব পাৰে, ...স্বামীলৈ চিঠি লিখাৰ কথা ভবাটোও তেওঁৰ কাৰণে যন্ত্ৰণাদায়ক...স্বামীৰ কথা চিন্তা নকৰিলে

তেওঁ শান্তিত থাকে।...ল'ৰাটোক দূৰৈৰ পৰা এবাৰ দেখা পোৱাটোও আনাৰ পক্ষে যথেষ্ট নহয়। বহুদিন ধৰি এই সাক্ষাৎকাৰৰ কাৰণে তেওঁ অপেক্ষা কৰি আছে। ছেৰিওঝাক তেওঁ বহু কথা কবলগীয়া আছে... তাক তেওঁ কিমান আদৰ কৰিব, কিমান চুমা খাব... ছেৰিওঝাৰ পুৰণা ধায়ে হয়তো এই বিষয়ত আনাক সহায় কৰিব পাৰিলেহেঁতেন, পৰামৰ্শ দিলেহেঁতেন, কিন্তু এতিয়া তেওঁ আৰু কাৰেনিনৰ ঘৰত নাই, গতিকে দুটা দিন অনিশ্চয়তাৰ মাজত আৰু পুৰণা ধাইক বিচাৰি পোৱাৰ প্ৰচেষ্টাত বৃথাই পাৰ হৈ গ'ল।

এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ লগত কাউন্টেছ লিদিয়া ইভানোভনাৰ ঘনিষ্ঠ বন্ধুত্বৰ কথা শুনি, তৃতীয় দিনা কাউন্টেছলৈ চিঠি লিখিব বুলি মনস্থ কৰিলে আনাই—যদিও সেইটো তেওঁৰ পক্ষে নিতান্তই পীড়াদায়ক। চিঠিত তেওঁ ইচ্ছা কৰিয়েই উল্লেখ কৰিলে যে ল'ৰাৰ লগত দেখা কৰাৰ অনুমতি অৱশ্যে স্বামীৰ মহানুভৱতাৰ ওপৰত নিৰ্ভৰ কৰিছে। আনাই জানিছিল, চিঠিখন তেওঁৰ স্বামীক দেখুৱালে হয়তো তেওঁ 'মহৎ স্বামী'ৰ ভূমিকাটো যথাযথভাৱে পালন কৰিব আৰু আনাৰ অনুৰোধ খাৰিজ কৰি নিদিব।

যিজন চাপ্ৰাচীয়ে চিঠিখন লৈ গৈছিল, তেওঁ সবাতোকৈ আশাতীত আৰু নিষ্ঠুৰতম জবাবটো লৈ আহিল— ক'লে, কোনো জবাব নাই, নিজকে লাঞ্ছিত আৰু অপমানিত বোধ কৰিলে আনাই। নিজৰ ফালৰ পৰা কাউন্টেছ লিদিয়া ইভানোভনাই ঠিকেই কৰিছে। দিনমান হোটেলত বহি আনাই চিন্তা কৰিলে আৰু শেষত স্থিৰ কৰিলে-– স্বামীলৈ চিঠি লিখিব। মনে মনে যেতিয়া তেওঁ চিঠিখনৰ মচাপিটা কৰিছে। ঠিক তেতিয়াই লিদিয়া ইভানোভনাৰ চিঠি আহি পালে। কাউন্টেছৰ নীৰৱতা আনাই তথাপি মানি লৈছিল। কিন্তু চিঠিৰ বয়ান দেখি তেওঁ একেবাৰে ক্ষিপ্ত হৈ উঠিল। তেওঁ স্থিৰ কৰিলে পিচদিনা অৰ্থাৎ ছেৰিওঝাৰ জন্মদিনত তেওঁ চিধাই স্বামীগৃহত উপস্থিত হ'ব। তাৰপিচত চাকৰ–বাকৰবোৰক ঘোচ দিয়েই হওক বা যিকোনো উপায়েই হওক, ল'ৰাৰ লগত দেখা কৰিব আৰু সিহঁতৰ মিথ্যাৰ জাল ছিৰি পেলাব।

সেইদিনাই এখন পুতলাৰ দোকানলৈ গৈ আনাই কিছুমান পুতলা কিনি আনিলে আৰু পিচদিনা ৰাতিপুৱা আঠ বজাত এখন শ্লেজ ভাড়া কৰি তেওঁৰ পুৰণি ঘৰলৈ গৈ সদৰ দৰজাত ঘন্টা বজাই দিলে...।

দুৱৰী কাপিতোনিচ তেতিয়া পূৰা সাজপাৰ পিন্ধি সাজু হোৱা নাছিল। তেওঁৰ সহকাৰীজন গৈ দৰজা মেলি দিয়াৰ লগে লগে আনা ভিতৰলৈ সোমাই ল'ৰাটোৰ হাতত এখন তিনি ৰুবলৰ নোট গুজি দিলে।

'ছেৰিওঝা—ছেৰ্গেই এলেক্সিচ' বুলি কৈ কৈ আগুৱাই গ'ল তেওঁ।

"কাক বিচাৰিছে আপুনি?" নোটখন লক্ষ্য কৰি নতুন ল'ৰাটো দৌৰি গৈ দ্বিতীয় দৰজাৰ কাষত তেওঁক থমাই দিলে।

আনাই একোকে নুশুনিলে, একো উত্তৰো নিদিলে।

ইতিমধ্যে কাপিতোনিচ ওলাই আহি ওৰণীৰে মুখ ঢকা আনাৰ ওচৰত জানিব বিচাৰিলে তেওঁক কি লাগে।

"মই প্ৰিন্স স্কোৰোদুভভেৰ ওচৰৰ পৰা আহিছো, ছের্গেই এলেক্সিচৰ লগত দেখা কৰিম," আনাই ক'লে।

"তেওঁ এতিয়াও বিছনাৰ পৰা উঠা নাই," আনাৰ পিনে একেধ্যানে চাই কাপিতোনিচে ক'লে।

এই ঘৰতে আনাৰ জীৱনৰ দীৰ্ঘ নটা বছৰ কাটি গৈছে। তেওঁ কল্পনাই কৰিব নোৱাৰিছিল যে হলঘৰটোৰ পৰিবেশ আগৰ দৰে তেনেকৈ অপৰিবৰ্তিত হৈয়ে থাকিব। অনেক মধুৰ আৰু দুঃখজনক স্মৃতি তেওঁৰ মনত ভাহি উঠিল... মুহূৰ্তৰ কাৰণে তেওঁ পাহৰি গ'ল কিয় তেওঁ ইয়ালৈ আহিছে।

"আপুনি দয়া কৰি অলপ অপেক্ষা কৰক।" আনাৰ গাৰ পৰা ফাৰৰ চাদৰখন এৰুৱাবলৈ সাহায্য কৰে কাপিতোনিচে। আনাক চিনিব পাৰি তেওঁক অভিবাদন কৰিবলৈ ভালেখিনি হাণ্ডে মানুহজনে। "ভিতৰলৈ আহক মা!"

আনাই কিবা ক'বলৈ চেষ্টা কৰে, কিন্তু তেওঁৰ মুখৰ পৰা মাত নোলায়। বৃদ্ধ মানুহজনক অনুসৰণ কৰি পৰিচিত চিঁড়িটোৰে তেওঁ ওপৰলৈ উঠে।

"অনুগ্ৰহ কৰি বাওঁফালে আহক। সৰু দেউতাক এতিয়া পুৰণা মহললৈ অনা হৈছে নহয়!" এখন বিশাল দৰজা আধামেলা কৰি ভিতৰলৈ সোমাই যায় কাপিতোনিচ। আনাই অপেক্ষা কৰি থাকে। "তেওঁ এইমাত্ৰ টোপনিৰ পৰা সাৰ পাইছে," কাপিতোনিচে উভতি আহি জনায়।

সেই মুহূৰ্ততে ভিতৰৰ পৰা অহা শিশু কণ্ঠৰ হাঁহিৰ শব্দ শুনিবলৈ পায় আনাই আৰু সেই হাঁহিয়ে যে নিজৰ ল'ৰাৰ হাঁহি তাক তেওঁ গম পায়। মনত ভাব হয় ছেৰিওঝাক যেন তেওঁ চকুৰ আগতে দেখিবলৈ পাইছে।

মোক ভিতৰলৈ সোমাবলৈ দিয়া... তুমি যোৱাঁ।" বুলি কৈ আনা ভিতৰলৈ সোমাই গ'ল।

দৰজাৰ সোঁফালে এখন খাট, খাটত বহি আছে ল'ৰাটো। ৰাতি পিন্ধা কামিজটোৰ বুটামবোৰ খোলা। সমুখৰ ফালে হালি, হাঁহি কঢ়া শেষ হোৱাৰ লগে লগে টোপনিৰ আলজালতে এক স্বৰ্গীয় হাঁহিত তাৰ ওঁঠ দুটা বেঁকা হৈ উঠে। তাৰপিচত হাঁহি মুখেই সি পুনৰ শুই পৰে বিছনাত।

"ছেৰিওঝা!" খাটৰ ফালে আগুৱাই গৈ ফুচ্‌ফুচাই ক'লে আনাই।

এই কেইদিনমানৰ ভিতৰতে ছেৰিওঝা ভালেখিনি ওখ হৈ উঠিছে। ইস্! তাৰ মুখখন কিমান শুকাই গৈছে। চুলিবোৰ কিমান চুটি চুটি । হাত দুখন কিমান দীঘল হৈছে। আনাই তাক এৰি যোৱাৰ দিন ধৰি তাৰ যে কিমান পৰিৱৰ্তন হৈছে। কিন্তু তথাপিও সি আগৰ সেই ছেৰিওঝা হৈয়ে আছে!

"ছেৰিওঝা!" ল'ৰটোৰ কাণৰ কাষত পুনৰ ফুচ্‌ফুচাই মাতে আনাই।

কিলাকুটিত ভৰ দি মূৰটো ওপৰলৈ তুলি ছেৰিওঝাই তাৰ ওচৰত নিস্পন্দ হৈ থিয় হৈ থকা মাকৰ ফালে অনুসন্ধিৎসু দৃষ্টিৰে চাই থাকে অলপ সময়... তাৰপিচত এক স্বৰ্গীয় হাঁহি মাৰি চকু মুদি জঁপিয়াই পৰে আনাৰ কোলাত।

"ছেৰিওঝা, বাছা মোৰ!" আনাই দুয়ো হাতেৰে আঁকোৱালি ধৰে তাক।

"মা!" আনাৰ গাত মুখখন ঘঁহাই ছেৰিওঝাই কয়, "মই জানিছিলো... আজিয়ে মোৰ জন্মদিন...মই জানিছিলো তুমি আহিবা!"

ছেৰিওঝাৰ সৰ্বশৰীৰত হাত বুলাই দিয়ে আনাই। তেওঁ চকুলো টুকে, তেওঁৰ বাক্‌ৰুদ্ধ হয়।

"মা, তুমি কান্দিছা কিয়? ছেৰিওঝাৰ কণ্ঠতো কান্দোনৰ অনুৰণন।

"আনন্দতে কান্দিছো, সোণ!...আৰু নাকান্দো! আজি কত দিনৰ মূৰত তোমাক দেখিছো!" ঢোক গিলি কান্দন চেপি ৰাখে আনাই, "আহাঁ, তোমাৰ কাপোৰ পিন্ধাৰ সময় হৈছে," খাটৰ ওপৰত যিখন চকীত ছেৰিওঝাৰ কাপোৰ ৰখা হৈছিল, তাতেই বহে তেওঁ।

"মা! তুমি মোৰ কাপোৰৰ ওপৰত বহিছা!" আনাই তাৰ ফালে চাই মিচিক কৰে হাঁহে।

"মা!" পুনৰ মাকৰ কোলাত জঁপিয়াই পৰে ছেৰিওঝা।

"এইটো তুমি পিন্ধিব নালাগে।" আনাৰ টুপীটো সোলোকাই সি মাকক এটা চুমা খায়।

"তুমি জানো মোৰ কথা ভাবা, সোণ? নিশ্চয় নাভাবা, মই মৰি যোৱা বুলি ভাবিছিলা!"

"মই সেইটো কেতিয়াও বিশ্বাস কৰা নাছিলো।"

"বিশ্বাস কৰা নাছিলা, সোণ?"

"নাই, মই জানিছিলো—মই জানিছিলো," আনাৰ হাতখনত চেপি ধৰি চুমাৰে ওপচাই দিয়ে ছেৰিওঝাই।

ইতিমধ্যে চাকৰ-নাকৰবোৰৰ মাজত কথাটো সদৰি হৈ পৰিছিল। সকলোৰে জানিছে গৃহকৰ্ত্ৰী আহিছে, কাপিতোনিচে তেওঁক ঘৰত সোমাবলৈ দিছে আৰু এতিয়া তেওঁ ল'ৰাটোৰ ঘৰত আছে, ইপিনে ঘৰৰ গিৰীহঁত নিতৌ ন বজাৰ আগতে ল'ৰাটোক চাবলৈ আহে। প্ৰত্যেকেই অনুভৱ কৰিছিল স্বামী-স্ত্ৰীৰ মাজত দেখা-দেখি হ'লে কথাটো বিষম হ'ব আৰু যি কোনো প্ৰকাৰে সেইটো বন্ধ কৰিব লাগিব। অৱশেষত ধাই মাৰিয়া ইয়েফিমোভনাই ভেলেট কৰ্নিভাছিলিভিচক ক'লে, "তুমি গৃহকৰ্তাক আটকাই ৰাখিবা। আমি ইতিমধ্যে দৌৰি গৈ 'তেখেতক' ঘৰৰ পৰা উলিয়াই আনিম।"

ধাই যেতিয়া ঘৰৰ ভিতৰত সোমাল তেতিয়া ছেৰিওঝাই অঙ্গি-ভঙ্গি কৰি মাকক গল্প শুনাইছে, কেনেকৈ সি আৰু নাদিন্‌কা উল্টা খাই পাহাৰৰ পৰা তললৈ পৰিছিল। আনাই প্ৰাণভৰি কেৱল ছেৰিওঝাৰ ফালে চাই আছিল, একোকে শুনা নাছিল। তেওঁৰ

মনত মাথো এটাই চিন্তা— গুচি যাব লাগিব, ছেৰিওঝাক এৰি থৈ গুচি যাব লাগিব... মাৰিয়াৰ ভৰিৰ শব্দ শুনিবলৈ পালে তেওঁ, তথাপি বহি থাকিল—যেন তেওঁ শিলীভূত হৈ গৈছে।

"জন্মদিনত ঈশ্বৰে ল'ৰাটোৰ কাৰণে সঁচাই আনন্দ পঠিয়াই দিছে," আনাৰ হাতত চুমা খায় মাৰিয়াই । "আপুনি কিন্তু একে ৰকমে আছে, মাদাম।"

"তুমি যে এই ঘৰতে আছা, মই জনা নাছিলো," মুহূৰ্তৰ কাৰণে নিজকে জগাই তোলে আনাই।

"মই ইয়াত নাথাকো, মোৰ ছোৱালীজনীৰ লগত থাকো। মই আজি ছেৰিওঝাৰ জন্মদিন উপলক্ষে আহিছো। এনেকুৱা শুভদিন যেন বাৰে বাৰে ঘূৰি আহে।"

হঠাৎ মাৰিয়া ইয়েফিমোভনা কান্দি কান্দি ভাগৰি পৰে, পুনৰ আনাৰ হাতত চুমা দিবলৈ আৰম্ভ কৰে তেওঁ।

"মা, তেওঁ প্ৰায়ে মোক চাবলৈ আহে। আৰু যেতিয়া আহে..." বুলি কৈ কৈ ৰৈ যায়, ছেৰিওঝাই লক্ষ্য কৰে, ধায়ে তেওঁৰ মাকক চুপি চুপি যেন কিবা এটা কথা কৈছে আৰু তাকে শুনি তেওঁৰ মাকৰ মুখখন যেন বিষণ্ণ হৈছে। "মোৰ ধন!" ছেৰিওঝাৰ ওচৰলৈ গৈ থিয় হয় আনা। বিদায়ৰ কথা তেওঁৰ মুখত নোলায়, কিন্তু তেওঁৰ অভিব্যক্তিত সেই কথা ফুটি উঠে। ছেৰিওঝায়ো সেই কথা বুজি পায়। "তুমি মোৰ কথা পাহৰি নোযোৱা তো? তুমি..." আৰু একো ক'ব নোৱাৰিলে তেওঁ।

কিন্তু মাকৰ সকলো অকথিত কথাকে বুজি পায় ছেৰিওঝাই। বুজি পায় মাকে তাক ভাল পায়...মাক বৰ অসুখী। নাৰ্ছে মাকক ফুচ্‌ফুচাই কি কৈছিল, তাকো বুজি পায়। 'সদায় ন বজাত' কথাটো সি শুনিবলৈ পাইছিল আৰু সি বুজিছিল সিহঁতে তাৰ দেউতাকৰ কথা কৈছে, দেউতাকৰ লগত মাকৰ সাক্ষাৎ হ'ব নোৱাৰিব। কিন্তু মুখত ইমান ভয় আৰু লজ্জাৰ ভাব কিয়। মাকে কোনো অন্যায় কৰিব নোৱাৰে- কিন্তু মাকে কিবা নহয় কিবা কাৰণত ভয় পাইছে, লজ্জা পাইছে। সন্দেহ ভঞ্জন কৰাৰ কাৰণে প্ৰশ্ন কৰিবলৈ ইচ্ছা হৈছিল তাৰ, কিন্তু সাহস নহ'ল। সি বুজিছিল মাকে কষ্ট পাইছে, মাকৰ কাৰণে তাৰো মনত বৰ কষ্ট। নীৰৱে মাকক আঁকোৱালি ধৰি সি ফুচ্‌ফুচাই ক'লে,"তুমি নাযাবা, মা, দেউতা এতিয়াই নাহে।

"ছেৰিওঝা," তাৰ মুখৰ ফালে চাই তাৰ মনৰ কথা বুজিব পাৰে আনাই, "তুমি দেউতাৰাক ভাল পাবা। তেওঁ মোতকৈ বহুত ভাল। মই তেওঁক বৰ অন্যায় কৰিছো... ডাঙৰ হ'লে তুমি সকলো কথা বুজিব পাৰিবা।"

"তোমাতকৈ কেৱে বেছি ভাল নহয়!" মাকক জোৰেৰে সাৱটি ধৰি কান্দি কান্দি কয় ছেৰিওঝাই।

মাকেও তাক সাৱটি ধৰি কান্দি কান্দি কয়, "মোৰ ধন, মোৰ সোণ!"

সেই মুহূৰ্ততে ভ্ৰস্ত আয়াই আনাৰ হাতত টুপীটো তুলি দিয়ে, "তেখেত আহিছে!" ছেৰিওঝা বিছনাত জঁপিয়াই পৰে আৰু দুয়ো হাতেৰে মুখখন ঢাকি ধৰি ফোঁপাই

জোঁপাই কান্দি থাকে, সৰু সৰু হাত দুখন এৰাই দি তাৰ ভিজা গাল দুখনত চুমা খায় আনাই আৰু দ্ৰুতপদে আগুৱাই যায় দৰজাখনৰ পিনে। এলেক্সি আলেক্‌জান্দ্ৰোভিচ সেই মুহূৰ্ততে ঘৰৰ ভিতৰত সোমাইছিল। আনাক দেখি তেওঁ থমকি ৰ'ল, মূৰটো অলপ দোঁৱালে, যদিও খন্তেক আগতে আনাই কৈছিল, তেওঁ মোতকৈ বহুত ভাল, এতিয়া তেওঁক দেখা পোৱা মাত্ৰকে তেওঁৰ মনটো ঘৃণাত ওপচি উঠিল। চকিত মুখৰ ওপৰলৈ মূৰৰ ওৰণিখন টানি দ্ৰুতপদে তেওঁ ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল।

দুখৰ বিষয় তেওঁ আগদিনাখন কিনা পুতলাৰ টোপোলাটো খোলাৰ অৱসৰ নাপালে। সেই কাৰণে পুতলাবোৰ লগত লৈ ঘূৰি আহিব লগা হ'ল।

আনাই কল্পনা কৰিব পৰা নাছিল যে ছেৰিওঝাৰ লগত তেওঁৰ সেই সাক্ষাৎকাৰ ইমান নিদাৰুণ হৈ উঠিব। হোটেলৰ নিৰ্জন বাসভৱনলৈ উভতি আহি বহু সময় ক'বই পৰা নাছিল কিয় তেওঁ ইয়ালৈ আহিছে..."এৰা, সকলো শেষ... এতিয়া মই আকৌ অকলশৰীয়া," বুলি কৈ টুপীটো পিন্ধি থাকিয়েই চুলাৰ কাষত ৰখা এখন চুটি চকীত বহি পৰিল তেওঁ। বিদেশৰ পৰা লৈ অহা ফৰাচী পৰিচাৰিকা এজনীয়ে তেওঁক পোছাক সলাই লবলৈ ক'লে। কিছু সময় অন্যমনস্ক হৈ চাই থাকি তেওঁ ক'লে, "অলপ পিচত।" ইয়াৰ পিচত এজন চাপ্ৰাচী আহি কফিৰ কথা ক'লে। "এতিয়া নহয়," তেওঁ ক'লে।

ইটালীয় আয়াজনীয়ে ছোৱালীজনীক সজাই-কচাই আনাৰ ওচৰলৈ লৈ আহিল। তাই সৰু হাত দুখন মাকৰ ফালে আগবঢ়াই দি দন্তবিহীন মুখখনেৰে হাঁহিলে। তাইক দেখিলে নহঁহাকৈ থাকিব নোৱাৰি, চুমা নিদিয়াকৈ নোৱাৰি, আৰু টানকৈ চেপি ধৰিব বুলি এটা আঙুলি আগবঢ়াই নিদিয়াকৈ থকাটো একেবাৰে অসম্ভৱ কথা...। আনাই তাইক কোলাত লৈ দুগালত চুমা খালে। কিন্তু সেই মুহূৰ্ততে তেওঁৰ এটা নতুন অনুভূতি হ'ল,— ছেৰিওঝাৰ সম্পৰ্কে তেওঁ যেনেকুৱা অনুভৱ কৰে, তাৰ তুলনাত ছোৱালীটিৰ সম্পৰ্কত তেওঁৰ অনুভূতিটোক সম্পূৰ্ণ 'ভালপোৱা' বুলি ধৰি লব নোৱাৰি। ছোৱালীটি সকলো দিশৰ পৰা সুন্দৰ, তথাপি যি কোনো কাৰণতে হওক তাই আনাৰ হৃদয়ক তেনেকৈ জয় কৰিব পৰা নাই। তেওঁৰ প্ৰথম সন্তান যাৰ মাধ্যমেৰে পৃথিৱীলৈ আহিছিল, তেওঁক আনাই ভাল নাপায়, তথাপি ছেৰিওঝাৰ কাৰণে অন্তৰৰ সমস্ত ভালপোৱা একত্ৰিত কৰিও আনাৰ মনৰ হেঁপাহ নপলায়। ছোৱালীটি জন্মিছে সবাতোকৈ দুঃখজনক পৰিস্থিতিৰ মাজত, ছেৰিওঝাৰ তুলনাত এশভাগৰ এভাগ যত্নও পোৱা নাই। তাৰোপৰি ছোৱালীটিৰ সকলোখিনি এতিয়াও ভৱিষ্যতৰ গৰ্ভত, কিন্তু ছেৰিওঝা ইতিমধ্যে এটা ব্যক্তিত্ব হৈ উঠিছে... আনাক সি বুজি পায়, ভাল পায়, কিন্তু তাৰ ওচৰৰ পৰা আনা চিৰদিনৰ কাৰণে বিচ্ছিন্ন হৈ গৈছে— কেৱল শাৰীৰিক দিশৰ পৰা নহয়, মানসিক দিশৰ পৰাও আৰু এই বিষয়ে আৰু একোকে কৰাৰ উপায় নাই।

আনাই কেচুৱাটিক আয়াৰ হাতত গতাই দি তেওঁক যাবলৈ ক'লে। তাৰপিচত হাৰৰ লকেটটো খুলি ছেৰিওঝাৰ ছবি এখন উলিয়ালে। ছবিখন এই ছোৱালীটিৰ দৰে কম বয়সতে তোলা হৈছিল। ...টুপীটো সোলোকাই টেবিলৰ ওপৰৰ পৰা তেওঁ এখন এলবাম তুলি ল'লে। এলবামটোত বিভিন্ন বয়সত তোলা ছেৰিওঝাৰ ছবি আছিল। আটাইকেইখন ছবিকে আনাই খোলে— কেৱল সৰ্বশেষত তোলা আৰু আটাইতকৈ সুন্দৰ ছবিখনৰ বাহিৰে। ছবিখন ক'ৰবাত যেন লাগি ধৰিছিল, একোপধ্যে একৱাব পৰা নগৈছিল। টেবুলত কাগজ কটা কোনো ছুৰীও নাছিল। গতিকে পাচৰ ছবিখন খুলি লৈ (পাচৰ ছবিখন ভ্রনস্কিৰ, ৰোমত তোলা.. মুৰত ঘূৰণীয়া টুপী, দীঘল চুলি) তাৰ সাহায্যত ল'ৰাৰ ছবিখন খুলি লয় তেওঁ, "এৰা, এইটোৱে তো তেওঁ!" ভ্রনস্কিৰ ছবিখন দেখি হঠাৎ আনাৰ মনত পৰে, এই মানুহজনেই তেওঁৰ বৰ্তমান দুখৰ মূল কাৰণ। ৰাতিপুৱাৰ পৰা ভ্রনস্কিৰ কথা তেওঁৰ এবাৰৰ কাৰণেও মনত পৰা নাছিল। কিন্তু এতিয়া ভ্রনস্কিৰ ইমান পৰিচিত, ইমান প্ৰিয়, নিষ্পাপ, পুৰুষালি মুখখন দেখি মানুহজনৰ প্ৰতি এক আশাতীত প্ৰেমৰ আবেগ অনুভৱ কৰিলে তেওঁ।

"কিন্তু তেওঁ ক'ত? কেনেকৈ তেওঁ মোক এই দুখৰ মাজত অকলে অকলে পেলাই ৰাখিছে? আনাই পাহৰি যায় যে ল'ৰাটোৰ বিষয়ে সকলো কথাই তেওঁ ভ্রনস্কিৰ পৰা লুকাই ৰাখিছিল। কাৰণ ভ্রনস্কিয়ে যদি বিষয়টোৰ ওপৰত গুৰুত্ব নিদিয়ে। তেনেহ'লে আনাই তেওঁক ঘৃণা নকৰি নোৱাৰিব আৰু ভ্রনস্কিক ঘৃণা কৰাৰ কথা ভাবিলেও তেওঁ আতঙ্কত শিয়ৰি উঠে।

এতিয়াই আহি দেখা কৰাৰ কাৰণে ভ্রনস্কিৰ ওচৰলৈ খবৰ পঠালে আনাই, তাৰপিচত মনে মনে ভাবিবলৈ ধৰিলে কেনেকৈ তেওঁ আজিৰ এই সমস্ত কথা ভ্রনস্কিৰ ওচৰত খোলা-খুলিকৈ ক'ব আৰু ভ্রনস্কিয়ে বা কি ভাবে তেওঁক সান্ত্বনা জনাব।... পৰিচাৰক উভতি আহি জনালে, ভ্রনস্কিৰ লগত এজন মানুহ দেখা কৰিবলৈ আহিছে—কিন্তু তেওঁ এতিয়াই আহিব। তেওঁ জানিবলৈ বিচাৰে, তেওঁ প্রিন্স ইয়াশভিনক লগত লৈ আহিব পাৰিব নে নোৱাৰে—ইয়াশভিন এইমাত্র পিটাৰ্ছবুৰ্গ পাইছেহি।

"তাৰমানে তেওঁ অকলে নাহে। যোৱা কালি ডিনাৰৰৰ পিচৰ পৰা তেওঁ মোৰ লগত দেখা কৰা নাই।" আনাই ভাবিলে, "তেওঁ ইয়াশভিনৰ লগত আহিব, যাতে মই তেওঁক সকলো কথা খুলি ক'ব নোৱাৰো।" হঠাৎ আনাৰ মনলৈ এটা অদ্ভুত চিন্তা আহিল : ভ্রনস্কিয়ে যদি তেওঁক আৰু ভাল নাপায়?... গত কিছুদিনৰ ঘটনাৰ কথা চিন্তা কৰি এই আশঙ্কাটো নিশ্চিত বুলি তেওঁৰ মনত ধাৰণা হয়। যোৱাকালি মানুহজনে ঘৰত খোৱা-বোৱা কৰা নাই; পিটাৰ্ছবুৰ্গলৈ আহি তেওঁ বেলেগকৈ থকাৰ কাৰণে জিদ কৰিছে, এনেকি এতিয়াও তেওঁ অকলে আহিব খোজা নাই, এজনক লগত লৈহে আহিব বিচাৰিছে— যেন আনাৰ লগত তেওঁ আলাপ-আলোচনা কৰাটোকে এৰাই চলিবলৈ চেষ্টা কৰিছে।... নিজকে ভীষণ অসহায় বুলি মনত ধাৰণা হয় আনাৰ। পৰিচাৰিকাৰ কাৰণে ঘন্টা বজাই সাজঘৰত সোমায় তেওঁ। তাৰপিচত বহু কষ্টে সজাই

তোলে নিজকে, যাতে ভ্ৰনস্কিয়ে তেওঁক যদি ভালো নাপায়, এতিয়া তেওঁৰ সাজন-কাচন আৰু চুলিৰ বাহাৰ দেখি পুনৰ মুগ্ধ হৈ তেওঁক ভাল পায়।

বৈঠকখানাত সোমাই প্ৰথমতে আনাই ইয়াশভিনক দেখা পালে, ভ্ৰনস্কিক নহয়। ভ্ৰনস্কিয়ে আনাৰ ল'ৰাটোৰ ছবিবোৰ চাই আছিল, লৰালৰি কৰি যিবোৰ ছবি আনাই টেবিলৰ ওপৰৰ পৰা তুলিবলৈ পাহৰি গৈছিল।

ইয়াশভিনৰ বিশাল থাবাৰ ওপৰত নিজৰ সৰু হাতখন ৰাখি আনাই ক'লে,"আগতেও আমাৰ সাক্ষাৎ হৈছিল, যোৱা বছৰ ঘোঁৰদৌৰৰ সময়ত।..." সেইবোৰ মোক দিয়াঁ," ভ্ৰন্‌স্কিৰ হাতৰ পৰা ছবিবোৰ প্ৰায় কাঢ়ি লৈ যায় তেওঁ। "এই বছৰৰ ঘোঁৰদৌৰ ভাল হৈছিল তো? মই এইবাৰহে ৰোমৰ কৰ্ছোত ঘোঁৰদৌৰ দেখিলো। আপুনি আকৌ বিদেশৰ জীৱন সম্পৰ্কে সিমান উৎসাহী নহয়। নহয় জানো?" আনাৰ মুখত সৌজন্যৰ হাঁহি ফুটি উঠে, "দেখিছে তো, দেখা সাক্ষাৎ কম হ'লেও আপোনাৰ সমস্ত ৰুচিৰ কথা মই জানো।"

কিছু সময় কথা-বতৰা পতাৰ পিচত ভ্ৰনস্কিয়ে ঘড়ীৰ ফালে চোৱা দেখি ইয়াশভিনে আনাৰ পৰা জানিব বিচাৰে, তেওঁ আৰু বহুদিন পিটাৰ্ছবুৰ্গত থাকিব নেকি।

"সম্ভৱতঃ বেছিদিন নহয়," বিভ্ৰান্ত হৈ ভ্ৰনস্কিৰ ফালে চায় আনাই।

"তেন্তে আৰু দেখা নহ'ব?" উঠি থিয় হৈ ভ্ৰনস্কিৰ ফালে চায় ইয়াশভিনে। "আজি তোমালোকে ক'ত ডিনাৰ কৰিবা?"

"আপুনি আহিব, আমাৰ লগত ডিনাৰ কৰিব।" আনাই কৈ যায়, "এই ঠাইৰ খোৱা-বোৱা অৱশ্যে ভাল নহয়। কিন্তু আপোনালোকৰ মাজত দেখা-সাক্ষাৎটো তো হব! ফৌজী বন্ধুবৰ্গৰ মাজত এলেক্সিয়ে তো আপোনাকে সবাতোকৈ বেছি পছন্দ কৰে।"

"শুনি সুখী হ'লো," ইয়াশভিনৰ মুখত মৃদু হাঁহি— যাৰ পৰা ভ্ৰনস্কিয়ে স্পষ্টকৈ বুজিব পাৰে, তেওঁ আনাক বৰ ভাল পায়।

ইয়াশভিন বিদায় লৈ গুচি যায়।

"তুমিও যোৱা নেকি?" ভ্ৰনস্কিক প্ৰশ্ন কৰে আনাই।

"ইতিমধ্যে আমাৰ পলম হৈ গৈছে।" ভ্ৰনস্কিয়ে চিঞৰি ইয়াশভিনক ক'লে,"তুমি আগবাঢ়া, মই এক মিনিটৰ ভিতৰতে তোমাক লগ ধৰিমগৈ।"

"অলপ ৰ'বা, তোমাৰ লগত মোৰ কথা আছে," ভ্ৰনস্কিৰ বহল হাতখন নিজৰ কান্ধত তুলি চাপ দিয়ে আনাই, "ইয়াশভিনক খাবলৈ মাতি বেয়া কৰিছো নেকি?"

"ঠিকেই কৰিছা," সামান্য হাঁহি আনাৰ হাতত চুমা দিয়ে ভ্ৰন্‌স্কিয়ে।

"এলেক্সি, মোৰ সম্পৰ্কে তোমাৰ মন বিগৰি যোৱা নাই তো?" দুয়োখন হাতেৰে ভ্ৰন্‌স্কিৰ হাতখন চেপি ধৰি কয় আনাই। "ইয়াত মোৰ অৱস্থা অতি কৰুণ! কেতিয়া আমাৰ ইয়াৰ পৰা যোৱা হ'ব?"

"শীঘ্রে, অতি শীঘ্রে। মোৰ পক্ষেও এই ঠাইৰ জীৱন কি যে অসহ্য হৈ উঠিছে, তাক তুমি বিশ্বাস কৰিব পাৰিবা জানো?" আনাৰ মুঠিৰ পৰা নিজৰ হাতখন টানি নিয়ে ভ্ৰনস্কিয়ে।

"বেছ যোৱাঁ, যোৱাঁ তুমি!" আনাৰ কণ্ঠস্বৰত আঘাতৰ সুৰ ফুটি উঠে আৰু দ্ৰুতপদে তেওঁ ভ্ৰন্‌স্কিৰ ওচৰৰ পৰা আঁতৰি যায়।

ভ্ৰনস্কি যেতিয়া উভতি আহিল, আনা তেতিয়া ঘৰত নাই। ভ্ৰনস্কিক কোৱা হ'ল তেওঁ ফুৰিবলৈ যোৱাৰ অলপ পিচতেই এগৰাকী ভদ্ৰমহিলা আনাৰ লগত দেখা কৰিবলৈ আহে আৰু আনা তেওঁৰ লগতেই ফুৰিবলৈ গৈছে। তেওঁ ক'লৈ গৈছে সেই সম্পৰ্কে একো খবৰ দি যোৱা নাই, এতিয়া ঘূৰি অহা নাই, আৰু আজি ৰাতিপুৱাও তেওঁ ভ্ৰন্‌স্কিক একো নোকোৱাকৈ ফুৰিবলৈ গৈছিল— তাৰোপৰি আনাৰ আজিৰ উত্তেজিত ব্যৱহাৰ, পাগলীৰ দৰে ভ্ৰন্‌স্কিৰ হাতৰ পৰা ছেৰিওঝাৰ ছবিবোৰ কাঢ়ি নিয়া কাৰ্য্য —সকলোবোৰ মিলি ভ্ৰন্‌স্কিক চিন্তাত পেলাই দিলে। তেওঁ স্থিৰ কৰিলে আনাৰ লগত এই সকলোবোৰ কথা ভালকৈ আলোচনা কৰা উচিত আৰু সেই কাৰণে বৈঠকখানালৈ আহি তেওঁ আনাৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলে। কিন্তু আনা অকলে ঘূৰি নাহিল, ঘূৰি আহিল তেওঁৰ অবিবাহিতা বুঢ়ী পেহীয়েক প্ৰিন্সেছ অবলনস্কিক লগত লৈ। এই মহিলাগৰাকী ৰাতিপুৱা আনাৰ লগত দেখা কৰিবলৈ আহিছিল আৰু আনা এওঁৰ লগতে কিবাকিবি কিনা-কুটা কৰিবলৈ ওলাই গৈছিল। ভ্ৰন্‌স্কিৰ দুশ্চিন্তা, অনুসন্ধিৎসু অভিব্যক্তি একোৱেই যেন আনাৰ চকুত নপৰিল। উচ্ছ্বসিত সুৰে তেওঁ নিজৰ কিনা-কুটাৰ বিৱৰণ দিবলৈ আৰম্ভ কৰিলে।...

চাৰিজনৰ কাৰণে ডিনাৰ দিয়া হৈছিল। তেওঁলোক একত্ৰিত হৈ পাকঘৰত সোমাব খোজোতেই তুশকেভিচ আহি জনালে যে প্ৰিন্সেছ বেৎসিয়ে তেওঁলোকক বিদায় জনাবৰ কাৰণে আহিব নোৱাৰিলে আৰু সেই কাৰণে তেওঁ ক্ষমা চাইছে। তেওঁ অসুস্থ, তথাপি আনাই যেন চাৰে ছয় বজাৰ পৰা ন বজাৰ ভিতৰত তেওঁক দেখা কৰে।... সময়টো এনেকৈ নিৰ্দিষ্ট কৰি দিয়া দেখি ভ্ৰনস্কিয়ে আনাৰ ফালে চালে। কাৰণ ইয়াৰ পৰা বুজা যায় যাতে কাৰো লগত আনাৰ দেখা-দেখি নহয় তাৰ প্ৰতি বিশেষ নজৰ ৰখা হৈছে; কিন্তু আনাই যেন এই কথাটো কেয়াৰ কৰা নাছিল।

"মই বৰ দুঃখিত, চাৰে ছয় বজাৰ পৰা ন বজাৰ ভিতৰত মই যাব নোৱাৰিম," আনাই এটা ক্ষীণ হাঁহি মাৰি ক'লে।

"প্ৰিন্সেছ বৰ হতাশ হ'ব।"

"মোৰ ক্ষেত্ৰতো সেই একেই কথা।"

"আপোনালোক পাৰ্টিৰ গান শুনিবলৈ যাব বোধহয়?" প্ৰশ্ন কৰিলে তুশকেভিচে।

"পাৰ্টি! ভাল কথাই কৈছে! এটা বক্স পোৱা সম্ভৱ হলে, নিশ্চয় যাম।"

"মই আপোনাক বক্স যোগাৰ কৰি দিব পাৰিম।"

"বহুত ধন্যবাদ" আনাই ক'লে, "কিন্তু আপুনি আমাৰ লগতে খাই নলব জানো?"

ভ্ৰনস্কিয়ে সামান্য কান্ধ জোকাৰিলে। আনাৰ মতলব তেওঁ অলপো বুজি পোৱা নাছিল। কিয় তেওঁ এই বৃদ্ধা প্ৰিন্সেছ অবলনস্কিক পুনৰ লৈ আহিছে? কিয়— তেওঁ তুশকেভিচক ডিনাৰৰ কাৰণে থাকিবলৈ কৈছে? আৰু আটাইতকৈ আশ্চৰ্যৰ কথা কিয় তেওঁক পঠোৱা হৈছে বক্সৰ টিকট কাটিবৰ কাৰণে? তেওঁ জানো সঁচাকৈয়ে তালৈ যোৱাৰ কথা ভাবিব পাৰিছে য'ত পৰিচিত সকলোৰে লগত তেওঁৰ দেখা-দেখি হ'ব?"

খোৱাৰ সময়ত আনা হৈ উঠিল আনন্দ-বিহ্বল। তেওঁ যেন ৰঙ্গলীলা কৰিলে তুশকেভিচ আৰু ইয়াশভিন্‌ৰ লগত। খোৱা বোৱাৰ পিচত তুশকেভিচ গ'ল বক্সৰ টিকটৰ অনুসন্ধানত আৰু ইয়াশভিন গ'ল ধূমপান কৰিবলৈ। ভ্ৰনস্কিয়ে কিছু সময় ইয়াশভিনৰ লগত থাকি ওপৰ তলালৈ গ'ল। আনাই সেই সময়ৰ ভিতৰতে গাত হালকা ৰঙৰ চিল্ক আৰু মখমলৰ বুকু খোলা গাউন আৰু মূৰত দামী বগা লেচ পিন্ধি মুখৰ-সৌন্দৰ্য্য চৰাইছিল।

আনাৰ ফালে চোৱাৰ চেষ্টা নকৰি ভ্ৰনস্কিয়ে ক'লে, "তেনেহ'লে তুমি থিয়েটাৰলৈ যাবাই?"

"ইমান ভীত হৈ সুধিছা কিয়?" ভ্ৰনস্কিয়ে তেওঁৰ ফালে নোচোৱাৰ কাৰণে আনা পুনৰ আহত হয়। "কিয় নাযাম?"

আনাই যেন বুজিবলৈ পৰাই নাছিল তেওঁৰ কথাৰ গুৰুত্ব।

"নাই, তেনেকুৱা কোনো কাৰণ অৱশ্যে নাই," ভ্ৰনস্কিয়ে ভ্ৰূ কোঁচাই ক'লে।

"তাকেই তো মই কৈছো," ইচ্ছা কৰিয়েই ভ্ৰন্‌স্কিৰ ব্যঙ্গৰ সুৰটো উপেক্ষা কৰে আনাই।

"আনা, ভগৱানৰ দোহাই! কি হৈছে তোমাৰ?" এদিন তেওঁৰ স্বামীয়ে কোৱাৰ দৰে ভ্ৰন্‌স্কিয়ে অনুনয়ৰ সুৰত ক'লে।

"বুজিব পৰা নাই, তুমি কি ক'বলৈ বিচাৰিছা।"

"তুমি জানা, তুমি তালৈ যাব নোৱাৰা।"

"কিয় যাব নোৱাৰিম? মই তো অকলে নাযাওঁ। প্ৰিন্সেছ ভাৰভাৰা সাজ-পাৰ পিন্ধিবলৈ গৈছে, তেওঁ মোৰ লগত যাব।"

হতাশাৰ ভঙ্গিমাত দুয়োখন কান্ধ জোকাৰে ভ্ৰনস্কিয়ে, "কিন্তু তুমি জানো নাজানা..."

"মই জানিবলৈ নিবিচাৰোঁ," প্ৰায় আটাহ পাৰি উঠে আনাই। "মই পৰোৱা নকৰোঁ। মই যি কৰিছো তাৰ কাৰণে জানো মই অনুতপ্ত? নহয়, কেতিয়াও নহয়, প্ৰয়োজন হ'লে মই পুনৰ তাকে কৰিম। আমাৰ দুজনৰ মাজত আটাইতকৈ গুৰুত্বপূৰ্ণ কথাটো হৈছে— আমি ইজনে সিজনক ভাল পাওঁ নে নাপাওঁ। অন্য লোকৰ কথা চিন্তা কৰাৰ আমাৰ কোনো প্ৰয়োজন নাই। কিয় আমি ইয়াত আলাধা হৈ আছো? কিয় আমি ইজনে সিজনৰ লগত দেখা নকৰোঁ? কিয় মই বাহিৰলৈ ফুৰিবলৈ যাব নোৱাৰিম? মই তোমাক ভাল পাওঁ আৰু যেতিয়ালৈকে তুমি বদলি নোযোৱা তেতিয়ালৈকে আমাৰ একো ক্ষতি নহয়। দুই চকুত আশ্চৰ্য দীপ্তিলৈ ভ্ৰনস্কিৰ ফালে চাই থাকে

আনাই, যাৰ অৰ্থ ভ্ৰনস্কিৰ কাৰণে দুৰ্বোধ্য। "যদি তুমি বদলি যোৱা নাই, কিয় তুমি চোৱা নাই মোৰ ফালে?"

আনাৰ ফালে চালে ভ্ৰন্‌স্কিয়ে। কিন্তু তেওঁৰ সৌন্দৰ্য্য আৰু সৌষ্ঠৱে এতিয়া তেওঁক বিৰক্ত কৰি তুলিলে।

"মোৰ হৃদয়ৰ আবেগ অনুভূতিবোৰ যে মই বদলাব নোৱাৰো, সেই কথা তুমি জানা, কিন্তু মই অনুৰোধ কৰিছো, মিনতি কৰিছো তুমি নাযাবা," কণ্ঠস্বৰত নিবিড় কোমলতা আৰু দৃষ্টিত শীতলতা লৈ ভ্ৰনস্কিয়ে ক্ষিপ্ত কণ্ঠে উত্তৰ দিলে।

আনাই তেওঁৰ কথাবোৰ শুনা নাছিল, কিন্তু তেওঁ ভ্ৰন্‌স্কিৰ চকুৰ শীতলতা দেখি খং কৰি কৈছিল, "অনুগ্ৰহ কৰি মোক বুজাই কোৱা মই কিয় যাব নালাগে। "

"কাৰণ ইয়াৰ ফলত তোমাৰ ..." ভ্ৰনস্কিয়ে ইতস্ততঃ কৰি ক'লে।

"মই তোমাৰ কথা অলপো বুজিব পৰা নাই। ইয়াশভিন মুঠেই বিপজ্জনক মানুহ নহয় আৰু প্ৰিন্সেছ ভাৰভাৰাও আনবিলাকৰ তুলনাত বেয়া নহয়। সৌৱা তেওঁ আহি পালেহিয়েই।"

আনাই ইচ্ছাকৃতভাৱে নিজৰ পৰিস্থিতিটোৰ কথা উপলব্ধি নকৰাৰ কাৰণে, ভ্ৰনস্কিয়ে প্ৰথম বাৰৰ কাৰণে আনাৰ প্ৰতি এক তীব্ৰ ক্ৰোধ, প্ৰায় এক ঘৃণা অনুভৱ কৰিলে। ভ্ৰন্‌স্কিয়ে তেওঁৰ ৰাগৰ কাৰণটো আনাৰ ওচৰত সহজ সৰল ভাবে ক'ব নোৱাৰাৰ কাৰণে তেওঁৰ ৰাগটো আৰু এখোপ চৰিল। তেওঁ নিজৰ মনৰ ভাবটো যদি খোলাখুলি ভাবে আনাক ক'ব পাৰিলেহেঁতেন, তেনেহ'লে তেওঁ ক'লেহেঁতেন— "সকলোৰে পৰিচিত এক প্ৰিন্সেছৰ লগত এই বেশভূষাত থিয়েটাৰলৈ যোৱাৰ অৰ্থ কেৱল পতিতা নাৰী হিচাপে নিজৰ অৱস্থাটো মানি লোৱাই নহয়, সমাজক প্ৰত্যাহ্বান কৰাও, অৰ্থাৎ চিৰকালৰ কাৰণে সমাজৰ পৰা বিতাড়িত হোৱা।"

কিন্তু ভ্ৰন্‌স্কিয়ে এই কথাটো ক'ব নোৱাৰে।

"তেওঁ কিয় এইটো বুজিব পৰা নাই? কি ভাবিছে তেওঁ?" নিজৰ মনতে ভাবি থাকে ভ্ৰন্‌স্কিয়ে। অনুভৱ কৰে, আনাৰ সম্পৰ্কেও তেওঁৰ শ্ৰদ্ধা ক্ৰমে কমি আহিছে —অথচ তেওঁৰ সৌন্দৰ্য সম্পৰ্কে তেওঁৰ সচেতনতা ভালেখিনি বৃদ্ধি পাইছে। ভ্ৰূ কোঁচাই নিজৰ ঘৰলৈ উভতি আহিল ভ্ৰনস্কি। ইয়াশভিনে চকীত বহি ব্ৰাণ্ডি আৰু ছোডা পান কৰিছিল। ভ্ৰন্‌স্কিয়েও নিজৰ কাৰণে সেই একেই পানীয় অনাৰ কাৰণে নিৰ্দেশ দিলে। অলপ পিচতেই এজন পৰিচাৰক আহি জনালে, আনা থিয়েটাৰলৈ গৈছে।

"আমিও তেনেহ'লে যাম নেকি?" গোঁফৰ তলেদি মৃদু হাঁহি ইয়াশভিনে জনাই দিলে, ভ্ৰন্‌স্কিৰ বিষণ্ণতাৰ কাৰণ তেওঁ বুজিব পাৰিছে, কিন্তু তেওঁক কোনো গুৰুত্ব নিদিয়ে।

"নাই, মই নাযাওঁ," বিষণ্ণ সুৰে উত্তৰ দিলে ভ্ৰণস্কিয়ে। "কিন্তু মই কথা দিছো...মই তেনেহ'লে যাওঁ—"

ইয়াশভিন বিদায় লৈ গুচি যোৱাৰ পিচত ভ্ৰনস্কিয়ে ঘৰৰ ভিতৰত পায়চাৰি কৰিবলৈ ধৰিলে।

"এতিয়া তেওঁবিলাকে কি কৰিছে?" ভ্ৰন্‌স্কিয়ে চিন্তা কৰে, "আজি চতুৰ্থ সাহায্য নিশা... ইয়েগৰ আৰু তেওঁৰ স্ত্ৰী তাত আছে আৰু খুব সম্ভৱ মোৰ মাও।... আনা এতিয়া ভিতৰত সোমাইছে, গাৰ চাদৰখন খুলি পোহৰৰ ফালে আগবাঢ়িছে। তুশকেভিচ, ইয়াশভিন, প্ৰিন্সেছ ভাৰভাৰা... দৃশ্যটো মনে মনে কল্পনা কৰি লয় ভ্ৰনস্কিয়ে। "কিন্তু কিয় তেওঁ মোক এনেকুৱা পৰিস্থিতিত পেলাইছে?"

গভীৰ হতাশাত ভ্ৰনস্কিয়ে টেবিলখনত এটা ভুকু মাৰে, টেবিলৰ ওপৰত ৰখা ব্ৰাণ্ডি আৰু ছোডাৰ বটলবোৰ জোঁকাৰ খাই মাটিত বাগৰি পৰে। প্ৰচণ্ড ৰাগত ভ্ৰন্‌স্কিয়ে লাথি এটা মাৰি টেবিলখন উল্টাই দিয়ে আৰু পিচত ঘন্টা বজাই ভেলেটক মাতি পঠায়।

চাৰে আঠ বজাত ভ্ৰন্‌স্কি গৈ থিয়েটাৰৰ ভিতৰত সোমায়। তেতিয়া প্ৰথম অঙ্ক শেষ হৈ গৈছে। ছেৰ্পুহোভস্কিয়ে তেওঁক দূৰৰ পৰা দেখা পালে আৰু হাঁহি মাৰি ওচৰলৈ মাতিলে।

"দুখৰ বিষয় তুমি সময় মতে আহি নোপোৱাৰ কাৰণে প্ৰথম অঙ্কটো দেখা নাপালা!" —সমবেদনা জনালে ছেৰ্পুহোভস্কিয়ে।

ভ্ৰন্‌স্কিয়ে ইমান সময় আনাক দেখিবলৈ পোৱা নাছিল, ইচ্ছা কৰিয়ে সেইটো এৰাই গৈছিল। কিন্তু সৰু দুৰবীনটো চকুত দিয়া মাত্ৰকে আনাৰ হাঁহিভৰা গৰ্বিত মুখখন তেওঁৰ চকুত পৰিল। তলৰ শাৰীৰ পঞ্চম বক্সত আগৰফালে বহি আছে তেওঁ... ইয়াশভিনৰ ফালে হালি তেওঁ কিবা যেন কৈছে। সুন্দৰ বহল কান্ধৰ ওপৰত তেওঁৰ মূৰৰ অপৰূপ ভাৰসাম্যতা, সংযত উচ্ছ্বাস আৰু দুনয়নৰ দীপ্তিয়ে ভ্ৰন্‌স্কিক সেই আনাৰ কথা সোঁৱৰাই দিয়ে, যাক তেওঁ মস্কোৰ বলনাচৰ উৎসৱত দেখিছিল। কিন্তু এতিয়া তেওঁৰ সৌন্দৰ্য্য সম্পৰ্কে ভ্ৰন্‌স্কিৰ অনুভূতি সম্পূৰ্ণ অন্য ধৰণৰ। এতিয়া তেওঁৰ অনুভুতিত আনাৰ সম্পৰ্কত ৰহস্য বুলিবলৈ একোৱেই নাই। সেইকাৰণে আনাৰ সৌন্দৰ্য্যই যদিও তেওঁক আগতকৈ বেছি আকৰ্ষণ কৰে তথাপি ই ভ্ৰন্‌স্কিৰ মনটোক আঘাতৰ অনুভূতিৰে ভৰাই তোলে। আনাই ভ্ৰন্‌স্কিৰ ফালে চোৱা নাছিল, কিন্তু ভ্ৰন্‌স্কিয়ে অনুভৱ কৰিছিল, তেওঁ ইতিমধ্যে তেওঁক দেখিবলৈ পাইছে।

দুৰবীনটো পুনৰ ঘূৰোৱাৰ লগে লগে ভ্ৰনস্কিয়ে দেখিবলৈ পালে, প্ৰিন্সেছ ভাৰভাৰাৰ মুখখন অস্বাভাৱিকভাৱে ৰঙা পৰি উঠিছে,... তেওঁ অস্বাভাৱিকভাৱে হাঁহি হাঁহি কাষৰ বক্সটোৰ ফালে চাইছে। আনাৰ দৃষ্টি আন ক'ৰবাত স্থিৰ হৈ আছে—কাষৰ বক্সত কি হৈছে নহৈছে তাক তেওঁ সমূলি চোৱা নাই আৰু প্ৰকৃততে চাবলৈ বিচৰাও নাই। তাচ খেলাত হাৰিলে ইয়াশভিনৰ মুখত যি অভিব্যক্তি ফুটি উঠে, এতিয়াও তেওঁৰ মুখত সেই একেই অভিব্যক্তি। গোঁফৰ বাওঁফালৰ প্ৰান্তটো ক্ৰমশঃ আৰু বেছিকৈ মুখৰ ভিতৰত গুঁজি দি তেওঁ সেইটো চুহিছে আৰু কেঁৰা চকুৰে ওচৰৰ বক্সটোৰ ফালে চাইছে। বাওঁফালৰ সেই বক্সটোতে কাৰ্তাসোভহঁত বহিছে। ভ্ৰনস্কিয়ে তেওঁলোকক চিনে আৰু জানে, আনা তেওঁলোকৰ পৰিচিতা । ৰুগ্না-শীৰ্ণা চেহেৰাৰ মাদাম কাৰ্তাসোভ

নিজাৰ বক্সত আনাৰ ফালে পাচ দি থিয় হৈছিল আৰু স্বামীয়ে আগবঢ়াই দিয়া টুপীটো পিন্ধিছিল। ভদ্ৰমহিলাৰ মুখখন বিবৰ্ণ আৰু ক্ৰুদ্ধ। উত্তেজিত হৈ তেওঁ কিবা এটা কৈছিল। তপা-মূৰা আৰু গঁঠীয়া চেহেৰাৰ কাৰ্তাসোভে বাৰে বাৰে ঘূৰি আনাৰ ফালে চাইছিল আৰু স্ত্ৰীক শান্ত কৰাৰ চেষ্টা কৰিছিল। স্ত্ৰী বক্সৰ পৰা ওলাই যোৱাত তেওঁ নানা প্ৰকাৰে আনাৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিছিল, দেখ্‌দেখ্‌কৈ আনাক অভিবাদন জনোৱাৰ উদ্দেশ্যে। কিন্তু আনাই ইচ্ছা কৰিয়েই তেওঁৰ ফালে নাচাই ইয়াশভিনৰ লগত কথা পাতিছিল। শেষত গৈ কাৰ্তাসোভে অভিবাদন নজনোৱাকৈয়ে বিদায় ল'লে... তেওঁলোকৰ বক্সটো খালী হৈ থাকিল।...

আনাৰ পক্ষে কিবা এটা অপমানজনক ঘটনা হৈছে বুলি অনুমান কৰি, ভ্ৰনস্কিয়ে ঘটনাটো জনাৰ অভিপ্ৰায়ে তেওঁৰ ককায়েকৰ বক্সটোৰ ফালে আগবাঢ়ি গ'ল। বক্সটোৰ সমুখত তেওঁ ভাৰিয়াক লগ পালে।...

"ঘৃণ্য, নীচ!" ভ্ৰন্‌স্কিৰ ফালে হাত আগবঢ়াই দি ভাৰিয়াই উত্তেজিত হৈ ক'লে, "মাদাম কাৰ্তাসোভৰ কোনো অধিকাৰ নাই এনেকুৱা ব্যৱহাৰ কৰাৰ! মাদাম কাৰেনিনা..."

"কিন্তু কি হৈছে মই একোকে বুজিব পৰা নাই।"

"তুমি জানো একোকে শুনা নাই?... মোক তোমাৰ ককায়েৰাই কৈছে... সেই মহিলা গৰাকীয়ে মাদাম কাৰেনিনাক অপমান কৰিছে। মহিলাৰ স্বামীয়ে ওচৰৰ বক্সৰ পৰা মাদাম কাৰেনিনাৰ লগত কথা কবলৈ আৰম্ভ কৰিছিল আৰু মহিলাই তেতিয়া চিঞৰি চিঞৰি কিছু আপত্তিকৰ কথা কৈ বাহিৰলৈ ওলাই গৈছিল।"

ভ্ৰন্‌স্কি গৈ বক্সৰ ভিতৰত সোমাল।...

"তোমাক তো আজিকালি ক'তো দেখিবলৈ পোৱাই নাযায়।" বিদ্ৰূপৰ হাঁহি মাৰি ভ্ৰন্‌স্কিৰ মাকে ক'লে।

"প্ৰণাম মা! মই আপোনাৰ ওচৰলৈ আহিছিলো," ভ্ৰন্‌স্কিয়ে শীতল কণ্ঠে ক'লে।

"তুমি ৰূপৱতী মাদাম কাৰেনিনৰ ওচৰলৈ নোযোৱা কিয়? তেওঁ পাৰ্টিতকৈও বেছি উত্তেজনাদায়ক।"

"মা, মই আপোনাক অনুৰোধ কৰিছিলো মোৰ আগত এইবোৰ কথা নক'বলৈ," ভ্ৰন্‌স্কিয়ে ভ্ৰূ কোঁচাই ক'লে।

"লোকে যি কয়, মই কেৱল তাকেই কৈছো।"

ভ্ৰনস্কিয়ে কোনো উত্তৰ নিদিলে। বক্সৰ পৰা ওলাই আহি বাটতে তেওঁ ককায়েকক লগ পালে।

"বুজিছা এলেক্সি, সেই মহিলাজনী একেবাৰে কাণ্ডজ্ঞানবিহীনা! মই তেওঁৰ ওচৰলৈয়ে গৈছিলো। বলা, তেন্তে একেলগেই যাওঁহক।"

ভ্ৰন্‌স্কিয়ে কোনো কথা নুশুনি বেগাই চিঁড়িৰে নামি গৈ আনাৰ বক্সৰ ওচৰত থিয় হ'ল। আনাই তেতিয়া স্ত্ৰেমভৰ লগত কথা পাতি আছিল। ভ্ৰনস্কিক দেখি তেওঁ ক'লে, "তুমি বোধহয় দেৰি কৰি আহিছা। আটাইতকৈ ভাল গানটো শুনিবলৈ নাপালা।"

"মই গানতান সিমান বুজি নাপাওঁ।"

"ঠিক প্ৰিন্স ইয়াশভিনৰ দৰে! তেওঁৰো ভাবে, পান্তিয়ে বৰ চিৎকাৰ কৰি গান গায়," মৃদু হাঁহি আনাই ক'লে। তাৰপিচত বক্সৰ পাচলৈ গৈ বহিল।

পিচৰ অঙ্কত আনাৰ বক্সটো শূন্য দেখি ভ্ৰনস্কি গাড়ী লৈ হোটেলত উপস্থিত হ'লহি। আনা ইতিমধ্যে হোটেললৈ উভতি আহিছে। তেতিয়া তেওঁৰ গাত থিয়েটাৰৰ পোছাক। দেৱালৰ কাষত আৰাম চকীখনত বহি সমুখৰ ফালে চাই আছিল তেওঁ। তেওঁ ভ্ৰনস্কিৰ ফালে মুখ তুলি চালে।

"আনা!" তেওঁ ক'লে।

"সকলো দোষ তোমাৰ.... সকলো দোষ তোমাৰ!" আনাৰ দুনয়নত হাতাশাৰ অশ্ৰু, কণ্ঠস্বৰত ক্ৰোধৰ অভিব্যক্তি। চকীৰ পৰা উঠিল তেওঁ।

"মই তোমাক অনুৰোধ কৰিছিলো...মই তোমাক মিনতি কৰিছিলো, তুমি তালৈ নাযাবা। মই জানিছিলো কথাটো অপ্ৰীতিকৰ হ'ব..."

"অপ্ৰীতিকৰ!" চিঞৰি উঠিল আনাই, "ভয়ঙ্কৰ!" মই যিমান দিন বাচিম কোনোদিনে এই ঘটনাটোৰ কথা পাহৰি নাযাম। মহিলাজনীয়ে কৈছিল,"মোৰ ওচৰত বহাটোও বোলে অপমানজনক!"

"সেইটো এজনী কাণ্ডজ্ঞানহীনা তিৰোতাৰ অৰ্থহীন কথা। কিন্তু কি দৰকাৰ আছিল তোমাৰ জোঁকাই লোৱাৰ, চেলেঞ্জ কৰাৰ..."

"তোমাৰ সেই প্ৰশান্তিক মই ঘৃণা কৰোঁ। মোক তেনে অৱস্থাত পেলাই দিয়াটো তোমাৰ মুঠেই উচিত হোৱা নাছিল। তুমি যদি মোক ভাল পালাহেঁতেন..."

"আনা! ইয়াৰ লগত মোৰ ভালপোৱাৰ কি সম্পৰ্ক?"

"অঁ, মই তোমাক যিমান ভাল পাওঁ, তুমি যদি মোকো তেনেকৈ ভাল পালাহেঁতেন... যদি তুমি মোৰ দৰে যন্ত্ৰণা ভোগ কৰিলাহেঁতেন!..." আতঙ্কিত হৈ ভ্ৰনস্কিৰ ফালে চাই ক'লে আনাই।

আনাৰ কাৰণে ভ্ৰন্স্কিৰ দুখ হয়, ৰাগো উঠে। তেওঁ যে তেওঁক ভাল পায় এই আশ্বাস তেওঁক দিলে, কাৰণ তেওঁ জানিছিল এইটোৱে পথ।... এই আশ্বাসবাণী ভ্ৰন্স্কিৰ মনত ইমান সাধাৰণ আৰু গতানুগতিক বুলি ভাব হৈছিল যে সেইবোৰ উচ্চাৰণ কৰোঁতে তেওঁ মনতে লজ্জাবোধ কৰিছিল। অথচ আনাই পৰম আগ্ৰহে তাকে পান কৰিছিল আৰু ক্ৰমে শান্ত হৈ উঠিছিল।... পিচদিনা দুয়োৰে মাজত মিল হ'ল আৰু দুয়ো গাঁৱলৈ যাত্ৰা কৰিলে। ❑

# ষষ্ঠ খণ্ড

লেভিন আৰু কিটিৰ আমন্ত্ৰণ ক্ৰমে ল'ৰা-ছোৱালীহঁতক লগত লৈ ডলিয়ে পক্ৰোভস্কয়েত লেভিনহঁতৰ ঘৰত গ্ৰীষ্মকালটো কটাইছিল। অফিচৰ কামত ব্যস্ত থকাৰ কাৰণে অবলনস্কি যাব পৰা নাছিল যদিও, তেওঁ সৰ্বান্তঃকৰণে অনুমতি দিছিল আৰু মাজে সময়ে সুবিধা বুজি মস্কোৰ পৰা তালৈ গৈ দুই-এদিনৰ কাৰণে তেওঁলোকক দেখা কৰি আহিছিল।

বহুদিনৰ পৰা আনাক এবাৰ লগ ধৰি যাবৰ কাৰণে ডলিৰ মনত বৰ ইচ্ছা আছিল। এদিন লেভিনেই তেওঁক তালৈ যোৱাৰ সকলো বন্দবস্ত কৰি দিলে আৰু লেভিনৰ পৰামৰ্শ মতে ৰাতিপুৱা পক্ৰোভস্কয়েৰ পৰা যাত্ৰা কৰিলে।..

ঘোঁৰাগাড়ীৰে গৈ গৈ নিজৰ বিবাহিত জীৱনৰ বিগত পোন্ধৰটা বছৰৰ কথা ভাবিছিল ডলিয়ে, কি পাইছো মই? — গৰ্ভধাৰণ, অসুস্থতা, মানসিক জড়তা আৰু সৰ্বোপৰি সৌন্দৰ্য্যহীনতা। মই জানো, গৰ্ভধাৰণ কৰিলে মই কিমান কদৰ্য হৈ উঠো। প্ৰসৱ-যন্ত্ৰণা বিকট যন্ত্ৰণা, সেই শেষৰ মুহূৰ্তটো... স্তন্যদান, ৰাত্ৰিজাগৰণ... তাৰোপৰি ল'ৰা-ছোৱালীহঁতৰ অসুস্থতা, সিহঁতৰ কাৰণে অন্তহীন দুশ্চিন্তা, সিহঁতক ডাঙৰ-দীঘল কৰা, সিহঁতৰ পঢ়া-শুনাৰ চিন্তা কৰা।... কিন্তু এইবোৰ কিহৰ কাৰণে? কি হ'ব ইয়াৰ দ্বাৰা? আৰু মই... মোৰ মনত মুহূৰ্তৰ কাৰণেও শান্তি নাই... হয় পেটত পোৱালি আছে, নহয় পোৱালিহঁতক লালন-পালন কৰিছো। বাকী জীৱনটোও মোৰ এনেকৈ কাটি যাব। গোটেই জীৱনটো ধৰি মই কেৱল কিছুমান হতভাগ্য, কপৰ্দকশূন্য শিশুক জন্ম দি যাম।... কিটি আৰু কাস্তিয়াই তেওঁলোকৰ লগত গৰমৰ দিনকেইটা কটাই যাবৰ কাৰণে আমন্ত্ৰণ নকৰিলে যে কি কৰিলোহেঁতেন! অৱশ্যে তেওঁলোক বৰ ভাল মানুহ আৰু তেওঁলোকে এনেকৈ চলে যাতে আমি অলপো অস্বাচ্ছন্দ্য অনুভৱ নকৰো। কিন্তু এনেকৈ তো চিৰকাল চলিব নোৱাৰি। তেওঁলোকৰো ল'ৰা-ছোৱালী হব, তেতিয়া তো তেওঁলোকে আমাক সাহায্য কৰিব নোৱৰিব।...

গাঁৱৰ ৰাস্তাটোৰে গৈ গাড়ীখন এখন সাঁকোত উঠিল। এজাক কৃষকৰ ছোৱালী কেলকেলাই সাঁকোখনৰ আনটো মূৰৰ পৰা আগুৱাই আহিছিল। সিহঁতে থমকি ৰৈ গাড়ীখনৰ ভিতৰৰ ফালে চালে। ডলিয়ে ভাবিলে, "সিহঁত আটায়ে পৃথিৱীখনক উপভোগ কৰিছে। সৌ কৃষক কন্যাবোৰ, মোৰ ভনী নাতালী, ভাৰেঙ্কা, আনা সকলোৱে উপভোগ কৰিছে জীৱনক, কেৱল মইহে বাদ।... অথচ সকলোৱে আনাক ঘৃণাৰ চকুৰে চায়! কিন্তু কিয়? মই জানো আনাতকৈ ভাল অৱস্থাত আছো? অন্ততঃ মোৰ এজন স্বামী আছে, তেওঁক মই যিমান ভাল পাবলৈ বিচাৰো সিমান নহ'লেও কিছু অৱশ্যে ভাল পাওঁ। কিন্তু আনাই তেওঁৰ স্বামীক ভাল নাপায়। অথচ তাতে তেওঁৰ কি দোষ?

তেওঁ জীয়াই থাকিবলৈ বিচাৰে— মনৰ ভিতৰত সেই প্ৰয়োজন বোধটো লৈয়ে আমাৰ জন্ম। তেওঁ যি কৰিছে, বোধহয় ময়ো তাকেই কৰা উচিত আছিল। আনাই যিদিনা মস্কোলৈ গৈ মোৰ লগত দেখা কৰিছিল, সেইদিনা তেওঁৰ কথা শুনি মই ভাল কৰিছিলো নে নাই, সেই কথা আজি পৰ্যন্ত মই জনা নাই। হয়তো মই তেতিয়াই স্বামীক ত্যাগ কৰি, নতুনকৈ জীৱন আৰম্ভ কৰা উচিত আছিল। তেতিয়া হ'লে মই হয়তো সঠিকভাবে কাৰোবাক ভাল পাব পাৰিলোহেঁতেন। এতিয়া মই তেওঁক শ্ৰদ্ধাও নকৰোঁ, তেওঁ মোৰ ওচৰত নিতান্ত এক প্ৰয়োজন মাত্ৰ।"

স্বামীৰ কথা ভাবিবলৈ গৈ ডলিৰ মনত খেলালে, এতিয়াও হয়তো বৰ বেছি পলম হৈ যোৱা নাই... এতিয়াও হয়তো পুৰুষৰ মন জয় কৰাৰ জোখাই কিছু সৌন্দৰ্য্য তেওঁৰ অৱশিষ্ট আছে। এজন কল্পিত পুৰুষৰ লগত নিজৰ কাল্পনিক প্ৰেমৰ কথা চিন্তা কৰি তেওঁৰ ওঁঠত দুষ্টামিৰ হাঁহি ফুটি উঠিল। তেওঁ যেন দেখিবলৈ পালে আনাৰ দৰে তেৰোঁ নিজৰ প্ৰেমৰ কথা স্বামীৰ ওচৰত খুলি কৈছে। আৰু তাকে শুনি অবলনস্কিৰ মুখত ফুটি উঠা নিদাৰুণ বিস্ময় আৰু বিহ্বলতাই তেওঁক হাঁহুৱাই তুলিছে।...

ডলিয়ে এনেকৈ দিবাস্বপ্ন দেখি থাকোতেই গাড়ীখন ডাঙৰ ৰাস্তাটোৰ পৰা বেঁকা হৈ ভদভিঝেনস্কয়েলৈ যোৱা পথ লৈছিল।

ভদভিঝেনস্কয়ে পোৱাৰ পিচত ডলিৰ পথশ্ৰান্ত দুশ্চিন্তাৰ ৰেখাঙ্কিত আৰু কৃশ হৈ উঠা মুখখন দেখি আনাৰ মনত যি খেলাইছিল, প্ৰায় তাকেই তেওঁ কৈ গৈছিল। তেওঁ কৈছিল, ডলি ৰুগ্না হৈ গৈছে। কিন্তু আচলতে তেওঁ আগতকৈ বেছি সুন্দৰ হোৱাৰ কথা গম পাই, আনাই দীৰ্ঘশ্বাস পেলাই নিজৰ বিষয়ে কথা ক'বলৈ আৰম্ভ কৰিলে।

"তুমি মোক দেখি ভাবিছা, এই অৱস্থাত মই সুখী হ'ব পাৰো কেনেকৈ— নহয় জানো?" আনাই ক'লে,"কথাটো স্বীকাৰ কৰিবলৈও লাজ লাগে— কিন্তু মই... মই এতিয়া সঁচাকৈয়ে খুব সুখী। মোৰ অন্তৰত কি যেন এটা ঘটি গৈছে— ঠিক যাদু খেলাৰ দৰে। ঠিক যেন এটা ভয়ঙ্কৰ দুঃস্বপ্নৰ পৰা জাগি উঠি দেখিছো, ভয় বুলিবলৈ আৰু একোৱেই নাই।"

"অতি আনন্দিত হ'লো! তেনেহ'লে তুমি মোলৈ চিঠি লিখা নাই কিয়?"

"কিয় লিখা নাই? কাৰণ মোৰ সেই সাহস নাছিল... তুমি মোৰ পৰিস্থিতিটোৰ কথা পাহৰি গৈছা।"

"মোলৈ চিঠি লিখিবলৈও তোমাৰ সাহস নহয়? হায়, হায়! তুমি যদি জানিলাহেঁতেন..."

ডলিৰ চকুত পৰিল, আনাৰ দুনয়ন চকুলোৰে ওপচি পৰিছে... নিশব্দে আনাৰ হাত দুখনত চেপি ধৰে তেওঁ।

"কেইদিন থাকিবা নো?" ডলিৰ ফালে চাই আনাই প্ৰশ্ন কৰে। "মাত্ৰ এদিন? অসম্ভৱ!"

"কিন্তু মই কথা দি আহিছো। তদুপৰি ল'ৰা-ছোৱালীহঁতো..."

"নাই, ডলি, কেনেকৈ হ'ব! ... বাৰু ঠিক আছে— সেইবোৰ পাচে-পৰে দেখা যাব । এতিয়া আহাঁ" বুলি কৈ ডলিক তেওঁ লৈ যায় নিজৰ ঘৰৰ ফালে।

"এতিয়া কোৱাচোন, বাকীবোৰৰ খবৰ কি?" ঘৰৰ ভিতৰত সোমাই ডলিৰ কাষত বহিল আনা। "তানিয়াৰ কি খবৰ? ইমান দিনে তাই চাগৈ বেছ ডাঙৰ দীঘল হৈছে।"

"অঁ, বৰ ওখ হৈছে ছোৱালীজনী," ডলিয়ে সংক্ষেপে উত্তৰ দিয়ে। আমি এতিয়া লেভিনৰ তাত বেছ আনন্দ মনে কাল কটাইছো।"

"ইস্, মই যদি জানিলোহেঁতেন যে তুমি মোক ঘৃণা নকৰা... তোমালোক আটায়ে মিলি আমাৰ ইয়ালৈ আহিব পাৰিলোহেঁতেন। আৰু স্তিভা তো এলেক্সিৰ পুৰণি বন্ধু," বুলি কৈ ৰঙা পৰি উঠিল আনা।

"কিন্তু আমি আটায়ে..."

"বাদ দিছো সেই কথা— মই কেৱল মনৰ আনন্দত বাজে কথা বকি আছো। আচলতে তুমি আহিছা বুলি মই বৰ আনন্দিত হৈছো।" আনাৰ হাতত চুমা দিয়ে ডলিয়ে, "তথাপি তুমি কিন্তু কোৱা নাই, মোৰ এই পৰিস্থিতিটো তুমি কি চকুৰে চাইছা। তাক মই জানিবলৈ বিচাৰো। মই যেনেকৈ আছো, তুমি মোক তেনেকৈয়ে দেখিবা... এই ভাবি মই খুচী। মই নিবিচাৰো যে কোনোবাই ভাবক, মই কিবা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছো। মই একোকে প্ৰমাণ কৰিবলৈ নিবিচাৰোঁ। কেৱল জীয়াই থাকিবলৈ বিচাৰোঁ। আৰু জীয়াই থাকিব খোজো নিজৰ বাহিৰে আন কাৰো একো ক্ষতি নকৰি। সেই অধিকাৰটো মোৰ নিশ্চয় আছে, নাই জানো?... থাকক, আমি পিচত সময় মতে এই বিষয়ে কথা পাতিম। এতিয়া মই কাপোৰ সলাবলৈ যাওঁ আৰু তোমাক সাহায্য কৰাৰ কাৰণে এজনী পৰিচাৰিকাক পঠাই দিছো।"

"নাই, মোৰ ধাৰণা তেওঁ ক্লান্ত।" ভ্ৰনস্কিয়ে আনাক ক'লে,"তুমি বৰং অশ্বশালাৰ পৰা এপাক মাৰি আহা। মই তেওঁক ঘৰলৈ লৈ গৈ অলপ কথা-বতৰা পাতো।"

ভ্ৰনস্কিৰ মুখৰ ফালে চাই ডলিৰ মনত ভাব হ'ল মানুহজনে কিবা কবলৈ বিচাৰিছে। ডলিৰ ভুল হোৱা নাছিল। আনা বাগানৰ সৰু দৰজাখনেদি বাহিৰলৈ ওলাই যোৱাৰ লগে লগে ভ্ৰনস্কিয়ে ডলিক ক'লে, "আপুনি অনুমান কৰি লৈছে যে মই আপোনাক কিবা এটা কথা ক'বলৈ বিচাৰিছো, নহয় জানো? আপুনি যে আনাৰ প্ৰকৃত বন্ধু, সেই কথা মই জানো।" টুপীটো খুলি, টাক পৰিবলৈ আৰম্ভ কৰা মূৰটো ৰুমালেৰে মচি ল'লে।

ডলিয়ে কোনো জবাব নিদিলে। মানুহজনৰ লগত অকলশৰীয়া হৈ হঠাৎ তেওঁৰ মনত যেন এটা ভয়ৰ ভাব উৎপন্ন হ'ল। ভ্ৰনস্কিয়ে তেওঁক যি ক'বলৈ বিচাৰিছে, সেই বিষয়ে নানা ধৰণৰ অনুমান তেওঁৰ মনলৈ বিদ্যুৎ গতিত আহিবলৈ ধৰিলে। "তেওঁ ক'ব মই যেন ল'ৰা-ছোৱালী কেইটাক লগত লৈ আহি তেওঁলোকৰ লগত

থাকো, আৰু মই তাক প্ৰত্যাখ্যান কৰিবলৈ বাধ্য হ'ম। মস্কোত আনাৰ কাৰণে এটা বন্ধু মহল বিচাৰি দিবলৈ ক'ব। নাইবা কিটিৰ প্ৰসঙ্গত কিবা ক'ব— হয়তো ক'ব যে সেই ঘটনাটোৰ কাৰণে তেওঁ নিজকে অপৰাধী বুলি ভাবে।" এই আটাইকেইটাই অপ্ৰীতিকৰ প্ৰসঙ্গ। কিন্তু আচলতে কি বিষয়ে ভ্ৰনস্কিয়ে তেওঁৰ লগত কথা পাতিবলৈ বিচাৰিছে, তাক তেওঁ সঠিকভাৱে বুজিব পৰা নাই।

"আনাৰ ওপৰত আপোনাৰ প্ৰভাৱ অসামান্য, আপোনাক তেওঁ বৰ ভাল পায়।" ভ্ৰনস্কিয়ে কৈ যায় "আশা কৰো, আপুনি মোক সহায় কৰিব।"

ভয়ে ভয়ে অনুসন্ধিৎসু দৃষ্টিৰে ভ্ৰনস্কিৰ ফালে চালে ডলিয়ে। নেমুটেঙাৰ গছবোৰৰ মাজেদি ৰবিৰশ্মি আহি কেতিয়াবা ভ্ৰনস্কিৰ মুখখন সম্পূৰ্ণৰূপে আৰু কেতিয়াবা আংশিক ৰূপে আলোকিত কৰে; আৰু কেতিয়াবা সম্পূৰ্ণৰূপে ছাঁৰে ঢাক খায়। মানুহজনে আৰু কিবা ক'ব বুলি ডলিয়ে অপেক্ষা কৰি থাকে, কিন্তু ভ্ৰন্স্কিয়ে একো নকৈ ওচৰা-উচৰিকৈ গৈ থাকে।

"আনাৰ বান্ধৱীসকলৰ মাজত একমাত্ৰ আপুনিয়েই আহি আমাৰ লগত দেখা কৰিছে, অৱশ্যে প্ৰিন্সেছ ভাৰভাৰাক বাদ দি। মই জানো, আপুনি যে ইয়ালৈ আহিছে তাৰ কাৰণ এই নহয় যে, আমাৰ অৱস্থাটো আপুনি স্বাভাৱিক বুলি ভাবিছে। আচলতে পৰিস্থিতিটোৰ সমস্ত অসুবিধা বুজা সত্ত্বেও আপুনি তেওঁক ভাল পায়, তেওঁক সাহায্য কৰিবলৈ বিচাৰে। সেইটো নহয় জানো।" মুখ ঘূৰাই ভ্ৰনস্কিয়ে ডলিৰ পিনে চায়।

"হয়, কিন্তু..."

"মই জানো, আনা এতিয়া সুখী। কিন্তু মই? ... ভৱিষ্যতে আমাৰ কাৰণে কি জমা হৈ আছে, সেই কথা ভাবি মোৰ ভয় হয়।... আনাৰ এই সুখ জানো চিৰকাল থাকিব? আমি ঠিক কৰিছো নে ভুল কৰিছো, সেই কথা সুকীয়া। কিন্তু ছাঁচখন ঢালাই হৈ গৈছে। এতিয়া চিৰজীৱনৰ কাৰণে আমাৰ দুজনৰ মাজত বন্ধন হৈ গৈছে বন্ধন হৈছে প্ৰেমৰ ডোলেৰে... যাক আমি সবাতোকৈ পবিত্ৰ বুলি জ্ঞান কৰো। আমাৰ এটি সন্তান আছে, হয়তো ভৱিষ্যতে আৰু হ'ব। কিন্তু আইন আৰু পৰিস্থিতি এনেকুৱাই যে এতিয়া হাজাৰ জটিলতা সৃষ্টি হৈছে, যাক আনাই নেদেখে... দেখিবলৈ চেষ্টাও নকৰে। অথচ মই তাক নেদেখি নোৱাৰো। মোৰ ছোৱালীজনী আইন অনুসাৰে মোৰ ছোৱালী নহয়— কাৰেনিনৰ ছোৱালী। এই মিথ্যা মই মানি লব নোৱাৰো।" তীব্ৰ প্ৰতিবাদত মুখৰ হৈ বিষণ্ণ মনে ডলিৰ ফালে চালে ভ্ৰনস্কিয়ে।

ডলিয়ে কোনো উত্তৰ নিদিলে, মাত্ৰ নিৰ্নিমেষ নয়নে চাই থাকিল ভ্ৰনস্কিৰ ফালে।

"হয়তো কোনোবা দিনা আমাৰ এটা ল'ৰা হ'ব।" পুনৰ কৈ যায় ভ্ৰনস্কিয়ে,"কিন্তু মোৰ ল'ৰা আইন অনুসাৰে মোৰ নহ'ব, হব কাৰেনিনৰ। মোৰ নাম বা সম্পত্তিৰ উত্তৰাধিকাৰী সি হ'ব নোৱাৰিব। আমাৰ পাৰিবাৰিক জীৱন যিমানেই সুখৰ নহওক কিয়, যিমান সন্তানেই নহওক কিয় —আমাৰ মাজত আইনসিদ্ধ কোনো বন্ধনে নাথাকিব।... সিহঁত সকলোৱেই হ'ব কাৰেনিনৰ। পৰিস্থিতিটোৰ তিক্ততা আৰু

ভয়াবহতাৰ কথা এবাৰ ভাবি চাওক। ...মই এই বিষয়ে আনাৰ লগত আলোচনা কৰিবলৈ চেষ্টা কৰিছো, আনা উত্তেজিত হৈ উঠে। বিষয়টোৰ গুৰুত্ব তেওঁ বুজি নাপায়, আৰু ময়ো খোলাখুলিভাৱে তেওঁক এইবোৰ কথা কব নোৱাৰোঁ।”

“কিন্তু আনাই এই বিষয়ে কি কৰিব পাৰে?”

“পাৰে,... আনাৰ ওপৰতেই এইটো নিৰ্ভৰ কৰিছে।

এনেকি পোষ্যপুত্ৰ কৰি লবৰ কাৰণে সম্ৰাটৰ ওচৰত আবেদন কৰিব লাগিলেও, আনাৰ বিবাহ-বিচ্ছেদ হোৱাটো জৰুৰী। আৰু সেইটো নিৰ্ভৰ কৰিছে আনাৰ ওপৰতে। এলেক্সি আলেক্জান্দ্ৰোভিচ বিবাহ-বিচ্ছেদত ৰাজী হৈছিল—আচল কথা কব লাগিলে, তেতিয়া আপোনাৰ স্বামীয়ে এই বন্দবস্তটো কৰি দিছিল আৰু মই নিশ্চিতভাৱে জানো, এলেক্সি আলেক্জান্দ্ৰোভিচ এতিয়া তাত অসন্মত নহব। তেওঁ স্পষ্টকৈ কৈছিল, আনাই যদি চিঠি লিখি তেওঁক নিজৰ ইচ্ছাটো জনাই তেনেহ'লে তেওঁ তাত অমান্তি নহ'ব। মই জানো, আনাৰ পক্ষে তেওঁলৈ চিঠি লিখাটো কিমান কষ্টকৰ! কিন্তু বিষয়টো ইমান জৰুৰী-যে মই এতিয়া নিলাজৰ দৰে আপোনাক নঙ্গৰ হিচাপে খামোচ মাৰি ধৰিছো। আপুনি দয়া কৰি মোক সাহায্য কৰক, আনাক সন্মত কৰক, যাতে তেওঁ বিচ্ছেদৰ প্ৰাৰ্থনা জনাই এলেক্সি আলেক্জান্দ্ৰোভিচলৈ চিঠি লিখে।”

“কৰিম, নিশ্চয় কৰিম,” চিন্তিত সুৰে ক'লে ডলিয়ে।

“তেওঁৰ ওপৰত আপোনাৰ প্ৰভাব বিস্তাৰ কৰক, যাতে চিঠিখন লিখে। মই নিজে এই বিষয়ে কোনো কথা ক'বলৈ নিবিচাৰো— সেইটো মোৰ পক্ষে প্ৰায় অসম্ভৱেই।”

“ভাল, মই কথা পাতিম,” ভ্ৰন্স্কিৰ কৃতজ্ঞ দৃষ্টিৰ উত্তৰত ক'লে ডলিয়ে।

ডলি শুবলৈ প্ৰস্তুত হৈছিল, হেন সময়তে নিশাৰ পোছাকত আনা গৈ তেওঁৰ ওচৰত ওলালহি। যিবোৰ কথা ডলিক ক'বৰ কাৰণে তেওঁ কেইদিনমান ধৰি উদগ্ৰীৱ হৈ আছিল এতিয়া ডলিৰ মুখামুখি হৈ তেওঁ ভাবিলে, তেওঁৰ সকলো কথাই যেন কোৱা হৈ গৈছে।...

“কিটি কেনে আছে?” এটা দীৰ্ঘশ্বাস ত্যাগ কৰি অপৰাধীৰ দৃষ্টিত ডলিৰ ফালে চাই আনাই ক'লে, “ডলি, সঁচাই কোৱাচোন তেওঁ মোৰ ওপৰত খং কৰা নাই তো?”

“খং? নাই, নাই!” মৃদু হাঁহি এটা মাৰি উত্তৰ দিলে দাৰিয়া আলেক্জান্দ্ৰোভিচে।

“তেনেহ'লে তেওঁ হয়তো মোক ঘৃণা কৰে, নহয় জানো?”

“নাই! তথাপিও কি জানা, এনেকুৱা বহুত কথা আছে যাক মানুহে পাহৰি নাযায়।”

“জানো,” মেলা দৰজাখনৰ ফাকেদি বাহিৰলৈ চায় আনাই। “কিন্তু তাত মোৰ কোনো দোষ নাছিল। কাৰেই বা দোষ? আৰু দোষ দিয়েই বা কি লাভ?... কিন্তু সেই কথা বাদ দিয়া,, আমি এতিয়াও কিটিৰ কথা শেষ কৰা নাই। তেওঁ জানো 'এতিয়া সুখী, সকলোৱে কয় লেভিন বৰ ভাল মানুহ।”

"খুব ভালতকৈও বহুত ভাল। তেওঁতকৈ ভাল মানুহ মই দেখা নাই।"

"বাঃ! বৰ খুচী হ'লো। ভালতকৈও বহুত ভাল।" পুনৰাবৃত্তি কৰে আনাই। "আচ্ছা, এলেক্সিয়ে তোমাক কি ক'লে?"

"তেওঁ যি ক'লে, তাক মই নিজে তোমাক সুধিম বুলি ভাবিছিলো। আচ্ছা, এইটো জানো সম্ভৱ নহয় যে..." (ডলিয়ে ইতস্ততঃ কৰে) "মানে, যদি সম্ভৱ হয়, তেনেহ'লে মোৰ বোধেৰে তোমালোকৰ মাজত বিয়া হোৱা উচিত..."

"তাৰ মানে তুমি বিবাহ-বিচ্ছেদৰ কথা কৈছা? তুমি জানানে পিটাৰ্ছবুৰ্গত একমাত্ৰ যিজনী মহিলা আহি মোৰ লগত দেখা কৰিছে, তেওঁ হৈছে বেৎসি তিভাৰস্কি? মহিলাগৰাকীকক তুমি চিনা নিশ্চয়? তেওঁ হৈছে তুশকেভিচৰ প্ৰেমিকা, যিজনীয়ে হেনো অতি জঘন্য উপায়ে নিজৰ স্বামীক প্ৰতাৰণা কৰিছে। আৰু তেঁৱেই হেনো মোৰ কথা ক'লে, যিমান দিন আমাৰ সম্পৰ্কটো স্বাভাৱিক নহয়, তিমান দিন তেওঁ আমাৰ লগত কোনো সম্পৰ্ক নাৰাখিব। তুমি নাভাবিবা যে মই তেওঁৰ লগত নিজকে তুলনা কৰিছো... তেন্তে, এলেক্সিয়ে তোমাক কি ক'লে?"

ক'লে যে তোমাৰ কাৰণে, নিজৰ কাৰণে খুব যন্ত্ৰণা ভোগ কৰিছে তেওঁ। প্ৰথমতে তেওঁ তেওঁৰ ছোৱালীজনীক আইনসিদ্ধ কৰি লবলৈ বিচাৰে, তোমাৰ স্বামী হ'বলৈ বিচাৰে— যাতে তোমাৰ ওপৰত তেওঁৰ বৈধ অধিকাৰ থাকে। কিন্তু সবাতোকৈ বেছিকৈ বিচাৰে, তুমি যেন কোনো কষ্ট নোপোৱা।"

"অসম্ভৱ। তাৰপিচত ?"

"তেওঁৰ সবাতোকৈ ডাঙৰ ইচ্ছাটো হৈছে তোমাৰ সন্তানবোৰৰ এটা পৰিচয় থাকক।"

"সন্তানবোৰৰ?"

"এৰা, আনি আৰু যিবোৰ আহিব...'"

"এই বিষয়ত তেওঁ নিশ্চিন্ত থাকিব পাৰে— মোৰ আৰু সন্তান নহ'ব।"

"নহব বুলি কেনেকৈ জানিলা?"

"জানিছো, কাৰণ মই আৰু সন্তান নিবিচাৰো," নিজৰ উত্তেজনা সত্ত্বেও ডলিৰ মুখত কৌতুহল, বিস্ময় আৰু আতঙ্কৰ প্ৰাঞ্জল অভিব্যক্তি দেখি আনাই নাহাঁহি নোৱাৰিলে। "অসুখৰ পিচত ডাক্তৰে মোক কৈছিল..."

"অসম্ভৱ!" ডলিৰ চকু দুটা বিস্ফাৰিত হৈ উঠে।...

"মোৰ ওচৰত দুটা পথ খোলা আছে— হয় সন্তান ধাৰণ কৰা, অৰ্থাৎ অকৰ্মণ্য হৈ থকা, নহয় মোৰ স্বামীৰ ...এৰা, ক'বলৈ গ'লে তেৱেঁই মোৰ স্বামী... তেওঁৰ বান্ধৱী আৰু সঙ্গিনী হোৱা। তোমাৰ বা আনৰ পক্ষে ইয়াত দ্বিধাবোধ কৰাৰ কাৰণ থাকিব পাৰে, কিন্তু মোৰ পক্ষে...মনত ৰাখিবা, মই তেওঁৰ স্ত্ৰী নহওঁ—যিমান দিন মোৰ প্ৰতি তেওঁৰ ভালপোৱা থাকিব, তিমান দিনেই তেওঁ মোক ভাল পাব। আৰু মোৰ প্ৰতি তেওঁৰ ভালপোৱা মই কেনেকৈ ধৰি ৰাখিম? এনেকৈ?" —আনাই তেওঁৰ শুভ্ৰ দুই বাহু প্ৰসাৰিত কৰে তেওঁৰ স্ফীত বুকুখনৰ ওপৰলৈ।

ডলিয়ে কোনো উত্তৰ নিদিয়ে, এটা দীৰ্ঘশ্বাস পেলায়।

"তুমি কৈছা এইটো ঠিক নহয়", আনাই পুনৰ ক'বলৈ ধৰে,"কিন্তু তুমি মোৰ পৰিস্থিতিটোৰ কথা পাহৰি গৈছা। কেনেকৈ মই সন্তান কামনা কৰোঁ? সিহঁত হ'ব নাম-গোত্ৰ-পৰিচয়হীন অভাগাৰ দল। সদায় মোৰ মনত ভাব হ'ব, সেই অসুখী শিশুবোৰৰ ওচৰত মই অপৰাধ কৰিছো। সিহঁত জন্মগ্ৰহণ নকৰিলে অন্ততঃ অসুখী নহ'ব। ডলি, তুমি পাহৰি নাযাবা যে আমি একে পৰিস্থিতিতে আছো।"

"সেই কাৰণেই তো পৰিস্থিতিটো স্বাভাৱিক কৰি লোৱা উচিত।"

"এৰা, সম্ভৱ হ'লে," আনাৰ কণ্ঠস্বৰত বিষাদৰ সুৰ ফুটি উঠে।

"বিচ্ছেদৰ কথাটো তেন্তে নিশ্চয় প্ৰশ্নাতীত নহয়? শুনিছো তোমাৰ স্বামীয়ে তাত মত দিছিল..."

"ডলি, এই বিষয়ে মই কোনো কথা আলোচনা কৰিবলৈ নিবিচাৰো।'

"কিন্তু মোৰ মনত ভাব হয়, তুমি সকলো বিষয়তে কেৱল অন্ধকাৰ দিশটোহে বেছিকৈ দেখিবলৈ পাইছা।"

"কিন্তু মই কি কৰিব পাৰো, কোৱাঁ। একোকে কৰিব নোৱাৰো। তুমি কৈছা, এলেক্সিক বিয়া কৰাবলৈ আৰু মই কৈছো, সেই কথা মই চিন্তাও নকৰো। আনাৰ মুখখন ৰঙচুৱা হৈ উঠে। তেওঁ ঘৰটোৰ ভিতৰত পায়চাৰি কৰিবলৈ ধৰে। "চিন্তা নকৰো? এনেকুৱা এটা দিন, এনেকুৱা এটা ঘন্টা নাযায়— যেতিয়া মই কথাটো চিন্তা নকৰো। চিন্তাটোৱে মোক পাগলী কৰি তোলে। তেতিয়া মৰফিন নহ'লে মোৰ টোপনি নাহে। চিন্তা নকৰিবা ডলি... আহাঁ, আমি বৰং ধীৰে সুস্থিৰে কথাটো আলোচনা কৰো। সকলোৱে বিচ্ছেদৰ কথা কয়, প্ৰথমতে, তেওঁ এতিয়া আৰু তাত ৰাজী নহ'ব, কাৰণ তেওঁ এতিয়া কাউন্টেছ লিদিয়া ইভানোভনাৰ কথা মতে চলে।"

"চেষ্টা কৰি চাব পাৰা।"

"বাৰু, চেষ্টা কৰিলো। কিন্তু তাৰ অৰ্থটো কি হয়, এবাৰ ভাবি চাইছা? তাৰ অৰ্থটো হৈছে— মানুহজনক ঘিণ কৰা সত্ত্বেও মই যে তেওঁৰ প্ৰতি অন্যায় কৰিছো, সেই কথা মানি লোৱা, তেওঁৰ মহানুভৱতাক স্বীকাৰ কৰি— ময়েই চিঠি লিখাৰ অপমান বহন কৰিব লাগিব। তথাপি ধৰি ল'লো, মই চেষ্টা কৰিলো... চিঠি লিখিলো। সেই ক্ষেত্ৰত হয় মই এটা অপমানজনক প্ৰত্যাখ্যান পাম, নহয় সন্মতি পাম। বেছ, সন্মতিয়েই পালো..." ঘৰৰ আন প্ৰান্তলৈ গৈ এখন খিড়িকীৰ পৰ্দা ঠিক-ঠাক কৰি থয় আনাই। তেওঁৰ সন্মতি মই পালো যেনিবা... কিন্তু... কিন্তু মোৰ ল'ৰাটো? তেওঁলোকে কোনো ৰকমে মোৰ ল'ৰাটোক নিদিব... সি তাৰ দেউতাকৰ লগত থাকি, মোক ঘৃণা কৰি কৰি ডাঙৰ হৈ উঠিব। তুমি তো জানাই, দুয়োকে মই নিজতকৈও বেছি ভাল পাওঁ— ছেৰিওঝা আৰু এলেক্সি— দুয়োকে মই সমানে ভাল পাওঁ।"

ঘৰৰ মাজলৈ আহি ডলিৰ মুখামুখি হৈ থিয় হয় আনা, হাত দুখন চেপি ধৰি টানি নিয়ে বুকুৰ মাজলৈ। শুভ্ৰ বহিৰ্বাসত তেওঁক বেছ ওখ আৰু শকত যেন দেখা

গ'ল। তলমূৰ কৰি সজল চকুৰে ডলিৰ ফালে চালে আনাই। "কেৱল এই দুজনকে মই ভাল পাওঁ। অথচ এওঁলোকৰ এজনক পাব লাগিলে আনজনক ত্যাগ কৰিব লাগিব। দুজনকে মই একেলগে পাব নোৱাৰো, অথচ সেইটোৱেই মোৰ প্ৰয়োজন আৰু যিহেতু মই তাক নাপাম, গতিকে আন কিবা পোৱা– নোপোৱাটো একে কথা... গতিকে ইয়াক লৈ মই আৰু কোনো আলোচনা কৰিব নোখোজো। আনা ডলিৰ কাষত বহিল... অপৰাধীৰ দৃষ্টিত তেওঁৰ ফালে চালে, তেওঁৰ হাত দুখন নিজৰ গালৈ টানি নিলে। "কি ভাবিছা? মোক তুমি কি বুলি ভাবিছা? মোক ঘৃণা নকৰিবা, মই ঘৃণ্য নহওঁ...মই কেৱল অসুখী। পৃথিৱীত যদি অসুখী বুলি কোনো প্ৰাণী আছে, তেন্তে সেইটো ময়েই।"

কান্দি কান্দি মুখ ঘূৰাই আনা গুচি যায়।

প্ৰাৰ্থনা শেষ কৰি ডলি বিছনাত বহে। আনাৰ লগত কথা-পতাৰ সময়ত সঁচাই তেওঁ আনাৰ কাৰণে দুখ অনুভৱ কৰিছিল, কিন্তু এতিয়া চেষ্টা কৰিও তেওঁৰ চিন্তাক মনত ঠাই দিব নোৱাৰে। নিজৰ ঘৰ আৰু সন্তানহঁতৰ কথা এক নতুন আৰু আশ্চৰ্য দীপ্তিত দীপ্ত হৈ তেওঁৰ কল্পনা ৰাজ্যত ভাহি উঠে। নিজৰ সৰু পৃথিৱীখন ইমান মধুৰ আৰু মহাৰ্ঘ বুলি তেওঁৰ মনত ভাব হয় যে ডলিয়ে স্থিৰ কৰে যে কোনো কাৰণতে আৰু এটা দিনো তেওঁ ঘৰৰ পৰা বিচ্ছিন্ন হৈ নাথাকিব... কাইলৈ ইয়াৰ পৰা উভতি যাব।

ইতিমধ্যে নিজৰ মহললৈ উভতি গৈ আনাই এটা পান পাত্ৰত কেইফোঁটমান ঔষধ ঢালি লয়, ঔষধটোৰ প্ৰধান উপাদান মৰফিন। সেইখিনি পান কৰি কিছু সময় নিশ্চল হৈ বহি থাকে আনা। তাৰপিচত শান্ত আৰু খুচী মনে শুবলৈ যায়। ভ্ৰন্‌স্কিয়ে তেওঁক লক্ষ্য কৰিছিল। তেওঁ ভাবিছিল ইমান সময়ে ডলিৰ লগত আনাৰ যি কথা-বতৰা চলিছিল সেই বিষয়ে আনাই তেওঁক নিশ্চয় কিবা ক'ব, কিন্তু আনাই কেৱল ক'লে, "ডলিক তোমাৰ ভাল লাগিছে বুলি জানি মই বৰ আনন্দ পাইছো।"

আনাৰ হাতখনত ধৰি ভ্ৰন্‌স্কিয়ে অনুসন্ধিৎসু দৃষ্টিত তেওঁৰ চকুৰ ফালে চালে। সেই চাৱনিৰ ভুল অৰ্থ বুজি, আনাই ভ্ৰনস্কিৰ ফালে চাই হাঁহিলে।

পিচদিনা ভ্ৰনস্কিহঁতৰ ঘৰৰ পৰা বিদায় লৈ দাৰিয়া আলেক্‌জান্দ্ৰোভনা নিজৰ ঘৰলৈ উভতি আহিল। তেওঁ সকলোৰে আগত ক'লে যে ভ্ৰন্‌স্কিহঁতে তেওঁক অতি আন্তৰিকতা সহকাৰে অভ্যৰ্থনা কৰিছে, তেওঁলোকে বিলাসবহুল, অকপট আৰু সুৰুচিপূৰ্ণ জীৱন-যাপন কৰিছে। এইবোৰ কথা কৈ তেওঁ ভ্ৰনস্কিহঁতৰ বিৰুদ্ধে যিবিলাক মানুহে কথা কৈছিল সিহঁতৰ মুখ বন্ধ কৰি দিলে। তাত যে তেওঁ এটা অনিৰ্দিষ্ট অপ্ৰসন্নতা আৰু অস্বস্তিবোধ কৰিছিল সেই কথা তেওঁ পাহৰি গৈছিল।

অক্টোবৰ মাহত কাশিন গুবেৰ্নিয়ানৰ অভিজাত নিৰ্বাচন আহি পালেহি। ভ্ৰনস্কি, ছেভিয়াজস্কি আৰু অবলনস্কিৰ জমিদাৰী আৰু লেভিনৰ তালুকো তাতেই আছিল। ভ্ৰনস্কিয়ে বহুদিন আগতে ছেভিয়াজস্কিক কথা দিছিল যে নিৰ্বাচনৰ সময়ত তেওঁ তাত

উপস্থিত থাকিব। নির্বাচনৰ ঠিক আগতেই ছেভিয়াজস্কি নিজে আহি তেওঁক ভদভিজেনস্কোৰ পৰা লৈ গৈছিল।...

ভ্ৰনস্কি নিৰ্বাচনত যোগ দিবলৈ অহাৰ কাৰণ আছিল— প্ৰথমতে, ভদভিজেনস্কোৰ গ্ৰাম্য জীৱন তেওঁৰ কাৰণে একঘেঁয়া হৈ উঠিছিল আৰু দ্বিতীয়তে আনাৰ ওচৰত নিজৰ স্বাধীন সত্তাটোক জাহিৰ কৰিবলৈ বিচাৰিছিল। কিন্তু নিৰ্বাচনৰ ঘটনাটোৱে যে তেওঁৰ মনত ইমানখিনি আগ্ৰহ আৰু উদ্দীপনা জগাই তুলিব তাক তেওঁ কেতিয়াও আশা কৰিব পৰা নাছিল। এই অঞ্চলত তেওঁ আছিল একেবাৰে নতুন মানুহ, কিন্তু তেওঁৰ সফলতাটো একেবাৰে নিৰ্ভুলভাৱে প্ৰমাণিত হ'ল, যেতিয়া তেওঁৰেই সমৰ্থিত প্ৰাৰ্থী নেভিদোভস্কিয়ে নিৰ্বাচনত জয়লাভ কৰিলে... নেভিদোভস্কিৰ বিজয়োৎসৱত যোগদান কৰিবলৈ আহি ভ্ৰনস্কিয়ে স্বাভাৱিকতে জয়ৰ গৌৰৱ অনুভৱ কৰিছিল আৰু ভাবিছিল, তিনিবছৰৰ ভিতৰত যি নিৰ্বাচন হ'ব তাত তেওঁ নিজেই প্ৰতিদ্বন্দ্বিতা কৰিব, যদি ইয়াৰ ভিতৰতে আনাৰ লগত তেওঁৰ বিয়াখন হৈ যায়।

বিজয়োৎসৱৰ খোৱা-পিয়াৰ পিচত সকলোৱে যেতিয়া টেবুলৰ পৰা উঠিবলৈ আৰম্ভ কৰিলে, তেতিয়া ভ্ৰন্স্কিৰ ভেলেটে থাল এখনত এখন চিঠি আনি ভ্ৰনস্কিৰ ফালে আগবঢ়াই দিলে।...

চিঠিখন আনাৰ পৰা আহিছে। চিঠিখন নোখোলোৱাকৈ ভ্ৰনস্কিয়ে বুজিব পাৰিলে তাত কি লিখা আছে। নিৰ্ব্বাচনত পাঁচ দিনতকৈ বেছি সময় নালাগে বুলি ভাবি তেওঁ শুক্ৰবাৰে ঘূৰি আহিব বুলি কথা দি আহিছিল। আজি শনিবাৰ। গতিকে ভ্ৰনস্কিয়ে জানে যে সময় মতে উভতি নোযোৱাৰ কাৰণে গোটেই চিঠিখনতে তেওঁক গালি-গালাজ কৰা হৈছে। সম্ভৱতঃ কালি গধূলি পঠোৱা তেওঁৰ চিঠিখন এতিয়াও আনাৰ হাতত পৰা নাই।

ভ্ৰনস্কিয়ে আশা কৰা মতে চিঠিৰ বিষয়বস্তু একে ধৰণৰ আছিল। কিন্তু চিঠিখনৰ আঙ্গিক আছিল, তেওঁৰ ওচৰত একেবাৰে অপ্ৰত্যাশিত আৰু বিৰক্তিকৰ । আনাই লিখিছে— "আনি ভীষণ অসুস্থ। ডাক্তৰৰ মতে ই নিউমোনিয়াও হ'ব পাৰে। অকলে অকলে মই একেবাৰে পাগলৰ দৰে হৈ পৰিছো। প্ৰিন্সেছ ভাৰভাৰাই সাহায্য কৰাৰ পৰিৱৰ্তে অসুবিধাতহে পেলাইছে বেছি। যোৱা কালি আৰু পৰহি দুদিনেই তুমি উভতি আহিবা বুলি আশা কৰিছিলো। এতিয়া তুমি ক'ত আছা, কি কৰিছা তাক জনাৰ কাৰণে এই চিঠি লিখিলো। মই নিজেই যাবৰ ইচ্ছা আছিল, কিন্তু তুমি সেইটো পছন্দ নকৰিবা বুলি ভাবি, চিঠি লিখাটোকে শ্ৰেয় বুলি ভাবিলো। যি হওক উত্তৰ দিবা, যাতে মই বুজিব পাৰো কি কৰা উচিত।"

ছোৱালীজনী অসুস্থ, অথচ তেওঁ নিজে অহাৰ কথা ভাবিছিল। আচৰিত কথা! নিৰ্ব্বাচন উপলক্ষে এই নিৰ্দোষ আনন্দোৎসৱ আৰু বিষণ্ণ দায়িত্বপূৰ্ণ প্ৰেম এই দুয়োটাৰ ভিতৰত ভীষণ প্ৰভেদ। তথাপি ভ্ৰন্স্কি তালৈ যাবই লাগিব। আৰু সেইদিনা ৰাতিৰ প্ৰথমখন ট্ৰেইনতে তেওঁ ঘৰলৈ ৰাওনা হ'ল।

আনাই বুজিব পাৰিছিল, ভ্ৰনস্কি ক'ৰবালৈ যাবলৈ ওলোৱাৰ সময়ত প্ৰতিবাৰতে তেওঁলোকৰ মাজত যিখন নাটকৰ অৱতাৰণা হয়, সি ভ্ৰনস্কিক তেওঁৰ আৰু ওচৰলৈ অনাৰ পৰিৱৰ্তে বৰং আৰু দূৰলৈহে পঠাই দিয়ে। গতিকে এইবাৰ তেওঁ স্থিৰ কৰিছিল, এইবাৰৰ বিচ্ছেদটো শান্তভাৱে মানি লবলৈ যথাসাধ্য চেষ্টা কৰিব। কিন্তু যি শীতল অভিব্যক্তি মুখত লৈ ভ্ৰনস্কিয়ে তেওঁক যোৱাৰ কথা ক'বলৈ আহিছিল, সি আনাক নিদাৰুণ আঘাত দিছিল আৰু ভ্ৰনস্কি যোৱাৰ আগতেই তেওঁৰ মানসিক শান্তিকণ নষ্ট হৈ গৈছিল। "তেওঁ যেতিয়া য'লৈকে যাব খোজে, তেতিয়া তলৈকে যোৱাৰ অধিকাৰ আছে; অকল যোৱাৰে নহয়, মোক ত্যাগ কৰাৰো।" আনাই মনতে ভাবি ভাবি স্থিৰ কৰিলে, "সকলো অধিকাৰ মাথো তেওঁৰেই আছে, মোৰ একোৱেই নাই।... মোৰ ফালে তেওঁ তেনেকৈ চোৱাৰ অৰ্থ —মোৰ প্ৰতি তেওঁৰ প্ৰেম ক্ৰমে টুটি আহিবলৈ আৰম্ভ কৰিছে। কিন্তু তথাপিতো তেওঁ একো কৰিব নোৱাৰে। গতিকে ভ্ৰনস্কিয়ে যদি তেওঁক আৰু ভাল নাপায়—এই দুৰ্ভাৱনাটোক পাহৰি থকাৰ কাৰণে আনাই গোটেই দিনটো নিজকে নানা কামত ব্যস্ত কৰি ৰাখিলে আৰু ৰাতি যথা নিয়মে মৰফিন খাবলৈ ধৰিলে। বাস্তৱিকতে এতিয়া মাথোন এটাই পথ আছে আৰু সেইটো হৈছে-— এনেকুৱা এটা পৰিস্থিতি সৃষ্টি কৰিব লাগিব যাতে ভ্ৰনস্কিয়ে তেওঁক পৰিত্যাগ কৰিব নোৱাৰে, অৰ্থাৎ বিচ্ছেদ আৰু বিবাহ। এই প্ৰথমবাৰৰ কাৰণে আনাই স্থিৰ কৰিলে ঃ ভ্ৰনস্কি বা স্তিভা যিকোনোৱে প্ৰসঙ্গটো উত্থাপন নকৰক কিয়, এইবাৰ তেওঁ তাতেই মান্তি হৈ যাব।

এনেকৈ পাঁচদিন অতিবাহিত হ'ল। কিন্তু ষষ্ঠদিনাও কচোৱান যেতিয়া অকলে ঘূৰি আহিল, তেতিয়া আনা আৰু স্থিৰ হৈ থাকিব নোৱাৰিলে। ঠিক এই সময়তে ছোৱালীজনী অসুস্থ হৈ পৰিল। তাইৰ শুশ্ৰূষাৰ ভাৰ তেওঁ নিজৰ হাততে তুলি ল'লে। কিন্তু তেওঁ চিন্তাৰ পৰা ৰেহাই নাপালে। তদুপৰি ছোৱালীটিৰ অসুখটোও সিমান মাৰাত্মক নাছিল। সেইদিনা সন্ধ্যা সময়ত তেওঁ ইমান আতঙ্কগ্ৰস্ত হৈ উঠিল যে নিজেই চহৰৰ পিনে ফুৰিবলৈ যাব বুলি মনস্থ কৰিলে। তাৰপিচত দ্বিতীয়বাৰ বিষয়টোৰ ওপৰত চিন্তা কৰি মত সলনি কৰিলে আৰু ভ্ৰনস্কিলৈ এখন চিঠি লিখিলে আৰু চিঠিখন নপঢ়াকৈয়ে এজন বিশেষ বাৰ্তাবাহকৰ হতুৱাই পঠাই দিলে ভ্ৰনস্কিৰ ওচৰলৈ। পিচদিনা ৰাতিপুৱা ভ্ৰনস্কিৰ পৰা চিঠি পাই, তেওঁলৈ চিঠি লিখাৰ বাবে আনা অনুতপ্তা হ'ল। ভ্ৰনস্কি উভতি আহি যেতিয়া দেখিব যে ছোৱালীটি মাৰাত্মকভাৱে অসুস্থ হোৱা নাই। তেতিয়া তেওঁৰ সেই পুৰণি অভিব্যক্তিটোৰ পুনৰাবৃত্তি হ'ব বুলি আনাৰ গাৰ নোম শিঁয়ৰি উঠিল।...

বৈঠকখানাত লেম্প এটাৰ কাষত বহি আনাই কিতাপ এখন পঢ়িছিল আৰু বাহিৰৰ বতাহৰ শব্দ শুনিছিল। প্ৰতি মুহূৰ্ততে ভ্ৰনস্কিৰ গাড়ীখন আহি পাব বুলি তেওঁ আশা কৰিছিল। কেইবাবাৰো তেওঁ গাড়ীৰ চকাৰ শব্দ শুনা যেন পাইছিল, কিন্তু সেইটো আছিল ভ্ৰম। অৱশেষত কেৱল চকাৰ শব্দই নহয়, কচোৱানৰ চিঞৰো শুনা গ'ল। পেশেঞ্চ খেলত ৰতা প্ৰিন্সেছ ভাৰভাৰায়ো গাড়ী অহাৰ কথা গম পালে। আনাৰ মুখখন ৰঙা পৰি উঠিল। তেওঁ থিয় হ'ল। কিন্তু তেওঁ চিঁড়িৰে তললৈ নামি নগৈ

কিছু সময় থিয় হৈ থাকিল, যদিও গধূলিৰ পৰা ইতিমধ্যে তেওঁ দুবাৰ তললৈ নামিছিল। ভ্ৰনস্কিক ভুল পথে চালিত কৰা বুলি ভাবি তেওঁ লজ্জিত হ'ল।... কি ভাবে ভ্ৰনস্কিয়ে তেওঁক গ্ৰহণ কৰিব সেই কথা চিন্তা কৰি তেওঁৰ ভয়ো লাগিল। আনাৰ মনত পৰিল যোৱাকালিৰ পৰা ছোৱালীজনী সম্পূৰ্ণ সুস্থ হৈ আছে। ভ্ৰনস্কিলৈ চিঠিখন পঠোৱাৰ পাচৰ পৰা ছোৱালীজনী ক্ৰমশঃ সুস্থ হৈ উঠিছিল বুলি তেওঁৰ খঙেই উঠিছিল। তাৰপিচতেই ভ্ৰনস্কিৰ কথা ভাবিলে আনাই— তেওঁ আহিছে... তেওঁৰ সম্পূৰ্ণ অস্তিত্বটো লৈ... তেওঁ ভ্ৰনস্কিৰ কণ্ঠস্বৰ শুনাৰ লগে লগে সকলো কথা পাহৰি আনন্দত অধীৰ হৈ দৌৰি গ'ল, তেওঁক দেখা কৰিবলৈ।

"আনি কেনে আছে?" আনাক চিঁড়িয়েদি নমা দেখি ক্লান্ত কণ্ঠে প্ৰশ্ন কৰিলে ভ্ৰনস্কিয়ে।

এখন চকীত বহিছিল ভ্ৰনস্কি। এজন পৰিচাৰকে তেওঁৰ ভৰিৰ পৰা টানি উলিয়াইছিল জোতাযোৰ।

"আৰু তুমি?" গাটো জোকাৰি ভ্ৰনস্কিয়ে সুধিলে।

আনাই ভ্ৰনস্কিৰ হাত দুখন নিজৰ কঁকালৰ কাষলৈ টানি নিয়ে... মুহূৰ্তৰ কাৰণেও চকু দুটা আঁতৰাই নানে ভ্ৰনস্কিৰ মুখৰ পৰা। ভ্ৰনস্কিয়ে তন্ন তন্নকৈ চায় আনাৰ ফালে... তেওঁৰ চুলি, তেওঁৰ পোছাক। ভ্ৰনস্কিয়ে জানে এই আটাইবোৰ তেওঁৰ কাৰণে। সৱেই সুন্দৰ... এই সৌন্দৰ্যই কিমানবাৰ যে মুগ্ধ কৰিছে তেওঁক। সেই শীতল অভিব্যক্তি —যাক আনাৰ ইমান ভয় —আকৌ নামি আহে ভ্ৰনস্কিৰ সমস্ত মুখলৈ।

"তুমি ভালে আছা তো?" ৰুমালখনেৰে ভিজা দাড়িকোছা মচি আনাৰ হাতত চুমা খাই সুধিলে ভ্ৰনস্কিয়ে।

"আছো।" আনাই ভাবে, "তেওঁ কেৱল ইয়াতে থাকক। যিমান সময় তেওঁ ইয়াত থাকিব, তিমান সময় কোনোপধ্যে তেওঁ মোক ভাল নাপাই নোৱাৰিব।"

"প্ৰিন্সেছ ভাৰভাৰাৰ উপস্থিতিত সেইদিনাৰ সন্ধ্যাটো আনন্দ উচ্ছ্বাসৰ মাজত কাটি গ'ল। প্ৰিন্সেছে অভিযোগ কৰিলে ভ্ৰনস্কিৰ অনুপস্থিতিত আনাই নিয়মিত মৰফিন সেৱন কৰিছে।

"মই কি কৰিম? মোৰ টোপনি নাহে... মোৰ চিন্তাবোৰে মোক শুব নিদিয়ে। তেওঁ ইয়াত থাকিলে মই কেতিয়াও এইবোৰ নাখাওঁ...আৰু খালেও বৰ কম মাত্ৰাত।"

ভ্ৰনস্কিয়ে তেওঁক নিৰ্বাচনৰ কথা ক'লে আৰু ভ্ৰনস্কিয়ে যিবোৰ কথা ভাল পায়, আনাই সেইবোৰৰ বিষয়ে তেওঁক প্ৰশ্ন কৰিলে অৰ্থাৎ নিৰ্বাচনত তেওঁৰ সাফল্যৰ বিষয়ে। ঘৰৰ যিবোৰ বিষয়ৰ প্ৰতি ভ্ৰনস্কিৰ আগ্ৰহ, আনাই সেইবোৰ কথা তেওঁৰ ওচৰত সুন্দৰভাৱে বৰ্ণনা কৰিলে। কিন্তু পিচত ৰাতি গভীৰ হৈ অহাত যেতিয়া অকলশৰীয়া হ'ল আৰু ভ্ৰনস্কিৰ ওপৰত আনাই পূৰ্ণ অধিকাৰ প্ৰাপ্ত হ'ল, তেতিয়া আনাৰ ভীষণ ইচ্ছা হয় চিঠি পাই তেওঁৰ সম্পৰ্কে ভ্ৰনস্কিৰ মনত যি বিৰূপ ধাৰণা হৈছিল তাক বিদূৰিত কৰিবলৈ।

"সঁচা কথা কোৱাঁ, চিঠিখন পাই মোৰ ওপৰত তোমাৰ খং উঠিছিল... তুমি মোৰ কথা বিশ্বাস কৰা নাছিলা—নহয় জানো?"

কথাটো কৈ আনাই অনুভৱ কৰে, তেওঁৰ প্ৰতি ভ্ৰন্‌স্কিৰ অনুভূতি যিমানেই উষ্ণ নহওক কিয়, চিঠিৰ ক্ষেত্ৰত তেওঁ তেওঁক ক্ষমা কৰা নাই।

"এৰা, কি অদ্ভুত চিঠি!" ভ্ৰনস্কিয়ে ক'লে, "প্ৰথমতে আনি অসুস্থ তাৰপিচত তুমি আকৌ নিজেই যোৱাৰ কথা ভাবিছিলা...।"

"সঁচা, সকলো সঁচা।"

"এৰা, মই তাত সন্দেহ কৰা নাই।"

"নাই, কৰিছা! দেখাই পাইছো, তুমি বিৰক্ত হৈছা।"

"এক মুহূৰ্তৰ কাৰণেও হোৱা নাই আৰু হৈছিলো যদিও তাতৰ একমাত্ৰ কাৰণ এই যে যি কোনো কাৰণেই নহওক কিয়, তুমি যেন স্বীকাৰ কৰিব নোখোজা যে কৰ্ত্তব্য বুলি কিবা এটা বস্তু আছে..."

"কনচাৰ্টলৈ যোৱাৰ কৰ্ত্তব্য?"

"সেইবোৰ কথা বাদ দিয়া," ভ্ৰনস্কিয়ে ক'লে।

"কিয় বাদ দিম?"

"মই কেৱল ক'বলৈ বিচাৰিছো যে এনেকুৱা কিছুমান কাম আহিব পাৰে যাক এৰাব নোৱাৰি। যেনে ধৰা, ঘৰটোৰ বন্দবস্তৰ কাৰণে মই মস্কোলৈ যাব লাগিব। আৰে! আনা, তুমি জানো নাজানা, মই তোমাক এৰি থাকিব নোৱাৰো।"

"যদি সেয়ে হয়," হঠাৎ এক অন্য সুৰত আনাই ক'বলৈ ধৰে, "তেনেহ'লে তাৰ অৰ্থ তুমি এই জীৱনত ক্লান্ত হৈ উঠিছা...। এৰা, তুমি এদিনৰ কাৰণে ঘৰলৈ আহা, তাৰপিচত আৰু গুচি যোৱা— সকলো পুৰুষ মানুহে যিটো কৰে।"

"আনা, এইটো অতি নিষ্ঠুৰ কথা। মই মোৰ সমস্ত জীৱন বিসৰ্জন দিবলৈ প্ৰস্তুত।"

"তুমি মস্কোলৈ গ'লে ময়ো যাম। মই ইয়াত নাথাকিম। হয় আমাৰ এৰা-এৰি হ'ব নহয় আমি সকলো সময়তে একেলগে থাকিম।"

"তুমি ভালকৈ জানা, সেইটোৱে মোৰ একমাত্ৰ কামনা। কিন্তু তাৰ কাৰণে..."

"দৰকাৰ বিবাহ-বিচ্ছেদ? বেছ, মই লিখিম তেওঁলৈ। এনেকৈ মই আৰু থাকিব নোৱাৰো।... কিন্তু মই তোমাৰ লগত মস্কোলৈ যাম।"

"ঠিক যেন হুমকি দিছা মোক। তোমাৰ লগত মোৰ যেন বিচ্ছেদ নহয়, ইয়াৰ বাহিৰে মই আৰু একোকে নিবিচাৰো— হাঁহি ক'লে ভ্ৰনস্কিয়ে। কিন্তু তেওঁৰ চকুত জ্বলি উঠা দীপ্তি কেৱল হিম-শীতলেই নহয়, সি যেন কোনো নিৰ্যাতিত আৰু ক্ষিপ্ত মানুহৰ প্ৰতিহিংসাপৰায়ণ দৃষ্টি। দৃষ্টিটোৱে আনাক যেন কয়, "যদি সেইটো হয়, তেনেহ'লে ইয়াৰ অৰ্থ চৰম দুৰ্গতি।" মুহূৰ্তৰ কাৰণে হ'লেও আনাই কোনো দিনে সেই কথা পাহৰি নাযাব।

বিবাহ-বিচ্ছেদ প্ৰাৰ্থনা কৰি আনাই চিঠি লিখিলে স্বামীলৈ। পিটাৰ্ছবুৰ্গলৈ যোৱাৰ দৰকাৰ আছিল প্ৰিন্সেছ ভাৰভাৰাৰ। তেওঁৰ ওচৰৰ পৰা বিদায় লৈ ভ্ৰনস্কিৰ লগত তেওঁ গুচি গ'ল মস্কোলৈ। প্ৰতিদিন এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ পৰা চিঠিৰ উত্তৰ আৰু তাৰপিচত বিবাহ-বিচ্ছেদৰ হুকুম পাব বুলি আশা কৰি দুয়ো বিবাহিত দম্পতীৰ দৰে সংসাৰ পাতিলে। ❑

# সপ্তম খণ্ড

আজি তিনিদিন ধৰি লেভিনহঁত মস্কোত আছে। বিজ্ঞলোকৰ গণনা মতে বহুদিন আগতে কিটিৰ প্ৰসৱৰ তাৰিখ পাৰ হৈ গৈছে। কিন্তু আজি দুমাহে কিটিৰ প্ৰসৱৰ কোনো লক্ষণ দেখা নাই। ডাক্তৰ, ধাত্ৰী, ডলি, মাক, এনেকি লেভিন, যিজন মানুহে আতঙ্ক অবিহনে সেই বিশেষ দিনটো আগুৱাই অহাৰ কথা কল্পনাও কৰিব নোৱাৰে —সকলোৱে এতিয়া অধৈৰ্য আৰু উদ্বিগ্ন হৈ উঠিবলৈ আৰম্ভ কৰিছে। কেৱল কিটি ইয়াৰ একমাত্ৰ ব্যতিক্ৰম—তেওঁ সম্পূৰ্ণ শান্ত আৰু সুখী। কিটি এতিয়া সম্পূৰ্ণ সচেতন যে এই অনাগত শিশুটিৰ প্ৰতি তেওঁৰ অন্তৰত এক নতুন স্নেহ জন্মিছে। শিশুটি এতিয়া আৰু তেওঁৰ শৰীৰৰ অংশ হৈ থকা নাই। কিছুদিন হ'ল সি এক স্বতন্ত্ৰ সত্তা হৈ কিটিৰ শৰীৰত বাস কৰিছে। মাজে মাজে এই কাৰণে কিটিৰ কষ্ট হয়, কিন্তু লগে লগে তেওঁ এক নতুন আনন্দত মুখৰ হৈ উঠিবলৈ বিচাৰে। কিটিয়ে যিবিলাক মানুহক ভাল পায়, সেইবিলাক মানুহে এতিয়া তেওঁক ঘেৰি আছে... সকলোৱে তেওঁৰ যত্ন লৈছে আৰু তেওঁক খুচীত ৰাখিবলৈ চেষ্টা কৰিছে। একমাত্ৰ যিজন মানুহে তেওঁৰ আনন্দক মাটি কৰি দিছে, সেইজন হ'ল লেভিন। তেওঁ যেন আগৰ সেই মানুহজন হৈ থকা নাই। গাঁৱত থাকিলে তেওঁ মনতে ভাবে, তেওঁ যেন নিজৰ ঠাইত আছে, কোনো কামত লৰালৰি নাই, অথচ কামো যে নাই তেনে নহয়। আৰু ইয়াত তেওঁৰ কোনো কাম নাই, অথচ সকলো সময়তে এক অস্থিৰতা... যেন কিবা এটা হেৰাই যোৱাৰ ভয়ে তেওঁক ব্যাকুল কৰি ৰাখিছে। লেভিনৰ কাৰণে দুখ কৰে কিটিয়ে। কিন্তু তেওঁ জানে, অন্যান্য লোকে লেভিনক দেখি সমূলি করুণাৰ পাত্ৰ বুলি নাভাবে...। আচলতে লেভিনে ইয়াত কি কৰিব? তেওঁ তাচ খেলিবলৈ ভাল নাপায়। ক্লাবলৈ নাযায়। আৰু অবলনস্কিৰ দৰে তজবজীয়া ডেকা ল'ৰাহঁতৰ লগত ওলাই যোৱাৰ অৰ্থ— কিটিয়ে জানে তাৰ কি অৰ্থ... তাৰ অৰ্থ— গেলা মদ আৰু তাৰ পিচত গাড়ী চলাই বাহিৰলৈ ওলাই যোৱা। মদ খোৱাৰ পিচত মতা মানুহবিলাক গাড়ী চলাই ক'লৈ যায়, সেই কথা ভাবিলেও কিটিৰ গাৰ নোম শিয়ৰি উঠে।... উচ্চ মহলৰ মানুহৰ লগত হলি-গলি কৰিব। কিটিয়ে জানে, সেইটো উপভোগ কৰিবলৈ হ'লে লেভিনে গাভৰুহঁতৰ সঙ্গ উপভোগ কৰিব লাগিব— যাক কিটিয়ে মুঠেই পছন্দ নকৰে। অৱশ্যে, ঘৰত বহি তেওঁ কিটি, তেওঁৰ মাক আৰু ভনীয়েকৰ লগত আলাপ-আলোচনা কৰিব পাৰে। কিন্তু কিটিয়ে জানে, সেইটো লেভিনৰ পক্ষে বৰ কষ্টকৰ কথা। তেনেহ'লে আৰু কি বাকী থাকিল? কিতাপ লেখাৰ কাম চলাই যোৱা? কিন্তু লেভিনে কৈছে, ইতিমধ্যে তেওঁ ইয়ালৈ আহি তেওঁৰ কিতাপৰ সম্পৰ্কে ইমান কথা

কৈছে যে তেওঁৰ চিন্তাধাৰাবোৰত জট লাগি গৈছে আৰু এই বিষয়ে তেওঁৰ কোনো আগ্ৰহো নাই।

নগৰীয়া জীৱনত তেওঁলোকৰ এটা লাভ হৈছে এই যে, ইয়াত তেওঁলোকৰ মাজত কোনো দিনে কন্দল লগা নাই। নগৰৰ পৰিস্থিতিৰ কাৰণেই হওক বা তেওঁলোক দুজন সৰ্তক আৰু বিবেচক হোৱাৰ কাৰণেই হওক, গাঁৱৰ দৰে ঈৰ্ষাজনিত কাৰণত তেওঁলোকৰ মাজত কেতিয়াও কন্দল লগা নাই।

এই দিশৰ পৰা দুয়োৰে পক্ষে এটা অতি গুৰুত্বপূৰ্ণ ঘটনা ঘটিছিল— ভ্ৰনস্কিৰ লগত কিটিৰ সাক্ষাৎ।

শাৰীৰিক অৱস্থাৰ কাৰণে কিটি ক'লৈকো ফুৰিবলৈ নাযায়। কিন্তু কিটিৰ ধৰ্মমাতা প্ৰিন্সেছ মাৰিয়া বৰিছোভনাই বিশেষ অনুৰোধ কৰাৰ কাৰণে কিটি এদিন তেওঁৰ দেউতাকৰ লগত বুঢ়ীৰ ঘৰলৈ যায় আৰু তাতেই ভ্ৰনস্কিৰ লগত তেওঁৰ দেখা হয়। এই সাক্ষাৎকাৰৰ ফলত যিটো কাৰণত তেওঁ নিজকে নিজে ৰাগ কৰিব পাৰে, সেইটো হৈছে এই— অসামৰিক পোছাক পৰিহিত অৱস্থাত ভ্ৰনস্কিৰ সেই 'এসময়ত অতি পৰিচিত' চেহেৰাটো দেখা মাত্ৰকে তেওঁৰ নিশ্বাস বন্ধ হৈ গৈছিল, শৰীৰৰ সমস্ত ৰক্ত ধাবিত হৈছিল হৃৎপিণ্ডৰ ফালে আৰু কিটিয়ে অনুভৱ কৰিছিল, ৰক্তিম প্লাৱনেৰে তেওঁৰ মুখমণ্ডল প্লাৱিত হৈ উঠিছে। কিন্তু এই অৱস্থাটো স্থায়ী হৈছিল, মাত্ৰ কেইটিমান মুহূৰ্তৰ কাৰণে। তেওঁৰ দেউতাকে ইচ্ছা কৰিয়ে উচ্চকণ্ঠে ভ্ৰনস্কিৰ লগত কথা ক'বলৈ আৰম্ভ কৰিছিল আৰু তেওঁ তেওঁৰ কথা শেষ কৰাৰ আগতেই কিটি ভ্ৰনস্কিৰ মুখামুখি হোৱাৰ কাৰণে... প্ৰয়োজন হ'লে, তেওঁ যিভাৱে প্ৰিন্সেছ মাৰিয়া বৰিছোভনাৰ লগত কথাবাৰ্তা কৈছিল ঠিক তেনেকৈ স্বাভাৱিকভাৱে ভ্ৰনস্কিৰ লগতো কথা কোৱাৰ কাৰণে নিজকে প্ৰস্তুত কৰি লৈছিল। ভ্ৰনস্কিৰ লগত তেওঁ মাত্ৰ কেইটামান বাক্য বিনিময় কৰিছিল, এনেকি নিৰ্বাচন প্ৰসঙ্গত তেওঁৰ এটা সুন্দৰ মন্তব্য শুনি হাঁহিছিল, ইমানেই। কিন্তু তাৰপিচত প্ৰিন্সেছৰ ফালে মুখ ঘূৰাই বহাৰ পিচৰ পৰা ভ্ৰনস্কি নুঠা পৰ্যন্ত তেওঁৰ পিনে চোৱা নাছিল। শেষ সময়ত তেওঁ এবাৰ চাইছিল সঁচা, কিন্তু তাৰ কাৰণ কোনোবাই বিদায় মাগিলে তেওঁৰ ফালে নোচোৱাটো অভদ্ৰতাৰ লক্ষণ। দেউতাকে ভ্ৰনস্কিৰ লগত এই সাক্ষাৎকাৰৰ প্ৰসঙ্গটো দুনাই উত্থাপন নকৰাৰ কাৰণে কিটিয়ে কৃতজ্ঞতা অনুভৱ কৰিছিল। উভতি অহাৰ সময়ত দেউতাকৰ নম্ৰ ব্যৱহাৰৰ পৰা কিটিয়ে গম পাইছিল যে কিটিৰ ওপৰত দেউতাক খুচী হৈছিল। কিটি নিজেও খুচী হৈছিল, কাৰণ ভ্ৰনস্কিৰ সম্পৰ্কে তেওঁৰ অতীতৰ অনুভূতিৰ স্মৃতিবোৰ তেওঁ মনৰ গভীৰত লুকাই ৰখাৰ শক্তি সংগ্ৰহ কৰিব পাৰিছিল।

কিটিয়ে যেতিয়া ক'লে যে প্ৰিন্সেছ মাৰিয়া বৰিছোভনাৰ ঘৰত ভ্ৰনস্কিৰ লগত তেওঁৰ দেখা হৈছিল, তেতিয়া লেভিন কিটিতকৈও বেছি ৰঙা পৰি উঠিছিল। কিটিৰ পক্ষে লেভিনক কথাটো কোৱা বৰ কঠিন আছিল— আৰু কঠিন হৈছিল ইয়াৰ বিস্তাৰিত বিৱৰণ দিয়া। কাৰণ লেভিনে তেওঁক কোনা প্ৰশ্ন কৰা নাছিল, কেৱল ভ্ৰূ কোঁচাই চাই আছিল তেওঁৰ ফালে।

"তুমি তাত নাছিলা কাৰণে মোৰ বৰ বেয়া লাগিছিল," কিটিয়ে ক'লে। "তাৰ মানে, তোমাক মই একেটা ৰুমৰ ভিতৰতে থকাৰ কথা কোৱা নাই... তুমি তাত থাকিলে মই ইমান স্বাভাৱিক হ'ব নোৱাৰিলোহেঁতেন।... তেতিয়াতকৈ মই এতিয়া বেছি ৰঙা হৈ উঠিছো, বহু বেছি।" কিটিৰ চকুপানী ওলাল, "কিন্তু এটা ফাটেদিও যে তুমি মোক দেখিবলৈ নাপালা!"

কিটিৰ অকপট চকু দুটাই লেভিনক ক'লে যে কিটি নিজাৰ আচৰণত সন্তুষ্ট আৰু এতিয়া তেওঁ ৰঙা পৰি উঠা সত্ত্বেও লেভিনে আশ্বস্ত হৈ তেওঁক প্ৰশ্ন কৰিবলৈ আৰম্ভ কৰিলে আৰু কিটিয়ে কেৱল ইয়াকে বিচাৰিছিল। সমস্ত কাহিনীটো বিশদভাৱে শুনি লেভিনে উচ্ছ্বসিত হৈ ক'লে যে ঘটনাটো ঘটাৰ কাৰণে তেওঁ খুব খুচী হৈছে।... ভৱিষ্যতে ভ্ৰনস্কিৰ লগত সাক্ষাৎ হ'লে তেওঁ তেওঁৰ লগত যথাসম্ভৱ বন্ধুত্বপূৰ্ণ ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰিব।

ঠিক সময়তে লেভিন গৈ ক্লাব পালে। ইয়ালৈ তেওঁ বহুদিন অহা নাছিল। কিন্তু ভিতৰলৈ সোমায়েই তেওঁৰ মনত ভাব হ'ল, ক্লাবৰ সেই পুৰণা পৰিৱেশটোৱে যেন তেওঁক স্বাগতম জনালে— সেই বিশ্ৰাম, শান্তি আৰু শোভনতাৰ পৰিৱেশ।

"আপোনাৰ টুপীটো ছাৰ!"

লেভিনে টুপীটো খুলি থৈ আহিবলৈ পাহৰি গৈছিল। "বহুদিন অহা নাই। যোৱা কালিয়েই আপোনাৰ নাম লিখাই ৰাখিছে প্ৰিন্সে। প্ৰিন্স স্তেপান আৰ্কাদিয়েভিচ এতিয়াও অহা নাই।" চাপ্ৰাচীৰ অনুৰোধ মতে টুপীটো খুলি থৈ বাহিৰৰ ঘৰটো পাৰ হৈ লেভিন ডাইনিং ৰুমৰ ভিতৰত সোমাল। ইতিমধ্যে অতিথিসকল আহি আসন গ্ৰহণ কৰিছিল। মাত্ৰ কেইখনমান আসনহে খালী আছিল। অতিথিসকলৰ মাজত বিভিন্ন ধৰণৰ লোক আছিল— কোনোবা আছিল বৃদ্ধ, কোনোবা যুৱক, কোনোবা নামমাত্ৰ পৰিচিত, কোনোবা ঘনিষ্ঠ। তেওঁলোকৰ মাজত চিন্তিত বা উদ্বিগ্ন মুখ এখনো চকুত পৰা নাছিল। টুপীবোৰৰ লগতে আটায়ে যেন চিন্তা-ভাবনাবোৰ বাহিৰৰ ঘৰত এৰি থৈ আহিছিল। সকলোৱে যেন অৱসৰৰ সময়ত পাৰ্থিৱ আনন্দকণ উপভোগ কৰিবলৈ প্ৰস্তুত হৈছিল। ছেভিয়াজস্কি আৰু শ্চেৰবাৎস্কি, লেভিদোভস্কি আৰু বৃদ্ধ প্ৰিন্স, ভ্ৰন্‌স্কি আৰু কোজনিশেভ— সকলো উপস্থিত আছিল।

"তুমি পলম কৰিলা কিয়?" বৃদ্ধ প্ৰিন্সে মৃদু হাঁহি মাৰি প্ৰশ্ন কৰিলে, "কিটি কেনে আছে?"

"ভালেই আছে; তেওঁলোক তিনিও ঘৰতে খোৱা-বোৱা কৰিব।"

"লেভিন! এইপিনে!" অলপ আঁতৰৰ পৰা তুৰোভৎছিনে মাত লগালে, তেওঁৰ কাষত এজন সামৰিক পোছাক পিন্ধা যুৱক। টেবিলৰ কাষত উল্টা কৰি ৰখা এখন চকী। "চকী দুখন আমি তোমাৰ আৰু অবলনস্কিৰ কাৰণে ৰাখিছো। অবলনস্কি পোনে পোনে ইয়ালৈ গুচি আহিব।"

তুৰোভৎছিনৰ সঙ্গীজনৰ নাম গাগিন, পিটাৰ্ছবুৰ্গৰ পৰা অহা এজন অফিচাৰ। তুৰোভৎছিনে দুয়োজনৰ মাজত পৰিচয় কৰাই দিলে।

"অবলনস্কি সদায় পলমকৈ আহে।"

"সৌৱা! তেওঁ আহিলেই!"

"তোমালোক এতিয়াহে আহিলা নেকি?" অবলনস্কি দ্রুতপদে আগুৱাই আহিল তেওঁলোকৰ পিনে। "তোমাৰ কি খবৰহে! ভদকা ৰাখিছা? আৰে! আহঁা আহঁা!"

অবলনস্কিক অনুসৰণ কৰি এখন বিৰাট টেবুলৰ ওচৰত থিয় হ'ল লেভিন। টেবুলত ভদকাৰ বাহিৰেও আৰু বহুত ৰকমৰ পানীয় আছিল, যাৰ ভিতৰৰ পৰা নিজৰ পছন্দ মতে পানীয় বাছি লোৱাৰ অসুবিধা নাছিল। কিন্তু অবলনস্কিয়ে বিশেষ এটা পানীয় অনাৰ নির্দেশ দিলে আৰু উৰ্দি পিন্ধা এজন চাপ্ৰাচীয়ে তৎক্ষণাৎ তাৰ যোগান ধৰিলে। একো গিলাচকৈ ভদকা পান কৰি টেবুললৈ ঘূৰি আহিল আটায়ে...।

চুৰুহা খাই খাই গাগিনে এবটল শ্চাম্পেন আৰু চাৰিটা গিলাচ অনাৰ নির্দেশ দিলে। লেভিনে প্ৰত্যাখ্যান তো নকৰিলেই বৰং আৰু এবটল অনাৰ নির্দেশ দিলে। তেওঁৰ ভোক লাগিছিল। মনৰ আনন্দত পানভোজন কৰি কৰি তেওঁ সঙ্গীবৃন্দৰ আলাপ-আলোচনাত অংশ গ্ৰহণ কৰিলে। গাগিনে চুটিকৈ পিটাৰ্ছবুৰ্গৰ এটা কাহিনী শুনালে। লেভিনে ইমান জোৰে হাঁহিলে যে আশে পাশে থকা সকলোৱে তেওঁৰ পিনে মূৰ ঘূৰাই চালে।...অবলনস্কিৰ গল্পটোও আমোদজনক আছিল। তাৰপিচত লেভিনেও এটা গল্প শুনালে, সকলোৱে সেইটোও প্ৰশংসা কৰিলে। অৱশেষত সকলোৱে আলোচনা কৰিবলৈ ধৰিলে কেনেকৈ ভ্ৰনস্কিৰ 'এটলাছে' ভীষণ দক্ষতা সহকাৰে ঘোঁৰদৌৰত প্ৰথম পুৰস্কাৰটো লাভ কৰিলে সেই বিষয়ে।

"আৰে, তেওঁলোক দেখোন তাতেই আছে!" চকীত হেলান দি ভ্ৰনস্কিৰ ফালে হাত আগবঢ়াই দিলে অবলনস্কিয়ে।

ভ্ৰনস্কিৰ মুখত আনন্দৰ জিলিকনি আৰু লগৰ কৰ্নেলজনৰ মুখতো খুচীৰ হাঁহি। অবলনস্কিৰ কান্ধত হাতখন ৰাখি ভ্ৰনস্কিয়ে কানে কাণে যেন কিবা এটা ক'লে। তাৰপিচত সুস্মিত মুখে হাতখন আগবঢ়াই দিলে লেভিনৰ ফালে, "আপোনাৰ লগত দেখা হৈ পৰম আনন্দিত হ'লো!"

"আমি এইমাত্ৰ আপোনাৰ ঘোঁৰাটোৰ কথা কৈছিলো," লেভিনে ক'লে, "অভিনন্দন জনাইছো।"

"আপুনিও বাজিত ঘোঁৰা নাৰাখে জানো?"

"নাই, মোৰ পিতাইহে ৰাখিছিল। অৱশ্যে তেওঁৰ ঘোঁৰাশালৰ কথা মোৰ মনত আছে। গতিকে সেই বিষয়ে মোৰ যৎসামান্য জ্ঞান আছে।"

"তোমালোকে ক'ত বহি খালা?" অবলনস্কিয়ে সুধিলে।

"সৌৱা স্তম্ভবোৰৰ আনটো ফালত—দ্বিতীয় খন টেবিলত।"

"তেওঁৰ ঘোঁৰাৰ যেনেকুৱা কপাল, মোৰো তাচৰ খেলাত যদি তেনেকুৱা কপাল হ'লহেঁতেন!" ওখ কৰ্নেলজনে ক'লে। "নাই, মই আৰু মূল্যবান সময়খিনি নষ্ট কৰোঁ কিয়? মই তেনেহ'লে নৰকপুৰীলৈ যাও!" কৰ্নেল গুচি গ'ল।

"সেইজন ইয়াশভিন," তুৰোভৎছিনৰ প্ৰশ্নৰ উত্তৰত ভ্ৰনৃস্কিয়ে ক'লে। তাৰপিচত তেওঁৰ কাষৰ খালী চকীখনত বহি এগিলাচ সুৰা পান কৰিলে। ক্লাবৰ সাধাৰণ পৰিবেশৰ কাৰণেই হওক বা মদ্যপানৰ প্ৰভাৱতেই হওক— লেভিনে ভ্ৰনস্কিৰ লগত পশু—প্ৰজনন সম্পৰ্কে বহু কথাই ক'লে আৰু এই কথাটো ভাবি খুচী হ'ল যে মানুহজনৰ সম্পৰ্কে তেওঁ অলপো বিৰূপতা অনুভৱ কৰা নাই। এনেকি অন্যান্য কথাৰ মাজতো ভ্ৰনৃস্কিক তেওঁ এই কথাও জনালে যে তেওঁ তেওঁৰ স্ত্ৰীৰ মুখৰ পৰা শুনিছে, প্ৰিন্সেছ মাৰিয়া বৰিছোভনাৰ ঘৰত ভ্ৰনৃস্কিৰ লগত তেওঁৰ দেখা হৈছিল।

অবলনস্কিয়ে ভ্ৰনস্কিক ক'লে,"আজি পৰ্যন্ত আনাৰ লগত লেভিনৰ যে দেখাদেখি হোৱা নাই, সেই কথা তুমি জানা নে নাজানা? পোন প্ৰথমতে মই লেভিনক লৈ গৈ আনাৰ লগত পৰিচয় কৰাই দিব খোজো। বলাহে লেভিন, যোৱা যাওক!"

"আপোনাক দেখি তেওঁ বৰ খুচী হ'ব," ভ্ৰনৃস্কিয়ে ক'লে। "মই এতিয়া ঘৰলৈ যোৱা উচিত আছিল। কিন্তু ইয়াশভিনক লৈ মই বৰ চিন্তাত পৰিছো, তেওঁৰ তাচ খেলা শেষ নোহোৱা পৰ্যন্ত মই ইয়াতে থাকিব খোজো।"

"কিয়, তেওঁ হাৰিছে নেকি?"

"তেওঁ সকলো সময়তে হাৰে আৰু বন্ধু-বান্ধৱসকলৰ মাজত একমাত্ৰ ময়েই তেওঁক চম্ভালি ৰাখিব পাৰো।"

"তেনেহ'লে বলা, আনাৰ তালৈ যোৱা যাওক। স্তেপান আৰ্কাদিয়েভিচে লেভিনৰ হাতখন চেপি ধৰিলে, "মই বহুদিন আগতেই তেওঁক কথা দিছিলো, তোমাক লৈ যাম। আজিৰ সন্ধ্যাটো তুমি আন ক'ৰবাত কটোৱাৰ কথা আছিল নেকি?"

"নাই, তেনেকুৱা কোনো কথা নাই।" লেভিনে ক'লে, "ঠিক আছে, বলা।"

স্তেপান আৰ্কাদিয়েভিচৰ গাড়ীত উঠি গৈ থাকোতে লেভিনে ভাবিছিল আনাৰ লগত দেখা কৰিবলৈ যোৱাটো ঠিক হৈছে নে নাই। কিটিয়ে কি ভাবিব, কোনে জানে? অবলনস্কিয়ে অৱশ্যে তেওঁক চিন্তা কৰিবৰ কাৰণে অৱকাশ দিয়া নাছিল। অনৰ্গল কৈছিল, "তুমি তেওঁৰ লগত আলাপ কৰিবলৈ ওলোৱাৰ কাৰণে মই বৰ আনন্দিত হৈছো। ডলিয়েও বহুদিন ধৰি ইয়াৰ কাৰণে বাট চাই আছিল। লেভভেও মাজে সময়ে তেওঁক দেখা কৰিবলৈ যায়। আনা মোৰ ভনী হ'লেও মই ক'বলৈ দ্বিধাবোধ নকৰোঁ যে তেওঁ এগৰাকী অসাধাৰণ মহিলা, অৱশ্যে তুমি তাক নিজেই গম পোৱা। কিন্তু তেওঁৰ অৱস্থা অতি দুঃসহ, বিশেষকৈ এতিয়া।"

"বিশেষকৈ এতিয়া কিয়?"

"আমি তেওঁৰ স্বামীৰ লগত বিচ্ছেদ সম্পৰ্কে কথা-বতৰা পাতিছো। তেওঁৰ সন্মতি আছে, কিন্তু মস্কিল হৈছে তেওঁৰ ল'ৰাটোক লৈ। ফলত যিটো কথা বহুদিন আগতেই হৈ যোৱা উচিত আছিল, আজি তিনি মাহেও তাৰ একো মীমাংসা হোৱা নাই। বিচ্ছেদৰ অনুমতি পালে আনাই ভ্ৰনৃস্কিক বিয়া কৰাব। কি যে অৰ্থহীন আজিকালিৰ এই আইন-কানুনবোৰ। আজিকালি কোনেও এইবোৰ বিশ্বাস নকৰে— এইবোৰ কেৱল

মানুহৰ সুখৰ পথত কণ্টকস্বৰূপ। অৱশ্যে সেইটো হৈ গ'লে আনাৰ অৱস্থাটো তোমাৰ মোৰ দৰেই স্বাভাৱিক হৈ উঠিব।"

"মস্কিলটো কি?"

"সেইটো এটা দীঘল আৰু ক্লান্তিকৰ কাহিনী। বিচ্ছেদৰ প্ৰতীক্ষাত আনা আজি তিনিমাহে মস্কোত আছে, য'ত সকলোৱে তেওঁক চিনে। তেওঁ ক'লৈকে নাযায় আৰু ডলিৰ বাহিৰে আনাই কোনো মহিলাকে দেখা নকৰে। কাৰণটো তুমি বুজিব পাৰিছাই। তেওঁ নিৰ্বিচাৰে কোনেও কৰুণা পৰবশ হৈ তেওঁক দেখা কৰিবলৈ আহক। আনাৰ সলনি আন কোনোবা মহিলা হোৱাহেঁতেন ভাৰিয়েই নাপালেহেঁতেন, নিজকে লৈ কি কৰিব। কিন্তু আনাই... তুমি নিজেই দেখিবা, কেনেকৈ তেওঁ নিজৰ জীৱনটো সুশৃঙ্খলিত কৰি ৰাখিছে। তেওঁ কিমান শান্ত, কিমান সম্ভ্ৰমী। গাড়ীৰ খিড়িকীৰে মুখ উলিয়াই অবলনস্কিয়ে চালকক নিৰ্দেশ দিলে, "বাওঁফালে গীৰ্জাৰ সন্মুখেদি সৰু ৰাস্তাটোৰে।"

"তেওঁৰ এজনী সৰু ছোৱালী আছে। তেওঁ নিশ্চয় তাইৰ লগতে ব্যস্ত থাকে?" লেভিনে প্ৰশ্ন কৰিলে।

"মোৰ বিশ্বাস তুমি প্ৰতিজনী মহিলাকে কেৱল এজনী নাৰী বুলি ভাবা, অকল ল'ৰা-ছোৱালীক লৈয়ে ব্যস্ত থকা বুলি ভাবা, নহয় নে?" অবলনস্কিয়ে ক'লে, "আনাই ছোৱালীটিক সুন্দৰভাৱেই ডাঙৰ কৰি তুলিছে। কিন্তু প্ৰথমতে তেওঁ ব্যস্ত থাকে তেওঁৰ কিতাপক লৈ । তুমি উপহাস কৰিছা, কিন্তু তেওঁ ল'ৰা-ছোৱালীবিলাকৰ কাৰণে এখন সুন্দৰ কিতাপ লিখিছে। পাণ্ডুলিপিটো ভৰকুয়েভক দিছে। তেওঁ এজন প্ৰকাশক আৰু মই ভাবো তেওঁ এজন লেখকো। তেওঁ কৈছে, লেখাটো চমৎকাৰ হৈছে। তুমি ভাবিছা আনা পূৰামাত্ৰাই এজনী লিখিকা— নহয় জানো? মুঠেই নহয়। সৰ্বোপৰি মনে-প্ৰাণে তেওঁ এজনী নাৰী। এতিয়া তেওঁ এজনী সৰু ইংৰাজ ছোৱালী তেওঁৰ লগত ৰাখিছে, সিহঁতৰ গোটেই ঘৰখনকে তেওঁ চোৱা-চিতা কৰে।"

"তেখেতে জানো জনহিতকৰ কাম কৰে?"

"তুমি প্ৰতিটো বস্তুকে বেয়া চকুৰে চোৱাহে। এইটো জনহিতৈষণাৰ কথা নহয়, এইটো অন্তৰৰ কথা। তেওঁলোকৰ, মানে ভ্ৰন্স্কিৰ, এজন ইংৰাজ প্ৰশিক্ষক আছিল। তেওঁ নিজৰ কামত ওস্তাদ, কিন্তু অত্যন্ত মাতাল। মদে তেওঁক ধ্বংস কৰিছে, পৰিয়ালটোক পথৰ ভিখাৰী কৰিছে, আনাই সিহঁতক সাহায্য কৰে, গোটেই পৰিয়ালটো এতিয়া তেওঁৰ আশ্ৰয়ত। এইটো কেৱল দয়া কৰাৰ কথাই নহয়, টকা দিয়াৰ কথাই নহয়, ল'ৰা-ছোৱালীবিলাকৰ জিমনাছিয়ামত ভৰ্তি কৰাৰ কাৰণে আনাই নিজেই সিহঁতক ৰুছ ভাষা শিকাইছে আৰু ছোৱালীজনীক ৰাখিছে নিজৰ লগত। বলা, তেওঁক এতিয়াই দেখিবলৈ পাবা।"

গাড়ীখন ইতিমধ্যে সদৰ দৰজালৈ আহি থিয় হৈছিল। এজন পৰিচাৰকে ঘণ্টাৰ শব্দ শুনি দৰজাখন মেলি দিলে। গৃহকৰ্ত্ৰী আছেনে নাই, সেই কথা নুসুধি অবলনস্কি হলঘৰৰ ভিতৰলৈ সোমাই গ'ল। তেওঁক অনুসৰণ কৰি গালিচা পৰা চিঁড়িটোৰে লেভিনো

ওপৰলৈ উঠিবলৈ ধৰিলে। চিঁড়িৰ মূৰত এজন চাপ্ৰাচীয়ে অবলনস্কিক অভিবাদন কৰি জনালে, আনা আৰ্কাদিয়েভনা ভৰকুয়েভৰ লগত আছে।

"তেওঁলোক ক'ত আছে?"

"পঢ়া ঘৰত, ছাৰ"

সৰু ডাইনিং ৰূমটোৰ কোমল গালিচাৰ ওপৰেদি গৈ অবলনস্কি আৰু লেভিন পঢ়া ঘৰটোৰ ভিতৰত সোমাল। ডাঙৰ ঘেৰাটোপ লগোৱা এটা মাত্ৰ লেম্পৰ পোহৰেৰে ঘৰটো ঈষৎ আলোকিত দেৱালত আঁৰি থোৱা প্ৰতিফলক লগোৱা এটা লেম্পৰ ৰশ্মি পূৰ্ণ দৈৰ্ঘ্যৰ প্ৰতিকৃতি এটাৰ ওপৰত পৰিছে। প্ৰতিকৃতিটোৱে লেভিনৰ দৃষ্টি আকৰ্ষণ কৰিলে। প্ৰতিকৃতিটো আনাৰ, ইটালীত মিখাইলোভে অঁকা। অবলনস্কি স্ক্ৰিনৰ সিটো ফাললৈ যোৱাৰ লগে লগে জনৈক পুৰুষৰ কণ্ঠস্বৰ বন্ধ হ'ল আৰু লেভিনে বিস্ময়াবিষ্ট হৈ প্ৰতিকৃতিটোৰ ফালে চাই থাকিল। কোনো প্ৰকাৰে চকু ঘূৰাই আনিব পৰা নাছিল। তেওঁৰ মনত খেলাইছিল, সেইটো যেন ছবি নহয়— সেইটো প্ৰাণময়ী এক অপৰূপা নাৰী— মূৰত কেঁকোৰা-কেঁকুৰি ক'লা চুলি, অবাৰিত কান্ধ আৰু বাহুদ্বয়, ওষ্ঠাধৰত চিন্তামগ্ন মিচিকি হাঁহি, লেভিনৰ ফালে চাই আছে বিজয়িনীৰ স্নিগ্ধ দৃষ্টিৰে, যাৰ কাৰণে তেওঁ অস্বস্তিবোধ কৰিছিল। এইজনী নাৰী কেৱল জীৱিতা নহয়। সেই কাৰণে যি কোনো জীৱিতা নাৰী ইমান সুন্দৰী হ'ব নোৱাৰে।

"মই আনন্দিত হৈছো।" হঠাৎ কোনোবাই তেওঁক সম্বোধন কৰি মতা শুনিলে আৰু যিজনী নাৰীৰ ছবি দেখি তেওঁ মুগ্ধ হৈছিল সেইজনী নাৰীৰে যে সেই কণ্ঠস্বৰ তাক তেওঁ বুজি পালে। লেভিনে বুজিলে বাস্তৱত মহিলাজনী কিছু কম দীপ্তিময়ী। কিন্তু তেওঁৰ মাজত এনেকুৱা এটা সতেজ ভঙ্গিমা আৰু সম্মোহন শক্তি আছে যি সেই ছবিটোৰ মাজত নাই।

"মই আনন্দিত হৈছো, অতি আনন্দিত" পুনৰাবৃত্তি কৰিলে আনাই। তেওঁৰ মুখৰ পৰা ওলোৱা এই সাধাৰণ শব্দ কেইটাই লেভিনৰ কৰ্ণকুহৰলৈ যেন এক বিশেষ অৰ্থ বহন কৰি আনিলে। "মই বহুদিনৰ পৰা আপোনাক জানো, স্তিভাৰ লগত আপোনাৰ বন্ধুত্ব আৰু আপোনাৰ স্ত্ৰীৰ কাৰণেও ভালপাওঁ আপোনাক...মই তেওঁক অলপ সময়ৰ কাৰণে দেখিছো, —অপৰূপ এটি ফুল, ঠিক ফুলৰ ছাপকেই এৰি থৈ গৈছে তেওঁ মোৰ মনত। আৰু শীঘ্ৰেই হেনো তেওঁ মা হ'বলৈ ওলাইছে!"

সহজ সৰল ভাৱে আৰু ধীৰে ধীৰে কথা কৈছিল আনাই। লেভিনে স্বস্তি অনুভৱ কৰিছিল। তেওঁৰ মনত ভাব হৈছিল আনাক যেন তেওঁ শিশুকালৰ পৰাই জানে।

"সেইকাৰণেই আমি এলেক্সিৰ পাঠঘৰত বহিছো" অবলনস্কিয়ে ধূমপান কৰিব পৰা যাবনে বুলি কৰা প্ৰশ্নৰ উত্তৰত আনাই ক'লে,"মানে, যাতে আমি ধূমপান কৰিব পাৰো।" লেভিনৰ ফালে এবাৰ অনুসন্ধিৎসু দৃষ্টিক চাই– তেওঁ ধূমপান কৰিব নে নাই তাক নোসোধাকৈ কাছৰ খোলাৰ বাকচ এটাৰ পৰা আনাই এটা চিগাৰেট উলিয়াই ল'লে।

লেভিনে ছবিটোৰ পিনে চাই থকা দেখি অবলনস্কিয়ে প্ৰশ্ন কৰিলে, "ছবিটো অপূৰ্ব নহয় জানো?"

"ইয়াতকৈ ভাল ছবি আজি পৰ্যন্ত মই দেখা নাই।"

"আৰু অসাধাৰণ সাদৃশ্য নাই জানো?" ভৰকুয়েভে ক'লে।

ক্ৰমশ আলোচনাৰ ধাৰা শিল্পকলাত নতুন প্ৰৱণতাৰ ফালে ঢাল খায় আৰু তেওঁলোকে এজন ফৰাচী শিল্পীৰ বাইবেল সচিত্ৰকৰণ সম্পৰ্কে আলোচনা কৰে। বাস্তৱবাদক স্থূল ৰুক্ষতাৰ সীমাৰ মাজলৈ লৈ যোৱাৰ কাৰণে ভৰকুয়েভে শিল্পী গৰাকীক আক্ৰমণ কৰে। লেভিনৰ মতে ফৰাচীসকলে আন সকলৰ তুলনাত চলিত ৰীতি প্ৰকৰণক বহু দূৰলৈ টানি লৈ গৈছে আৰু তাৰ ফলস্বৰূপে বাস্তৱবাদক পুনৰ স্বাগত জনাইছে।

"একেবাৰে খাঁটি কথা," ভৰকুযেভে মন্তব্য কৰে।

"তুমি তেন্তে ক্লাবত আছিলা?" ভাযেকৰ ফালে চাই প্ৰশ্ন কৰে আনাই।

নিজকে সম্পূৰ্ণ বিস্মৃত হৈ লেভিনে তেতিয়া অপলক নেত্ৰে চাই আছিল আনাৰ অপৰূপ মুখৰ ফালে। ভায়েকক তেওঁ কি কৈছিল, তাক লেভিনে শুনিবলৈ পোৱা নাছিল। কিন্তু তেওঁৰ অভিব্যক্তিৰ পৰিৱৰ্তন দেখি বিস্মিত হৈ উঠে তেওঁ। এক মুহূৰ্তৰ আগতে যিখন মুখ আছিল সুন্দৰ আৰু প্ৰশান্ত এতিয়া তাত দেখা গ'ল এক বিচিত্ৰ কৌতূহল, ক্ৰোধ আৰু অহঙ্কাৰৰ ছাযা! কিন্তু সি আছিল কেৱল এক নিমিষৰ কাৰণে। চকু দুটা মুদাৰ দৰে কৰি যেন কিবা এটা মনত পেলাবলৈ চেষ্টা কৰে তেওঁ। তাৰপিচত ইংৰাজ ছোৱালীজনীক কয়,"বৈঠকখানাত চাহ দিবলৈ কোৱাঁ।"

ছোৱালীজনী উঠি ঘৰৰ পৰা ওলাই যায।

"তাই জানো পৰীক্ষাত পাছ কৰিছে?" অবলনস্কিয়ে জানিব বিচাৰে।

"অঁ, ভালেই কৰিছে। তাই বৰ বুধিয়ক, স্বভাৱটোও মিঠা।"

"শেষত গৈ তুমি নিজৰ ছোৱালীতকৈও তাইকে বেছি ভাল পাবা।"

"সেইটো মতা মানুহৰহে কথা। ভাল পোৱাৰ কম-বেছি বুলি একো নাই। মোৰ ছোৱালীজনীক মই একপ্ৰকাৰে ভাল পাওঁ, এই ছোৱালীজনীক অন্য এক প্ৰকাৰে।"

"মই এইমাত্ৰ আনা আৰ্কাদিয়েভনাক কৈছিলো," ভৰকুয়েভে কৈ যায়,"এই ইংৰাজ ছোৱালীজনীৰ লগত তেখেতে যি শক্তি ব্যয় কৰিছে, তাৰ একশ ভাগৰ এভাগো যদি ৰুছ শিশুসকলৰ মাজত শিক্ষা বিস্তাৰৰ কামত ব্যয় কৰিলেহেঁতেন, তেনেহ'লে এটা বৰ ডাঙৰ প্ৰয়োজনীয় কাম কৰা হ'লহেঁতেন।"

"আপোনাৰ যি খুচী তাকেই কওক, কিন্তু মই সেইটো কৰিব নোৱাৰিম। কাউন্ট এলেক্সি কিৰিলিচে গাঁৱৰ স্কুলটোৰ ফালে চকু দিবৰ কাৰণে মোক জোৰকৈ অনুৰোধ কৰিছিল। কেইবাৰমান মই তালৈ গৈছিলো। ল'ৰা-ছোৱালীবিলাকো বৰ ভাল। কিন্তু কামটো কৰিবলৈ মোৰ মন নগ'ল। আপুনি শক্তিৰ কথা কৈছিল... শক্তিৰ উৎস হৈছে ভালপোৱা আৰু ভালপোৱা আহে স্বেচ্ছাই— তাক জোৰ কৰি আনিব নোৱাৰি। এই ছোৱালীটিক মই ভাল পাই পেলাইছো... কিন্তু কিয় তাক মই নিজেই নাজানো।"

আনাই লেভিনৰ ফালে চায়। তেওঁৰ হাঁহি আৰু দৃষ্টিয়ে লেভিনক জনাই দিয়ে, কথাবোৰ তেওঁ কেৱল লেভিনক উদ্দেশ কৰিয়ে কৈছে।

"মই সেইটো ভালকৈ বুজিব পাৰিছো," লেভিনে উত্তৰ দিয়ে। "সেই ধৰণৰ এটা স্কুল বা প্ৰতিষ্ঠানত মন-প্ৰাণ ঢালি দিয়া নহয়। দাতব্য প্ৰতিষ্ঠানবোৰত এই কাৰণেই কেতিয়াও ভাল ফল পোৱা নাযায় বুলি মোৰ বিশ্বাস।"

আনাই কিছুসময় নীৰৱে থাকি এটা হাঁহি মাৰে। তাৰপিচত লেভিন আৰু ভৰকুয়েভক চাহ খাবৰ কাৰণে বৈঠকখানালৈ পঠাই দি ভায়েকৰ লগত যেন কিবা এটা বিষয়ে কথা পাতে।...

চাহ খোৱাৰ সময়তো কথা-বাৰ্তাৰ বিৰতি হোৱা নাছিল। লেভিনে তেওঁলোকৰ মাজত হোৱা কথাবোৰ শুনি শুনি মুগ্ধ আৰু বিস্মিত হৈ আনাক লক্ষ্য কৰিছিল- মুগ্ধ হৈছিল আনাৰ ৰূপ, বুদ্ধি, সুসংস্কৃত মন আৰু গভীৰতাৰ পৰিচয় পাই। অথচ মনে মনে তেওঁ আনাৰ কাৰণে দুখ অনুভৱ কৰিছিল। তেওঁৰ মনত ভয় হৈছিল, ভ্ৰনস্কিয়ে হয়তো সম্পূৰ্ণৰূপে তেওঁক বুজিব পৰা নাই...।

এঘাৰ বজাত অবলনস্কি যেতিয়া যাবলৈ ওলাল (ভৰকুয়েভ আগতেই গৈছিল) তেতিয়া লেভিনৰ মনত ভাব হ'ল, তেওঁ যেন এইমাত্ৰ ইয়ালৈ আহিছে।... বিষণ্ণ মনে উঠি থিয় হ'ল তেওঁ।

"বিদায়।" আনাই লেভিনক ক'লে, "আপোনাৰ স্ত্ৰীক গৈ ক'ব— মই তেওঁক আগৰ দৰেই ভাল পাওঁ। তেওঁ যদি মোৰ পৰিস্থিতিটোক ক্ষমা নকৰে, তেনেহ'লে যেন কোনোদিনে তাক ক্ষমা নকৰে, এয়ে মোৰ কামনা। কাৰণ ক্ষমা কৰিব লাগিলে মই যি পথ অতিক্ৰম কৰি আহিছো, তেৱোঁ সেই পথ অতিক্ৰম কৰি আহিব লাগিব। ঈশ্বৰে যেন তাৰ পৰা তেওঁক ৰেহাই দিয়ে।"

ঘৰলৈ উভতি আহি কিটিক বিষণ্ণ মনে বহি থকা দেখিলে লেভিনে। তিনিওজনী ভনীয়েকে একেলগে হাঁহি-ধেমালিৰ মাজত খোৱা-বোৱা কৰি লেভিনক অপেক্ষা কৰি আছিল। কিন্তু পিচত দুই ভনীয়েক শুচি যায় আৰু কিটি অকলে বহি থাকে।

"কি কৰিছিলা তুমি?" চিধাচিধি লেভিনৰ মুখৰ ফালে চাই প্ৰশ্ন কৰিলে কিটিয়ে। তাৰপিচত লেভিনে কিবা কথা লুকাব পাৰে বুলি ভাবি হাঁহিৰ মুখাৰে মুখখন ঢাকি লেভিনৰ কথা শুনিবলৈ ধৰিলে, কি ভাবে তেওঁ সন্ধ্যাটো কটাইছে।

"ভ্ৰন্‌স্কিক লগ পাই সঁচাকৈয়ে মই বৰ আনন্দ পাইছো। অৱশ্যে মই পাৰ্যমানে তেওঁক এৰাই চলিবৰ চেষ্টা কৰিম, কিন্তু..." লেভিনৰ মনত পৰিল, "এৰাই চলিবৰ চেষ্টা" কৰিবলৈ গৈ যে তেতিয়াই আনাৰ লগত দেখা কৰিবলৈ গৈছিল... ৰঙা পৰি উঠিল লেভিন। "আমি খেতিয়কসকলৰ মদ খোৱাৰ বিষয়ে আলোচনা কৰিছিলো। কিন্তু আমি সঁচাকৈয়ে নাজানো, কোনে বেছি মদ খায়— সাধাৰণ মানুহে নে আমাৰ শ্ৰেণীৰ লোকে? খেতিয়কসকলে ছুটীৰ সময়ত মদ খায়, তথাপি..."

খেতিয়কসকলৰ মদ্যপানৰ অভ্যাস সম্পৰ্কে কোনো তত্ত্বালোচনাত কিটিৰ আগ্ৰহ নাছিল। লেভিনৰ মুখখন ৰঙা পৰি উঠাটো তেওঁ লক্ষ্য কৰিছিল আৰু তাৰ কাৰণটো তেওঁ জানিবলৈ বিচাৰিছিল।

"তাৰ পিচত ক'লৈ গৈছিলা?"

"স্তিভাই মোক বৰকৈ অনুৰোধ কৰিছিল আনা আৰ্কাদিয়েভনাৰ ওচৰলৈ গৈ দেখা কৰাৰ কাৰণে।"

কথাটো কৈ আৰু বেছিকৈ ৰঙা পৰি উঠে লেভিন আৰু আনাৰ লগত দেখা কৰিবলৈ গৈ তেওঁ ঠিক কৰিছে নে নাই, সেই প্ৰশ্নৰো সমাধান হৈ যায়। লেভিনে অনুভৱ কৰে, তালৈ তেওঁৰ যোৱাটো উচিত হোৱা নাই। সিপিনে আনাৰ নাম শুনা মাত্ৰকে কিটিয়ে মুখখন ওলোমাই দিয়ে। কিন্তু প্ৰাণপণে চেষ্টা কৰি নিজকে সংযত কৰি মনৰ উত্তেজনা লুকাই ৰাখে।

"মই জানো, তালৈ যোৱাৰ কাৰণে তুমি নিশ্চয় মোক খং নকৰবা;" লেভিনে ক'লে।

"নাই নাই!" কিটিয়ে ক'লে।

"তেওঁ বৰ ভাল, অতি সুন্দৰ, কিন্তু অতি অভাগিনী এক নাৰী।"

"নিশ্চয় সেইটো হয়।"

কিটিৰ শান্ত কণ্ঠস্বৰত আশ্বস্ত হৈ লেভিন পোছাকপাতি সলাবলৈ গ'ল।

ঘূৰি আহি দেখে যে কিটি একেৰকমেই বহি আছে। লেভিনৰ ফালে চাই তেওঁ ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে।

"কি হ'ল? কি হ'ল?" আগতে জনা সত্ত্বেও লেভিনে প্ৰশ্ন কৰে।

"তুমি সেই বদ্ মানুহজনীৰ প্ৰেমত পৰিছা। তেওঁ তোমাক যাদু কৰিছে। তোমাৰ চকুত সেই কথা ফুটি উঠিছে। কি হ'ব ইয়াৰ পৰিণাম? তুমি ক্লাবলৈ গৈ মদ খাইছা... মদ খাইছা আৰু জুৱা খেলিছা, তাৰপিচত আৰু কাৰো ওচৰলৈ নহয়, গৈছা তেওঁৰ ওচৰলৈ। নাই, মই ইয়াৰ পৰা গুচি যাম, কাইলৈয়ে গুচি যাম।"

বহু সময় পিচত স্ত্ৰীক শান্ত কৰিবলৈ সমৰ্থ হয় লেভিন। শান্ত কৰিলে এই কথা স্বীকাৰ কৰি যে আনাৰ প্ৰতি অনুকম্পা আৰু সুৰাপানৰ মাত্ৰাধিক্যৰ কাৰণে তেওঁ আনাৰ চাতুৰীত বশীভূত হৈ পৰে আৰু এতিয়াৰ পৰা তেওঁ আনাক এৰাই চলিব। লেভিনে আন্তৰিকতা সহকাৰে এই কথা স্বীকাৰ কৰে যে বহুদিন ধৰি মস্কোৰ এই কৰ্মহীন জীৱনে— কেৱল পান, ভোজন আৰু আড্ডাই তেওঁক নীতিভ্ৰষ্ট কৰি তুলিছিল। নিশা তিনিবজালৈ তেওঁলোকে কথা-বতৰা পাতিছিল। অৱশেষত তেওঁলোকৰ মনৰ পৰা বিৰোধ ভাব আঁতৰি গৈছিল আৰু তেতিয়াহে দুয়ো শান্তি মনে শুব পাৰিছিল।

অতিথিসকলক বিদায় দি আনাই ঘৰৰ ভিতৰতে ইফাল সিফাল কৰিবলৈ ধৰিলে। যদিও নিজৰ অজ্ঞাতে তেওঁ লেভিনৰ অন্তৰত এক প্ৰেমৰ অনুভূতি জগাই তুলিবলৈ

চেষ্টা কৰিছিল— আজিকালি সকলো যুৱকৰ লগতে এইটো কৰা তেওঁৰ অভ্যাসত পৰিণত হৈছে— আৰু যদিও তেওঁ জানিছিল যে এজন সন্মানিত তথা বিবাহিত মানুহৰ লগত এটি সন্ধ্যাত যিমানখিনি সম্ভৱ তেওঁ সিমানখিনিয়েই সফল হৈছে-— আৰু যদিও মানুহজনক তেওঁৰ খুব পছন্দ হৈছে (পৌৰুষৰ ফালৰ পৰা ভ্ৰনস্কি আৰু লেভিনৰ মাজত আকাশ-পাতাল প্ৰভেদ থকা সত্ত্বেও, নাৰী হিচাপে আনাই তেওঁলোক দুজনাৰ মাজত সাধাৰণ বৈশিষ্ট্য দেখিবলৈ পাইছে— যাৰ কাৰণে কিটিও তেওঁলোক দুজনৰ লগত প্ৰেমত পৰিছিল), তথাপি লেভিন গুচি যোৱাৰ পিচৰ পৰা আনাই তেওঁৰ বিষয়ে একো চিন্তা কৰা নাছিল।

নানা আকাৰত কেৱল এটা চিন্তাই তেওঁক বিচলিত কৰিছিল ঃ "আনৰ ওপৰত, উদাহৰণ স্বৰূপে এই বিবাহিত, স্ত্ৰীৰ অনুৰাগী এই মানুহজনৰ ওপৰত মই যদি ইমান প্ৰভাৱ পেলাব পাৰো, তেনেহ'লে মোৰ প্ৰতি 'তেওঁ' কিয় ইমান বীতস্পৃহ? নহয়, ঠিক বীতস্পৃহ নহয়, মোক তেওঁ ভাল পায়, মই তাক জানো, কিন্তু আমাৰ মাজত যেন এটা ব্যৱধান গঢ়ি উঠিছে। গোটেই সন্ধ্যাটো তেওঁৰ দেখা-দেখি নাই কিয়? স্তিভাক তেওঁ ক'বলৈ কৈছে যে ইয়াশভিনক এৰি তেওঁ আহিব নোৱাৰিব, ইয়াশভিনে যিমান সময় খেলিব সিমান সময় তেওঁ তেওঁৰ ওপৰত নজৰ ৰাখিব লাগিব। ইয়াশভিন জানো সৰু ল'ৰা? কিন্তু ধৰা যাওক কথাটো সত্য, কাৰণ তেওঁ কেতিয়াও মিছা কথা নকয়। তেন্তে এই সত্যৰ মাজতো আন এটা সত্য আছে। অন্য কিবা দায়িত্ব তেওঁৰ আছে আৰু ইয়াক দেখুৱাবৰ সুযোগ পাই তেওঁ খুচী হৈছে। মই জানো, তেওঁৰ আন কামো আছে,... মই তাক স্বীকাৰ কৰিছো। কিন্তু মোৰ ওচৰত তেওঁ সেইটো প্ৰমাণ কৰিব লাগে কিয়? তেওঁ মোক বুজাবলৈ বিচাৰে যে মোৰ প্ৰতি তেওঁৰ প্ৰেমে তেওঁৰ স্বাধীনতা হস্তক্ষেপ নকৰে। কিন্তু মোৰ কোনো প্ৰমাণৰ দৰকাৰ নাই, মোৰ প্ৰয়োজন কেৱল প্ৰেম। তেওঁ বুজা উচিত, মস্কোত মোৰ এই জীৱন— যদি ইয়াক জীৱন বোলা হয়— কি অসহনীয় হৈ উঠিছে। মই মাথোন এটা সমাধানৰ অপেক্ষাত কাল কটাইছো, যিটো ক্ৰমশ কেৱল পিছুৱাই গৈছে। এতিয়াও কোনো উত্তৰ নাই। স্তিভাই কৈছে, তেওঁ দুনাই এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ লগত দেখা কৰিবলৈ যাব নোৱাৰিব। ময়ো তেওঁলৈ পুনৰ চিঠি লিখিব নোৱাৰিম। মই একো কৰিব নোৱাৰো, মই একো আৰম্ভ কৰিব নোৱাৰো, মই একো পৰিৱৰ্তন কৰিব নোৱাৰো; মই নিজকে ভিতৰত আবদ্ধ কৰি ৰাখিছো, মই সময় কটাবৰ কাৰণে উপায় বিচাৰি আছো— যেনে এই ইংৰাজ পৰিয়ালটো, মোৰ লেখা, পঢ়া— কিন্তু এই সকলোবোৰেই আত্মপ্ৰতাৰণা, এই সকলোবোৰেই সেই মাৰ্ফিয়া। মোৰ কাৰণে তেওঁৰ মায়া জন্মা উচিত"— মনে মনে ভাবিলে আনাই, গম পাইছিল যে আত্মকৰুণাৰ অশ্ৰুজল তেওঁৰ দুনয়নত জমা হৈ উঠিছে।

হঠাৎ সদৰ দৰজাত ভ্ৰনস্কিৰ ঘন্টাৰ শব্দ শুনি তেওঁ লৰালৰিকৈ চকুপানী মচিলে। অকল চকুপানীয়ে মচা নহয়, প্ৰশান্তিৰ ভাও জুৰি লেম্পৰ ওচৰত বহি এখন কিতাপ

পঢ়িবলৈ ল'লে। ভ্ৰনস্কিক তেওঁ দেখুৱালে যে তেওঁ সময়মতে নহাৰ কাৰণে তেওঁ অসন্তুষ্ট হৈছে। কোনো কাৰণতে তেওঁ নিজৰ দুখ আৰু আত্মকৰুণাৰ কথা তেওঁক নেদেখুৱাব। নিজকে তেওঁ কৰুণা কৰিব পাৰে, কিন্তু ভ্ৰন্‌স্কিয়ে তেওঁক কৰুণা কৰিব, এই কথা কোনা মতে হ'ব নোৱাৰিব। সংঘৰ্ষ তেওঁ বিচৰা নাছিল, ভ্ৰন্‌স্কিয়ে সংঘৰ্ষ বিচৰাৰ কাৰণে তেওঁক দোষাৰোপ কৰিছিল। কিন্তু অজ্ঞাত সাৰে আনাই নিজেই সংগ্ৰামৰ পথ লৈছিল।

"তোমাৰ মনটো বেয়া লগা নাছিল তো?" প্ৰাণোচ্ছল মেজাজে তেওঁৰ ফালে আগবাঢ়ি গৈ ভ্ৰন্‌স্কিয়ে সুধিলে। "জুৱা খেলাটো কি যে সাংঘাতিক নিচা!"

"নাই, অলপো বেয়া লগা নাছিল। স্তিভা আৰু লেভিন আহিছিল।"

"এৰা, তেওঁলোক তোমাৰ ওচৰলৈ আহিব খুজিছিল। লেভিনক তোমাৰ কেনে লাগিল?" আনাৰ ওচৰত বহি প্ৰশ্ন কৰিলে ভ্ৰন্‌স্কিযে।

"বৰ ভাল। অলপ আগতে তেওঁলোক গ'ল। ইয়াশভিনৰ কি খবৰ?"

"সোতৰ হাজাৰ জিকিছিল। মই তেওঁক উঠাই আনিবলৈ চেষ্টা কৰিলো, কিন্তু তেওঁ পুনৰ ঘূৰি গ'ল। এতিয়া হাৰিছে।"

"তেনেহ'লে তুমি তাত থকাৰ পৰা কি লাভ হ'ল?" মুখত খঙৰ ভাব লৈ ভ্ৰন্‌স্কিৰ ফালে চালে আনাই। "স্তিভাক তুমি কৈছিলা যে ইয়াশভিনক উঠাই অনাৰ কাৰণে তুমি তাত আছা। আৰু এতিয়া তেওঁক তাতেই এৰি থৈ গুচি আহিলা।"

ভ্ৰনস্কিৰ মুখতো দেখা গ'ল সংগ্ৰামৰ সেই একেই অভিব্যক্তি। "প্ৰথমতে তোমাক খবৰ দিবৰ কাৰণে স্তিভাক একো কোৱা নাই। দ্বিতীয়তে, মিছা কথা কোৱাত মই অভ্যস্ত নহয়। আচল কথা— মই তাত আছিলো, কাৰণ মই তাত থাকিবলৈ বিচাৰিছিলো।" অলপ সময় নীৰৱে থাকি ভ্ৰন্‌স্কিয়ে নিজৰ হাতখন আগবঢ়াই দিয়ে, আশা কৰে আনাই নিজৰ হাতখন তাত ৰাখিব। "আনা, আনা কিয় তুমি এনেকুৱা কৰিছা?"

ভ্ৰনস্কিৰ এই কোমল আবেদনত খুচী হয় আনা। কিন্তু এটা অশুভ শক্তিয়ে তেওঁক আগুৱাই যাবলৈ নিদিয়ে। যেন যুদ্ধৰ নীতিয়ে তেওঁক আত্মসমৰ্পণৰ অনুমতি নিদিয়ে।

"ঠিকেই — তুমি থাকিবলৈ বিচাৰিছিলা, সেই কাৰণে থাকিলা। সকলো সময়তে তুমি যি কৰিব খোজা তাকেই কৰা। কিন্তু তুমি মোক সেই কথা কৈছা কিয়? কি কাৰণে কৈছা? ক্ৰমশ উত্তেজিত হৈ উঠে আনা, "কোনোবাই জানো তোমাৰ অধিকাৰৰ বিষয়ে প্ৰশ্ন কৰিছে? তোমাক অধিকাৰ লাগে, বেছ, অধিকাৰ লৈ থাকা।"

মুষ্টিবদ্ধ কৰি ভ্ৰনস্কিয়ে হাতখন পিচলৈ টানি নিয়ে আৰু তেওঁৰ মুখখন কঠিন হৈ উঠে।

ভ্ৰন্‌স্কিৰ ফালে একে থৰে চাই আনাই ক'লে, "তোমাৰ পক্ষে এইটো জেদৰ কথা, এৰা, জেদৰ বাহিৰে একো নহয়। তোমাৰ ওচৰত প্ৰশ্ন হৈছে মোৰ ওপৰত তোমাৰ আধিপত্য বজায় থাকিব নে নাই, কিন্তু মোৰ ওচৰত..." পুনৰ নিজৰ ওপৰত কৰুণা হৈছিল আনাৰ, তেওঁ প্ৰায় কান্দো কান্দো হৈছিল, "কিন্তু মোৰ অৱস্থাটো

কি হৈছে তাক যদি তুমি জানিলাহেঁতেন! এতিয়া ভবাৰ দৰে, যেতিয়া মই ভাবো যে তুমি মোৰ শত্রু, এৰা, তুমি মোৰ শত্রু, যদি তুমি জানিলাহেঁতেন মোৰ কাৰণে ইয়াৰ অৰ্থ কি! যদি জানিলাহেঁতেন এই মুহূৰ্তত মই সৰ্বনাশৰ কিমান ওচৰা-উচৰি হৈ আছো, মই নিজকে কিমান ভয় কৰো! উচুপনি লুকাবৰ কাৰণে আনাই মুখখন ঘূৰালে।

"কিন্তু তুমি এইবোৰ কি কৈছা?" আনাৰ মুখত হতাশাৰ অভিব্যক্তি দেখি সচকিত হৈ উঠে ভ্ৰন্স্কি। পুনৰ আনাৰ ফালে হালি হাতখন টানি নি চুমা খাই খাই কয় ভ্ৰন্স্কিয়ে, "মই নো কি কৰিছো? মই জানো ঘৰৰ পৰা বাহিৰ হৈ আমোদ-প্ৰমোদৰ পাচে পাচে ঘূৰি ফুৰিছো? মই জানো অন্যান্য নাৰীৰ সংশ্ৰৱ এৰাই চলা নাই?"

"মই তাকে কামনা কৰো," আনাই ক'লে।

"তেনেহ'লে কোৱাঁ, তোমাক শাস্তি দিবৰ কাৰণে মই কি কৰিব লাগিব? তোমাক সুখী কৰাৰ কাৰণে মই সকলো কৰিবলৈ প্ৰস্তুত। তুমি কষ্ট পোৱা কোনো কামকে মই কেতিয়াও নকৰো, আনা!"

"নাই, সেইটো একো নহয়," আনাই ক'লে। "নাজানো, কিয় মোৰ এনেকুৱা হয়... এইদৰে অকলে অকলে থকাৰ কাৰণে নে মোৰ স্নায়ুবোৰ ... কিন্তু তাক লৈ আৰু কোনো কথা নাই। ঘোঁৰদৌৰ কেনে হ'ল? তুমি কিন্তু মোক একোকে কোৱা নাই" — জয়ৰ আনন্দ লুকাই ৰাখিবলৈ চেষ্টা কৰে আনাই, যি জয় একান্তভাৱেই তেওঁৰ নিজস্ব।

ঘোঁৰদৌৰৰ বিশদ বিৱৰণ দিবলৈ আৰম্ভ কৰে ভ্ৰনস্কিয়ে; কিন্তু তেওঁৰ ক্ৰমশ শীতল হৈ অহা কণ্ঠস্বৰ আৰু চকুযুৰিয়ে আনাক জনাই দিয়ে যে তেওঁৰ জয়ৰ কাৰণে ভ্ৰন্স্কিয়ে তেওঁক ক্ষমা কৰা নাই। আত্মসমৰ্পণ কৰাৰ কাৰণে যেন এতিয়া তেওঁৰ অনুতাপ হৈছে। যিবোৰ কথাই তেওঁক জিকাই দিছিল— "মই ভয়ঙ্কৰ সৰ্বনাশৰ নিচেই ওচৰ চাপিছো, মোৰ বৰ ভয় লাগিছে" — সেই কথা মনত পৰি আনাই বুজিব পাৰে, এই পাট বৰ বিপদজনক অস্ত্ৰ আছিল, দ্বিতীয়বাৰ ইয়াক আৰু কোনো প্ৰকাৰে প্ৰয়োগ কৰিব পৰা নাযাব। তেওঁ গম পালে যে তেওঁলোকৰ প্ৰেমৰ ওচৰা-উচৰিকৈ বিবাদৰ এক অশুভ আত্মা জাগি উঠিছে যাক তেওঁ ভ্ৰন্স্কিৰ মনৰ পৰা আঁতৰাব পৰা নাই, আৰু তাতোকৈও কম আঁতৰাব পাৰিছে তেওঁৰ নিজৰ মনৰ পৰা।

এনে কোনো পৰিস্থিতি নাই য'ত মানুহ অভ্যস্ত হৈ উঠিব নোৱাৰে, বিশেষকৈ যেতিয়া তেওঁ দেখে চাৰিওফালৰ মানুহবিলাকে তেওঁৰ দৰে দিন যাপন কৰিছে। তিনিমাহ আগতে লেভিনে বিশ্বাসকে কৰিব নোৱাৰিলেহেঁতেন যে, আজি তেওঁ যি অৱস্থাত পৰিছে সেই অৱস্থাত নিশ্চিন্ত মনে শুব পাৰিব। নিজৰ সঙ্গতিৰ বাহিৰত উদ্দেশ্যহীন আৰু বিবেকহীন জীৱন কটাই, ক্লাবত মাতলামি কৰাৰ পিচত, এসময়ত তেওঁৰ স্ত্ৰী যিজন ব্যক্তিৰ প্ৰেমত পৰিছিল, তেওঁৰ লগত অসঙ্গতভাৱে বন্ধুত্ব স্থাপন, যিজনী

নাৰীক নষ্টা নাৰীৰ বাহিৰে আন একো বুলি ক'ব নোৱাৰি, সেইজনী নাৰীৰ ওচৰলৈ তেওঁৰ অযুক্তিকৰ যাত্ৰা, সেইজনী নাৰীৰ প্ৰতি তেওঁৰ আকৰ্ষণ আৰু তাৰ কাৰণে স্ত্ৰীৰ মনোকষ্ট— এনে এটা পৰিস্থিতিত তেওঁ যে শুব পাৰিব সেই কথা তেওঁ ভাবিবই পৰা নাছিল। কিন্তু ক্লান্তি, বিনিদ্ৰ ৰজনী আৰু সুৰাৰ প্ৰভাৱত তেওঁৰ গভীৰ টোপনি আহিছিল।

দোকমোকালি পাঁচ বজাত দৰজা মেলাৰ কেৰকেৰণি শুনি লেভিনৰ টোপনি ভাগিল। তেওঁ জঁপিযাই উঠি চাৰিওফালে চালে। বিছনাত কিটি নাই। কিন্তু পৰ্দাৰ সিকাষে এটা চলন্ত চাকি দেখিবলৈ পালে আৰু কিটিৰ ভৰিৰ শব্দও শুনিলে।

"কি হ'ল?" আধা ঘুমটিত বিৰ্বিৰ্ কৰি উঠিল লেভিনে, "কি হৈছে, কিটি?"

"একো হোৱা নাই," পৰ্দাৰ পাচফালৰ পৰা মমবাতিডাল হাতত লৈ কিটি উভতি আহিল।

"গাটো অলপ বেয়া লগা যেন পাইছিলো,'" এক বিচিত্ৰ আৰু অৰ্থপূৰ্ণ হাঁহি মাৰি কিটিয়ে ক'লে।

"তাৰ মানে? তাৰ মানে আৰম্ভ হৈছে নেকি?" আতঙ্কিত সুৰে প্ৰশ্ন কৰিলে লেভিনে । তাৰপিচত তৰাতৰিকৈ হাত বঢ়ালে পোছাকৰ ফালে, "তেনেহ'লে..."

"নাই, নাই," লেভিনক বাধা দিলে কিটিযে।

"একো হোৱা নাই। কেৱল অলপ অস্বস্তি লাগিছিল। এতিযা সকলো ঠিক হৈ গৈছে।"

বিছনাত উঠি ফুঁক মাৰি মমবাতিডাল নুমাই দি কিটি নিস্পন্দ হৈ শুই পৰিল। কিন্তু তেওঁৰ স্তব্ধতা সত্ত্বেও যি বিচিত্ৰ কোমলতা আৰু আবেগৰ সৈতে তেওঁ পৰ্দাৰ সিটো ফালৰ পৰা আহি, "একো হোৱা নাই" বুলি কৈছিল, তাক এতিযা সন্দেহজনক বুলি মনত ভাব হ'ল। তথাপি তেওঁৰ ইমান টোপনিৰ ভাব হৈছিল যে ততালিকে তেওঁ পুনৰ শুই পৰিল। পিচত তেওঁ বুজিব পাৰিছিল যে তেওঁৰ কাষত নিস্পন্দ হৈ শুই থাকি কিটিয়ে তেতিয়া নাৰী জীৱনৰ মহত্তম ঘটনাটোৰ কাৰণে বাট চাই আছিল।

ৰাতিপুৱা সাত বজাত কান্ধত কিটিৰ স্পৰ্শ অনুভৱ কৰিলে লেভিনে।

"কস্তিয়া, ভয় নকৰিবা। ই একো নহয়। কিন্তু মোৰ বোধেৰে, লিজাভেতা পেত্ৰভনাক মাতি পঠোৱা উচিত।"

পুনৰ মমবাতি জ্বলাই, বিছনাত উঠি বহিছিল কিটি। তেওঁ কিবা এটা গুঁথি আছিল, সম্প্ৰতি তেওঁ এই কামটোতে ব্যস্ত থাকে।

লেভিনৰ আতঙ্কিত মুখখন দেখি কিটিয়ে ক'লে, "তুমি একো. ভয় নকৰিবা। সকলো ঠিক আছে। মই অলপো ভীত হোৱা নাই।" লেভিনৰ হাতখন প্ৰথমতে নিজৰ বুকত আৰু পিচত ওঁঠত লগাই চেপি ধৰিলে তেওঁ।

একে লাফে বিছনাৰ পৰা উঠি লেভিনে ড্ৰেছিং গাউনটো পিন্ধি ল'লে। তাৰপিচত অপলক নেত্ৰে চাই থাকিল কিটিৰ ফালে। চকু ঘূৰাই আনিব নোৱাৰিলে। সেই মুখখন

তেওঁ ভাল পায় আৰু মুখৰ প্ৰতিটো অভিব্যক্তি তেওঁৰ সুপৰিচিত, কিন্তু আজিৰ দৰে এনেকুৱা সুন্দৰ মুখ যেন তেওঁ কোনো দিনে দেখা নাছিল। কালি ৰাতি তেওঁৰ মনত কষ্ট দিয়াৰ বাবে নিজকে তেওঁ ঘৃণিত আৰু ভয়ঙ্কৰ বুলি ভাবিছিল। ৰাতি পিন্ধা টুপীটোৰ তলেদি তেওঁৰ কেঁকোৰা-কেঁকুৰি চুলিবোৰ ওলাই আছিল আৰু তেওঁৰ ৰক্তিম মুখখন আনন্দত উল্লসিত হৈ উঠিছিল। যদিও কিটিৰ চৰিত্ৰত সাধাৰণতে জটিলতা বা কৃত্ৰিমতা বুলি একো নাছিল, তথাপি এই মুহূৰ্তত তেওঁৰ গাৰ পৰা সমস্ত আৱৰণ আঁতৰাই দিয়াৰ পাচত যেতিয়া তেওঁৰ প্ৰকৃত সত্তাটো তেওঁৰ চকুযুৰিত উদ্ভাসিত হৈছিল তেতিয়া লেভিন মুগ্ধ হৈছিল। হাঁহি মুখে কিটিয়ে লেভিনৰ ফালে চাইছিল; কিন্তু হঠাৎ তেওঁৰ ভুৰু কঁপি উঠিল, মুৰটো ওপৰলৈ তুলি বেগাই গৈ তেওঁৰ হাতত ধৰি চাপ দিলে, কিটিৰ তপত নিশ্বাস তেওঁৰ মুখত লাগিল। কষ্ট হৈছিল কিটিৰ আৰু এই কষ্টৰ কাৰণে যেন তেওঁ লেভিনৰ ওচৰত নালিচ কৰিছিল। প্ৰথমতে লেভিনে নিজকে দোষী বুলি ভাবিছিল। কিন্তু কিটিৰ মুখৰ কমনীয়তাই কৈছিল যে তেওঁ, "ভৰ্ৎসনাতো কৰাই নাই, বৰং তেওঁৰ এই কষ্টৰ কাৰণে লেভিনক ভালহে পাইছে।" ইয়াৰ কাৰণে যদি মই দায়ী নহয়, তেনেহ'লে কোন? নিজৰ মনতে ভাব হ'ল লেভিনৰ, এই কষ্টৰ কাৰণে যিজন দায়ী তাক শাস্তি দিবৰ কাৰণে তেওঁ বিচাৰিবলৈ ধৰিলে, কিন্তু অপৰাধীক পোৱা নগ'ল। কষ্ট হৈছিল কিটিৰ, তাৰ কাৰণে তেওঁ আপত্তি কৰিছিল, কিন্তু এই কষ্টত আছিল আনন্দ আৰু এই কষ্টক তেওঁ ভাল পাইছিল। লেভিনে দেখিবলৈ পাইছিল, কিটিৰ সত্ত্বাৰ মাজত কিবা এটা মহান পৰিৱৰ্তন ঘটিছে। কিন্তু সেইটো কি, তাক লেভিনে বুজিব পৰা নাছিল, সি লেভিনৰ বোধৰ অগম্য আছিল।

"মই মাক মাতি পঠাইছো। তুমি বেগাই গৈ লিজাভেতা প্ৰেত্ৰোভনাক লৈ আহাঁ।... কস্তিয়া! ...নাই, এতিয়া নাই।" লেভিনৰ ওচৰৰ পৰা গৈ ঘন্টা বজালে কিটিয়ে। "তুমি এতিয়া যোৱা, পাছা আহিছে...মই ভালেই আছো।"

লেভিনে বিস্মিত হৈ দেখিলে, কিটিয়ে উল গুঁথা কামটো পুনৰ আৰম্ভ কৰিছে। তেওঁ এখন দৰজাইদি ওলাই যোৱাৰ সময়তে এজনী পৰিচাৰিকা আন এখন দৰজাইদি ঘৰৰ ভিতৰত সোমাল। দৰজাৰ কাষত থিয় হৈ লেভিনে শুনিবলৈ পালে কিটিয়ে তাইক ঘৰটো সঠিকভাৱে সজাবৰ কাৰণে নিৰ্দেশ দিছে, খাটখন আঁতৰ কৰাত সহায় কৰিছে।

লৰালৰিকৈ পোছাক পিন্ধি, পৰিচাৰকবিলাকে গাড়ীত ঘোঁৰা জুঁটি থকা সময়খিনিৰ ভিতৰতে লেভিন গৈ শোৱনি ঘৰত সোমাল। দুজন পৰিচাৰিকাই তেতিয়া ঘৰৰ ইটো-সিটো বস্তু ইফাল সিফাল কৰাত ব্যস্ত আছিল। কিটিয়ে উল গুঁথি গুঁথি গোটেই ঘৰটোত পায়চাৰি কৰিছিল আৰু সিহঁতক নিৰ্দেশ দিছিল।

"মই এতিয়া ডাক্তৰৰ ওচৰলৈ যাওঁ। তেওঁলোকে লিজাভেতা পেত্ৰোভনাক লৈ অহাৰ কাৰণে খবৰ পঠাইছে, তথাপি মই নিজেও তালৈ যাম। তোমাৰ আৰু কিবা দৰকাৰ আছে নেকি? আৰু এটা কথা, মই ডলিৰ ওচৰলৈও যাম নেকি?"

কিটিয়ে লেভিনৰ ফালে চাইছিল যদিও আচলতে তেওঁৰ কোনো কথাকে শুনা নাছিল।

"অঁ, যোৱাঁ, যোৱাঁ" ভ্ৰূ কুঞ্চিত কৰি আৰু হাত জোঁকাৰি যোৱাৰ ইঙ্গিত দিলে কিটিয়ে।

তেওঁ ড্ৰইং ৰুমত সোমাইছিল। এনেতে শোৱনি ঘৰৰ পৰা অহা এটা করুণ কেঁকনি শুনিবলৈ পালে লেভিনে। তেওঁ থমকি ৰ'ল, কিন্তু কিছু সময়ৰ কাৰণে একোকে বুজিব নোৱাৰিলে। তাৰপিচত দুহাতেৰে মূৰটোত চেপি ধৰি দৌৰি দৌৰি চিঁড়িৰে তললৈ নামি আহিল।

"ভগৱান, আমাক কৃপা কৰা। আমাক ক্ষমা কৰা, সাহায্য কৰা!" হঠাৎ কিবা কাৰণত এই শব্দকেইটা তেওঁৰ ওঁঠলৈকে আহিছিল। আৰু তেওঁ, এজন নাস্তিকে, এই কথাবোৰ বাৰে বাৰে পুনৰাবৃত্তি কৰিছিল, কেৱল ওঁঠ দুটাৰেই নহয়। সেই মুহূৰ্তত ঈশ্বৰ সম্পৰ্কে তেওঁৰ সকলোবোৰ সন্দেহৰ কথা তেওঁ জানিছিল, কিন্তু কোনো যুক্তিযে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰাৰ পৰা তেওঁক বিৰত কৰিব পৰা নাছিল। সকলোবোৰ বাধা তেওঁৰ আত্মাৰ পৰা ধূলিৰ দৰে উৰি গৈছিল, যাৰ হাতৰ মুঠিত তেওঁ নিজাকে, তেওঁৰ আত্মাক আৰু তেওঁৰ প্ৰেমক থকা বুলি ভাবিছিল তেওঁৰ ওচৰত আবেদন নকৰি কাৰ ওচৰত আবেদন কৰিব?

ঘোঁৰাটো তেতিয়াও প্ৰস্তুত কৰি তুলিব পৰা নাছিল, ইপিনে লেভিন দৈহিক আৰু মানসিক বলত বলীয়ান হৈছিল। সেই কাৰণে বাটতে তেওঁক উঠাই লৈ যাবৰ কাৰণে কুজ্‌মাক নিৰ্দেশ দি লেভিন আগধৰি খোজ কাঢ়ি গৈছিল।

আলি-কেঁকুৰিটোত তেওঁ দেখিবলৈ পালে এখন নৈশ শ্লেজগাড়ী তেওঁৰ ফালে আগবাঢ়ি আহি আছে। মখমলৰ জেকেট পিন্ধি আৰু মূৰত ৰুমাল বান্ধি গাড়ীখনত বহি আছে লিজাভেতা পেত্ৰোভনা। মহিলাৰ গহীন আৰু কঠোৰ মুখখন চিনি পাই লেভিন আনন্দত উত্ৰাৱল হ'ল। গাড়ীখন থমাবলৈ মানা কৰি গাড়ীখনৰ কাষে কাষে তেওঁ দৌৰি আহিল।

লিজাভেতাই সুধিলে, "দুই ঘন্টা ধৰি? তাৰ বেছি নহয়?" "পিওতৰ দিমিত্ৰিভিচক আপুনি খবৰটো জনাব, কিন্তু তেওঁক জোৰ নকৰিব। আৰু ডাক্তৰখানাৰ পৰা অলপ আফিং লৈ আহিব।

"তেনেহ'লে আপুনি ভাবে, সকলো ঠিক হৈ যাব?" নিজৰ ঘোঁৰাটোক পদূলিমুখত দেখি লেভিনে ক'লে,"ভগৱান, কৃপা কৰা, সাহায্য কৰা!" জাঁপ মাৰি গাড়ীত উঠি কুজ্‌মাৰ ওচৰত বহি লেভিনে তাক ডাক্তৰৰ ওচৰলৈ গাড়ী চলাবলৈ ক'লে।

লেভিন যেতিয়া ঘৰলৈ উভতি আহিছিল, কিটিৰ মাক প্ৰিন্সেছো তেতিয়া আহি পাইছিলহি। দুয়ো শোৱনি ঘৰলৈ একেলগে গৈছিল। তেওঁৰ চকুপানী ওলাইছিল আৰু হাত দুখন কঁপিছিল। লেভিনক দেখি তেওঁ সাৱট মাৰি ধৰি কান্দিবলৈ ধৰিলে। তাৰপিচত লিজাভেতা পোত্ৰোভনাৰ হাতত ধৰি সুধিলে, "কি খবৰ, লিজাভেতা পেত্ৰোভনা?"

"ভালেই আছে," তেওঁ ক'লে, "তেওঁক শুৱাই থবলৈ যত্ন কৰক। তেতিয়াহে সুবিধা হ'ব।"

ৰাতিপুৱা শুই উঠি আৰু পৰিস্থিতিটোৰ কথা বুজ লৈ লেভিনে স্থিৰ কৰিছিল — কোনো ৰকমৰ চিন্তা-ভাৱনা আৰু আশা নকৰি যিটো হবলগীয়া আছে তাক সহ্য কৰি যাব... কিটিক অলপো বিচলিত কৰি নুতুলিব, বৰং সাহস যোগাই তেওঁক আশ্বস্ত কৰিব। সুধি-পুছি আৰু কথাবাৰ্তা পাতি তেওঁ বুজিব পাৰিছিল, আৰু পাঁচ ঘন্টা অপেক্ষা কৰিব লাগিব আৰু তেতিয়ালৈকে তেওঁ নিজৰ মনটো বান্ধি ৰাখিব পাৰিব।... কিন্তু এঘন্টা এঘন্টাকৈ পাঁচ ঘন্টা অতিবাহিত হৈ গ'ল, পৰিস্থিতিৰ একো পৰিবৰ্তন নহ'ল। তথাপি লেভিন ধৈৰ্য্য ধৰি থাকিল, কাৰণ তাৰ বাহিৰে তেওঁৰ আন একো কৰাৰ উপায় নাছিল। সময়ৰ বোধো তেওঁ হেৰাই পেলাইছিল। লিজাভেতা পেত্ৰোভনাই যেতিয়া তেওঁক এডাল মমবাতি জ্বলাবলৈ কৈছিল, তেতিয়া তেওঁ গম পাইছিল আবেলি পাঁচ বাজিছে। তেওঁক যদি কোৱা হ'লহেঁতেন, এতিয়া দহ বাজিছে, তেতিয়াও তেওঁ একেই ৰকমে অবাক হ'লহেঁতেন। ইমান পৰে তেওঁ ক'ত আছিল, সেই সম্পৰ্কেও লেভিনৰ কোনো সঠিক ধাৰণা নাছিল। তেওঁ কিটিৰ ৰঙা পৰি উঠা মুখখন দেখিছে— কেতিয়াবা তেওঁৰ মুখখন যন্ত্ৰণাত বিকৃত হৈ উঠিছে। কেতিয়াবা তেওঁ হাঁহিছে আৰু লেভিনক আশ্বাস দিয়াৰ চেষ্টা কৰিছে। তেওঁ দেখিছে, বৃদ্ধা প্ৰিন্সেছৰ ধূসৰ বৰ্ণ চুলিবোৰ আলিমুলি হৈ আছে... চকুৰ পানী বন্ধ কৰিবৰ কাৰণে তেওঁ ওঁঠ কামুৰিছে। ডলি আৰু ডাক্তৰে চিগাৰেট হুপিছে। লিজাভেতা পেত্ৰোভনাৰ মুখখন আগৰ দৰে শান্ত, কঠোৰ আৰু আশ্বাসপূৰ্ণ। বৃদ্ধ প্ৰিন্সে ভুৰু কোঁচাই বল-নাচৰ ঘৰত পায়চাৰি কৰিছে। কিন্তু এওঁলোক কেনেকৈ আহিল, কেনেকৈ গ'ল, ক'ত আছিল-— লেভিনে তাক একেবাৰে নাজানে। এই মুহূৰ্তত প্ৰিন্সেছ শোৱনি ঘৰত ডাক্তৰৰ লগত আছিল, পিচমুহূৰ্ততে তেওঁক পঢ়া ঘৰত দেখা গ'ল— য'ত টেবিল পাৰি হঠাৎ খোৱাৰ ব্যৱস্থা কৰি দিয়া হ'ল। তাৰপিচত দেখা গ'ল, প্ৰিন্সেছ নহয় ডলিহে তাত আছে। পিচত লেভিনৰ মনত পৰিছিল এবাৰ তেওঁক এখন টেবিল আৰু এখন ছোফা আঁতৰাবলৈ কোৱা হৈছিল। লেভিনে ইয়াক কিটিৰ প্ৰয়োজনত আহিব বুলি ভাবিছিল। কিন্তু পিচত তেওঁ বুজিছিল তেওঁ নিজৰ কাৰণে ৰাতি শোৱাৰ ব্যৱস্থা কৰিছিল। তাৰপিচত কিবা এটা কথা সুধিবৰ কাৰণে তেওঁক পাঠঘৰত বহি থকা ডাক্তৰৰ ওচৰলৈ পঠোৱা হৈছিল। আৰু এবাৰ তেওঁক পঠোৱা হৈছিল প্ৰিন্সেছৰ শোৱনি ঘৰৰ পৰা এখন পবিত্ৰ ছবি অনাৰ কাৰণে। ছবিখন নমাই অনাৰ কাৰণে লেভিন আৰু প্ৰিন্সেছৰ বৃদ্ধা পৰিচাৰিকাজনী এটা সৰু আলমাৰিৰ ওপৰত উঠিছিল। কিন্তু ছবিৰ সমুখত জ্বলি থকা সৰু লেম্পটো লেভিনে ভাঙি পেলাইছিল আৰু বুঢ়া চাকৰজনে তেওঁক সান্ত্বনা দিয়াৰ চেষ্টা কৰিছিল। ছবিখন লৈ আহি লেভিনে সযত্নে সেইখন কিটিৰ মূৰৰ ওচৰত গাৰুৰ পাচত থৈছিল, কিন্তু ক'ত, কেতিয়া আৰু কিয় এইবোৰ ঘটিছিল তাক লেভিনে জনা নাছিল। তেওঁ বুজিব পৰা নাছিল, কিয় প্ৰিন্সেছে তেওঁৰ হাত দুখনত ধৰি, তেওঁৰ ফালে কৰুণাৰ দৃষ্টিৰে চাই, তেওঁক দুশ্চিন্তা নকৰিবলৈ অনুৰোধ কৰিছিল, কিয় ডলিয়ে তেওঁক কিবা অলপ খাই লবলৈ বাৰে বাৰে জোৰ

কৰিছিল... এনেকি ডাক্তৰেও কিয় তেওঁৰ ফালে গম্ভীৰভাৱে চাই, সমবেদনা সহকাৰে তেওঁক কেইফোটামান ঔষধ দিব খুজিছিল।...

মমবাতিবোৰ জ্বলি জ্বলি চুটি হৈ আহিছিল। ডাক্তৰৰ ওচৰত বহি লেভিনে গল্প শুনি আছিল। হঠাৎ এটা অপাৰ্থিৱ চিঞৰত গোটেই ঘৰখন প্ৰতিধ্বনিত হ'ল... একে দৌৰে গৈ কিটিৰ মূৰৰ ওচৰত থিয় হ'ল লেভিন। চিঞৰ বন্ধ হৈ গৈছে, কিন্তু ক'ৰবাত কিবা এটা পৰিৱৰ্তন হৈছে। পৰিৱৰ্তনটো কি, তাক লেভিনে দেখা নাছিল বা বুজিব পৰা নাছিল। দেখাৰ বা বুজাৰ তেওঁৰ ইচ্ছাও নাছিল। লিজাভেতা পেট্ৰোভনাৰ পাণ্ডুবৰ্ণ মুখখন আগৰদৰেই কঠোৰ, যদিও তেওঁৰ দাঁতৰ মাৰি সামান্য কঁপিছিল আৰু কিটিৰ ফালে স্থিৰদৃষ্টিৰে চাই আছিল। কিটিৰ মুখখন ৰক্তবৰ্ণ, উদ্বেগত আকুল... একোছা চুলি কামোৰ খাই আছে তেওঁৰ ঘামিজামি যোৱা কপালত। ঘামত ভিজা হাত দুখনেৰে লেভিনৰ ঠাণ্ডা হাত দুখন খামোচ মাৰি ধৰি নিজৰ গালৰ ওপৰত চেপি ধৰিছিল কিটিয়ে।

"নাযাবা, নাযাবা! মোৰ ভয় লগা নাই!" তেওঁ তৰাতৰিকৈ ক'লে। "মা, মোৰ দুল দুটা খুলি নিয়াঁ... মোৰ অসুবিধা হৈছে। তোমাৰ ভয় লগা নাই তো? লিজাভেতা পেট্ৰোভনা, তৰাতৰি কৰাঁ...'

কিটিয়ে হাঁহিবলৈ চেষ্টা কৰিছিল। কিন্তু তেওঁৰ মুখখন যন্ত্ৰণাত বিকৃত হৈ উঠিল, লেভিনক ঠেলি আঁতৰাই পঠালে তেওঁ।

"উঃ, কি কষ্ট! মই মৰিলো, মই মৰিলো। যোৱাঁ দূৰ হোৱাঁ" চিঞৰি উঠিল কিটি। সেই একেই অপাৰ্থিৱ চিৎকাৰ গোটেই ঘৰখনতে প্ৰতিধ্বনিত হৈ উঠিল...।

"ডাক্তৰ এইয়া কি হৈছে? ইয়াৰ অৰ্থ কি?" ডাক্তৰৰ হাতত চেপি ধৰি ক'লে লেভিনে।

"শীঘ্ৰে এই সকলোবোৰৰ অন্ত পৰিব।"

ডাক্তৰৰ মুখখন বৰ গহীন হোৱা দেখি লেভিনৰ মনত ভাব হ'ল, তেওঁ যেন ক'বলৈ বিচাৰিছে, কিটি মৰিবলৈ ওলাইছে।...ধাত্ৰীৰ ভ্ৰূযুগল আগতকৈ বেছি কোঁচখোৱা আৰু মুখখন আৰু বেছি কঠোৰ দেখা গ'ল। কিটিৰ মুখখন যন্ত্ৰণাত বিকৃত হৈ উঠিল আৰু মুখৰ ভিতৰৰ পৰা ওলাই আহিল এটাৰ পাচত এটাকৈ সেই ভয়ঙ্কৰ চিৎকাৰবোৰ । খাটৰ বেষ্টনীত মূৰটো থলে লেভিনে। হঠাৎ চিৎকাৰ বন্ধ হৈ গ'ল, শুনা গ'ল কেৱল মৃদু ব্যস্ততা, পোছাকৰ খচখচনি আৰু চকিত নিশ্বাসৰ শব্দ, কিটিৰ ভগা ভগা কোমল কণ্ঠস্বৰ, "হৈছে!"

লেভিনে মূৰ দাঙিলে। কম্বলৰ তলৰ পৰা হাত দুখন উলিয়াই অনিন্দ্য সুন্দৰী কিটিয়ে নিঃশব্দে চালে লেভিনৰ ফালে। হাঁহিবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে।

আঁঠু কাঢ়ি বহি স্ত্ৰীৰ হাত দুখনেৰে নিজৰ ওঁঠত চেপি ধৰিলে লেভিনে।

লেভিনে শুনিলে, লিজাভেতা পেট্ৰোভনাই কঁপা কঁপা হাতেৰে কেচুৱাটোৰ পিঠিত চপৰিয়াই কৈছে,"বাঁচি আছে! বাঁচি আছে! ল'ৰা হৈছে, ল'ৰা!"

"মা, সঁচানে?" কিটিয়ে প্ৰশ্ন কৰিলে।

মাকে উত্তৰত যেঁকুৰিবলৈ ধৰিলে।

আৰু ঘৰৰ সেই নীৰৱতাৰ মাজত কিটিৰ প্ৰশ্নৰ নিৰ্ভুল উত্তৰ ভাহি আহিল এক নৱজাত শিশুৰ সতেজ কান্দনত— এক মুহূৰ্ত আগতে যাৰ কোনো অস্তিত্ব নাছিল, কিন্তু অন্য মানুহৰ দৰে সমান অধিকাৰ আৰু গুৰুত্ব লৈ যি বাঁচি থাকিব আৰু নিজৰ ভাবমূৰ্তি লৈ নতুন প্ৰজন্মৰ সৃষ্টি কৰিব।

এটা লোভনীয় পদৰ সংক্ৰান্তত স্তেপান আৰ্কাদিয়েভিচ পিটাৰ্ছবুৰ্গলৈ যোৱাৰ প্ৰয়োজন হৈছিল। তদুপৰি আনাক তেওঁ কথা দিছিল যে এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ পৰা তেওঁ বিচ্ছেদৰ বিষয়ে এটা সঠিক উত্তৰ আনিব। গতিকে ডলিৰ পৰা তেওঁ পঞ্চাশ ৰুবল ভিক্ষা কৰি পিটাৰ্ছবুৰ্গলৈ যাত্ৰা কৰিলে।

কাৰেনিনৰ পাঠাগাৰত বহি, ৰুছ অৰ্থনীতিৰ অসন্তোষজনক পৰিস্থিতিৰ কাৰণ সম্পৰ্কে তেওঁৰ প্ৰতিবেদন শুনি শুনি স্তেপান আৰ্কাদিয়েভিচে অপেক্ষা কৰিছিল, কেতিয়া তেওঁৰ ভাষ্য শেষ হ'ব আৰু আনাৰ প্ৰসঙ্গটো তেওঁৰ ওচৰত উৎথাপন কৰিব পাৰিব।

"এটা বিষয়ত মই আপোনাৰ লগত কথা পাতিব খোজো, আৰু আপুনি জানে সেইটো কি?" অৱশেষত সুযোগ পাই অবলনস্কিয়ে ক'লে, "কথাটো আনাৰ সম্পৰ্কে।"

আনাৰ নাম উল্লেখ কৰাৰ লগে লগে কাৰেনিনৰ মুখভঙ্গী সম্পূৰ্ণৰূপে বদলি গ'ল; তেওঁৰ মুখখন বিষণ্ণ হ'ল, তাত ফুটি উঠিল ক্লান্তি আৰু প্ৰাণহীনতা।

"মোৰ পৰা আপুনি কি বস্তু পাবলৈ বিচাৰিছে স্পষ্টকৈ কওক।"

"এটা সিদ্ধান্ত। যি কোনো এটা সিদ্ধান্ত। তেওঁক আপুনি কৰুণা কৰা উচিত।"

"তাৰ মানে, আপুনি আচলতে কি ক'ব বিচাৰিছে?" শান্ত সুৰত ক'লে এলেক্সি আলেক্‌জান্দ্ৰোভিচে।

"তেওঁক আপুনি দয়া কৰক। তেওঁৰ অৱস্থাটো ভয়লগা, বৰ ভয়লগা!"

"মই ভাবিছিলো, আনাই যি বিচাৰিছিল সেই সকলোবোৰ পাইছে।" কাৰেনিনে প্ৰায় কৰ্কশ সুৰত ক'লে।

"এলেক্সি আলেক্‌জান্দ্ৰোভিচ, অতীত অতীত হৈ গৈছে। আপুনিতো জানেই তেওঁ কিহৰ প্ৰতীক্ষাত বৈ আছে। তেওঁ বিচাৰিছে — বিচ্ছেদ।"

"কিন্তু মই তো শুনিছিলো, আনা আৰ্কাদিয়েভনাই বিচ্ছেদ নিবিচাৰে—যদি মই ল'ৰাটোক ৰাখিবলৈ বিচাৰো। মই তেনেকৈয়ে তেওঁক উত্তৰ দিছিলো, আৰু অনুমান কৰি লৈছিলো, প্ৰসঙ্গটো সিমানতে শেষ হৈ গৈছে। সেইটো শেষ হৈ গৈছে বুলিয়েই মই ভাবোঁ,' কাৰেনিনে চিঞৰি ক'লে।

"ঈশ্বৰৰ দোহাই, আপুনি শান্ত হওক," কাৰেনিনৰ উৰুত এটা আঙুলি ৰাখি অবলনস্কিয়ে ক'লে,"বিষটো এতিয়াও শেষ হোৱা নাই।... সেই সময়ত আপুনি তেওঁক সকলো বস্তুকে দিবৰ কাৰণে প্ৰস্তুত আছিল— তেওঁৰ স্বাধীনতা, এনেকি বিচ্ছেদ

পৰ্যন্ত। আপোনাৰ মহানুভৱতা দেখি তেওঁ ইমান মুগ্ধ হৈছিল যে তেতিয়া তেওঁ সকলো কথা বিবেচনা কৰি চাব পৰা নাছিল। কিন্তু অভিজ্ঞতা আৰু সময়ে এতিয়া প্ৰমাণ কৰি দিছে যে তেওঁৰ পৰিস্থিতিটো মানসিক দিশৰ পৰা ভীষণ যন্ত্ৰণাদায়ক আৰু অসহ্য হৈ উঠিছে।"

"আনা আৰ্কাদিয়েভনাৰ জীৱন সম্পৰ্কে মোৰ কোনো আগ্ৰহ থাকিব নোৱাৰে।"

"অনুগ্ৰহ কৰি সেই কথা মোক বিশ্বাস কৰিবলৈ নকব," অবলনস্কিয়ে মৃদু সুৰত ক'লে, "আনাৰ পৰিস্থিতিটো তেওঁৰ কাৰণে অসহনীয় আৰু তাৰ পৰা কাৰো একো উপকাৰ হোৱা নাই। হয়তো আপুনি ক'ব পাৰে এইটো তেওঁৰ প্ৰাপ্য আছিল। সেইটো তেওঁ জানে আৰু আপোনাৰ পৰা তেওঁ একো পাবলৈও নিবিচাৰে। কিন্তু মই, তেওঁৰ আত্মীয়–স্বজন আৰু যি সকলে তেওঁক ভাল পায়— আমি সকলোৱে আপোনাক মিনতি কৰিছো। তেওঁৰ এই যন্ত্ৰণা ভোগৰ কি অৰ্থ আছে? ইয়াৰ পৰা কাৰ কি লাভ হৈছে?"

"মাফ কৰিব, বোধহয় আপুনি মোক আচামীৰ পৰ্যায়ত পেলাইছে," এলেক্সি আলেকজান্দ্ৰোভিচে ক'লে।

"নাই, নাই, সেইটো একেবাৰে নহয়!" অবলনস্কিয়ে কাৰেনিনৰ হাত স্পৰ্শ কৰি ক'লে, যেন এই স্পৰ্শই নিসন্দেহে তেওঁৰ অন্তৰখন কোমল কৰি দিব। "মই কেৱল এটা কথাই কওঁ, তেওঁৰ অৱস্থাটো অসহনীয় হৈ উঠিছে, তাক আপুনি সহজ কৰি দিব পাৰে, তাত আপোনাৰ একো হানি নহয়। আপুনি তো কথা দিছিল।"

"কথা দিছিলো বহুদিন আগতে আৰু মই ধৰি লৈছিলো, আমাৰ ল'ৰাৰ ক্ষেত্ৰত কথাটো নিস্পত্তি হৈ গৈছে। তাৰোপৰি মই আশা কৰিছিলো, আনা আৰ্কাদিয়েভনাৰ অলপ মহত্ত্ব আছে," অতি সাৱধানে কথা কৈছিল এলেক্সি আলেকৃজান্দ্ৰোভিচে। তেওঁৰ ওঁঠ দুটা কঁপিছিল, মুখখন পাণ্ডুবৰ্ণ হৈছিল।

"আনাই সকলো কথাকে আপোনাৰ মহানুভৱতাৰ ওপৰত এৰি দিছে। তেওঁৰ এটি মাথোন প্ৰাৰ্থনা— তেওঁ যেন এই দুঃসহ পৰিস্থিতিৰ পৰা পৰিত্ৰাণ পায়। এতিয়া তেওঁ আৰু নিজৰ ল'ৰাটো দাবী কৰা নাই। এলেক্সি আলেকৃজান্দ্ৰোভিচ, আপুনি এজন দয়ালু পুৰুষ। তেওঁৰ অৱস্থাত আপুনি নিজকে এবাৰ কল্পনা কৰি চাওক। এই অৱস্থাত বিবাহ-বিচ্ছেদ তেওঁৰ কাৰণে জীৱন-মৰণৰ প্ৰশ্ন। আপুনি যদি প্ৰতিশ্ৰুতি নিদিলেহেঁতেন, তেনেহ'লে তেওঁৰ হয়তো এই পিৰিস্থিতিতে গাঁৱলৈ গৈ জীৱন কটালেহেঁতেন। কিন্তু আপুনি তেওঁক প্ৰতিশ্ৰুতি দিছিল। সেই কাৰণে তেওঁ আপোনালৈ চিঠি দিছে, মস্কোলৈ উভতি আহিছে। আজি ছমাহ ধৰি তেওঁ ইয়াতে আছে আৰু প্ৰতিদিনে আপোনাৰ সিদ্ধান্তৰ কথা জানিবলৈ আশা কৰি আছে। ই যেন মৃত্যুদণ্ডত দণ্ডিত এজন মানুহক মাহৰ পাচত মাহ ধৰি ডিঙিত ফাঁচ লগাই হয় মৃত্যু নহয় মাৰ্জনাৰ আশ্বাস দি ৰখা।"

"হয়তো মই যি প্ৰতিশ্ৰুতি দিছিলো তাক দিয়াৰ মোৰ অধিকাৰ নাছিল।"

"তাৰ মানে আপুনি প্ৰতিশ্ৰুতি উঠাই লোৱাৰ কথা কৈছে?"

"মই যিখিনি কৰিব পাৰো তাক নকৰো বুলি কোৱা নাই, কিন্তু মই যি প্ৰতিশ্ৰুতি দিছিলো তাক কিমানদূৰ কাৰ্যকৰী কৰা সম্ভৱ তাক বিবেচনা কৰি চোৱাৰ কাৰণে অৱশ্যে মোৰ কিছু সময়ৰ প্ৰয়োজন হ'ব।"

"নাই, এলেক্সি আলেক্‌জান্দ্ৰোভিচ!" জাঁপ মাৰি উঠি অবলনস্কিয়ে ক'লে, "মই তাক বিশ্বাস নকৰো। তেওঁৰ দৰে কোনো অভাগিনী নাৰী নাই। আপুনি আপত্তি কৰিলে...

"মই যথাসম্ভৱ মোৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰিবৰলৈ চেষ্টা কৰিম। কিন্তু এজন ধৰ্মবিশ্বাসী হিচাপে মই এনেকুৱা এটা গুৰুত্বপূৰ্ণ বিষয়ত খৃষ্টীয় নীতিৰ বিৰুদ্ধে যাব নোৱাৰো।"

"কিন্তু মই যিমানদূৰ জানো খৃষ্টান সম্প্ৰদায় আৰু আমাৰ মাজতো বিবাহ-বিচ্ছেদ এটা অনুমোদিত ব্যৱস্থা। এনেকি আমাৰ গীৰ্জাৰ পৰাও বিচ্ছেদৰ অনুমতি দিয়া হয়।"

"দিব পাৰে, কিন্তু এই ধৰণৰ ক্ষেত্ৰত নহয়।"

"এলেক্সি আলেক্‌জান্দ্ৰোভিচ, আপুনি আৰু আগৰ সেই আপুনি হৈ থকা নাই। এই আপুনিয়ে এদিন সকলো ক্ষমা কৰি দিয়া নাছিল জানো? এই আপুনিয়ে এদিন খৃষ্টীয় প্ৰেৰণাৰে পৰিচালিত হৈ যি কোনো ত্যাগ স্বীকাৰ কৰিবৰলৈ প্ৰস্তুত হোৱা নাছিল জানো? আপুনিয়ে এদিন কৈছিল কোনোবাই তোমাৰ কামিজটো নিলে, তেওঁক তোমাৰ কোটটোও দিবা আৰু এতিয়া..."

হঠাৎ কাৰেনিনে থিয় হৈ কৰ্কশ সুৰত ক'লে,"অনুগ্ৰহ কৰি এই আলোচনা ... এই আলোচনা এতিয়া বন্ধ কৰক!"

"আপোনাৰ মনত যদি কিবা আঘাত দিছো, মোক ক্ষমা কৰিব," বিব্ৰতভাৱে হাঁহি হাঁহি ক'লে অবলনস্কিয়ে; "অৱশ্যে মই হ'লো এজন দূত, যি ক'বলৈ দিছে, কেৱল তাকেই কৈছো।"

এলেক্সি আলেক্‌জান্দ্ৰোভিচে হাত আগবঢ়াই দি ক'লে,"অৱশ্যে এই বিষয়ে মই ভাবি-চিন্তি চাম আৰু পৰহি মোৰ চূড়ান্ত সিদ্ধান্ত আপোনাক জনাম।"

এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ লগত আলোচনা কৰাৰ পিচদিনা অবলনস্কি বেৎসিৰ ঘৰলৈ গ'ল। তাত প্ৰিন্সেছ মিয়াকীৰ লগত তেওঁৰ দেখা হ'ল। আনাৰ সাম্প্ৰতিক খবৰ শুনি প্ৰিন্সেছ মিয়াকীয়ে ক'লে,"মোৰ বাহিৰে সকলোৱে যি কৰে, আনায়ো তাকেই কৰিছে— কিন্তু কথা হৈছে, সকলোৱে লুকাই কৰে বেয়া নাপাব। মাফ কৰিব আপোনাৰ ভগ্নীপতিৰ কথাকে সকলোৱে কয়— তেওঁ বৰ দক্ষ, বৰ চতুৰ। একমাত্ৰ ময়ে কৈছিলো, মানুহজন নিৰ্বোধ। এতিয়া আকৌ লিদিয়া ইভানোভনা আৰু লাঁদোৰ লগত তেওঁৰ ঘনিষ্ঠতা দেখি সকলোৱে কয়, তেওঁ পাগল। সকলোৱে কথাত হয়ভৰ দিয়াটো মই পছন্দ নকৰো; কিন্তু এই কথাও মই একমত নহৈ নোৱাৰো।"

"কথাটো মোক অলপ ফঁহিয়াই ক'বনে?" অবলনস্কিয়ে ক'লে,"যোৱা কালি বিবাহ বিচ্ছেদ সম্পৰ্কে এটা চূড়ান্ত উত্তৰ পোৱাৰ কাৰণে মই মোৰ ভনীৰ হৈ এলেক্সি আলেক্‌জান্দ্ৰোভিচৰ লগত দেখা কৰিবৰলৈ গৈছিলো। তেখেতে মোক খাটাংকৈ একো কোৱা নাই— কৈছে, ভাবি চাম।"

"সেয়েতো।" প্রিন্সেছ মিয়াকী উৎফুল্লিতা হৈ উঠিল, "তাৰ মানে তেওঁলোকে লাঁদোক সুধিব, এই বিষয়ে কি কয়?"

"লাঁদোক সুধিব? কিয়? কোন লাঁদো?"

"আৰে! আপুনি জুলে লাঁদোক নিচিনে? সেই মানুহজন পাগল। কিন্তু কথা হ'ল, এতিয়া তাৰ ওপৰতেই আপোনাৰ ভনীয়েকৰ ভাগ্য নিৰ্ভৰ কৰিছে। মফচলত বাস কৰিলে কি হয় এতিয়া চাওক— আপুনি কোনো খবৰকে নাপায়। মানে, পেৰিচৰ এখন দোকানৰ কৰ্মচাৰী এই লাঁদো এদিন ডাক্তৰৰ ওচৰলৈ আহিছিল আৰু অভ্যৰ্থনা কক্ষত শুই পৰিছিল। টোপনিতে সি অন্যান্য ৰোগীবিলাকক পৰামৰ্শ দিবলৈ আৰম্ভ কৰিছিল। কি যে অদ্ভুত পৰামৰ্শ! আপুনি ইউৰি মেলেডিনস্কিক জানেতো— সেই যে পঙ্গু মানুহজন? সেই ইউৰি মেলেডিনস্কিৰ স্ত্ৰীয়ে তেতিয়া স্বামীৰ চিকিৎসাৰ কাৰণে লাঁদোক লৈ আহে ৰাছিয়া লৈ। মেলেডিনস্কিয়ে বৰ এটা উপকাৰ পাইছে বুলি মোৰ বিশ্বাস নহয়, কাৰণ তেওঁ যিমান অসুস্থ আছিল সিমান অসুস্থ হৈয়ে আছে। কিন্তু 'লাঁদোৰ ওপৰত তেওঁবিলাকৰ অসীম বিশ্বাস। গতিকে তেওঁলোক তাৰ ওচৰতে লাগি আছে।

এতিয়া তাৰ ওচৰত মানুহৰ বৰ ভিৰ আৰু সি সকলোকে চিকিৎসা কৰে। সি কাউন্টেছ বেঝুভক ভাল কৰি দিছে আৰু তাক কাউন্টেছে ইমান ভাল পায় যে তেওঁ তাক পোষ্যপুত্ৰ কৰি লৈছে।

"পোষ্যপুত্ৰ মানে কি?"

"পোষ্যপুত্ৰ আৰু কি; সি এতিয়া আৰু লাঁদো নহয়, কাউন্ট বেজজুবোভ। অৱশ্যে সেইটো একো কথা নহয়, কিন্তু লিদিয়া, তেওঁক মই অতিকৈ ভাল পাওঁ। কিন্তু তেওঁৰ ক'ৰবাত এটা স্ক্ৰু ঢিলা হৈছে। কোৱা বাহুল্য, লিদিয়া এতিয়া লাঁদোৰ পাচত লাগিছে, তাক বাদ দি লিদিয়া বা এলেক্সি আলেক্জান্দ্ৰোভিচ কেৰে কোনো সিদ্ধান্ত নলয়, গতিকে আপোনাৰ ভগ্নীৰ ভাগ্য এই লাঁদোৰ বা কাউন্ট বেজজুবোভৰ হাতত।"

...পিচদিনা ৰাতিপুৱা এলেক্সি আলেক্জান্দ্ৰোভিচৰ পৰা অবলনস্কিয়ে পালে আনাৰ বিবাহ-বিচ্ছেদৰ চূড়ান্ত প্ৰত্যাখ্যান আৰু বুজিলে সেই ফৰাচী মানুহজনে সমাধিস্থ অৱস্থাত বা ভণ্ডামি কৰি যি কৈছিল, সিয়ে আছিল এই সিদ্ধান্তৰ মূল।

বিবাহিত জীৱনত কোনো কাম কৰিবলৈ হ'লে, স্বামী-স্ত্ৰীৰ মাজত হয় সম্পূৰ্ণ অমিল, নহয় মিল থকা প্ৰয়োজন। কোনো কোনো পৰিয়ালত বছৰৰ পাচত বছৰ ধৰি উভয়ে অশান্তিত কাল কটাবলগীয়া হয়, কাৰণ দুয়োৰে মাজত পূৰা মিল বা অমিল নাই। বসন্তৰ পিচত যেতিয়া উজ্জ্বল গ্ৰীষ্মকাল আহিল, তেতিয়া গছলতিকাৰ পাতবোৰ ধূলিৰে ভৰি পৰিল আৰু গৰমত ভ্ৰন্স্কি আৰু আনাৰ মস্কোৰ জীৱন অসহনীয় হৈ উঠিল। কিন্তু আগতে ভবা মতে ভজ্দ্ভিজেনস্কোলৈ যোৱাৰ পৰিৱৰ্তে তেওঁলোক মস্কোত থাকিল, যদিও মস্কো তেওঁলোকৰ কাৰণে বিৰক্তিকৰ হৈ উঠিছিল, কাৰণ এতিয়া তেওঁলোকৰ মাজত মিল নাছিল।

আনাৰ দৃষ্টিত ভ্ৰনস্কিৰ স্বভাৱ-চৰিত্ৰ, চিন্তা-ভাৱনা, কামনা-বাসনা আত্মিক আৰু দৈহিক প্ৰকৃতি— সকলোৰে যেন একমাত্ৰ অভীষ্ট আছিল নাৰী—প্ৰেম। আনাই ভাবিছিল এই প্ৰেম সম্পূৰ্ণৰূপে তেওঁৰ প্ৰতি কেন্দ্ৰীভূত হোৱা উচিত আছিল, কিন্তু তেওঁ লক্ষ্য কৰিছিল ই ক্ৰমে টুটি আহিছিল। গতিকে তেওঁৰ মতে এই প্ৰেমৰ কিছু অংশ নিশ্চয় আন আন ছোৱালীক বা কোনো এজনী গাভৰুক বিলাই দিছে। আৰু তাৰ ফলত আনা হৈ উঠিছে ঈৰ্ষাপৰায়ণা। এই ঈৰ্ষা কোনো বিশেষ নাৰীৰ প্ৰতি নহয়, ভ্ৰনস্কিৰ প্ৰেমৰ প্ৰতি আৰু এই ঈৰ্ষাই তেওঁক এতিয়া কলহপ্ৰিয় কৰি তুলিছে— এতিয়া তেওঁ অনবৰত অসন্তুষ্টিৰ কাৰণ বিচাৰি ফুৰে। তেওঁ যি সহ্য কৰিবলগীয়া হৈছে, সেই সকলোবোৰৰ কাৰণেই আনাই এতিয়া ভ্ৰনস্কিক দোষ দিয়ে। উৎকণ্ঠাময় অনিশ্চয়তাত মস্কোত বাস কৰা, ইমান দিনে কাৰেনিনৰ পৰা কোনো সিদ্ধান্ত নোপোৱা, তেওঁৰ নিঃসঙ্গতা— এই সকলোবোৰৰ কাৰণে ভ্ৰন্‌স্কি দায়ী। তেওঁ যদি আনাক ভাল পালেহেঁতেন, তেন্তে আনাক নিশ্চয় দুখ-দুৰ্দশাৰ পৰা উদ্ধাৰ কৰিলেহেঁতেন। গাঁৱত নাথাকি মস্কোত বাস কৰাৰ কাৰণেও ভ্ৰন্‌স্কিয়ে দায়ী। উচ্চ খাপৰ লোকসকলৰ মাজত মিলাপ্ৰীতি নকৰি তেওঁ থাকিব নোৱাৰে। সেইকাৰণে এই ভয়ঙ্কৰ পৰিৱেশৰ মাজত পেলাই ৰাখি, ইচ্ছা কৰি এই সকলোবোৰ তিক্ততাৰ ফালে চকু মুদি আছে আৰু আনা যে চিৰদিনৰ বাবে তেওঁৰ ল'ৰাটোৰ পৰা বিচ্ছিন্ন হৈ পৰিছে, সেই দোষো ভ্ৰনস্কিৰে।

এনেকি কোমলতাৰ যিবোৰ বিৰল মুহূৰ্ত তেওঁলোকৰ মাজলৈ আহে, সেইবোৰেও আনাক শান্তি দিব নোৱাৰে। ভ্ৰন্‌স্কিৰ কোমলতাৰ মাজতো এতিয়া তেওঁ দেখিবলৈ পায় আত্মপ্ৰসাদ আৰু আত্মবিশ্বাসৰ ছায়া, যি আগতে নাছিল আৰু যি তেওঁক কুপিত কৰিছিল।

ইতিমধ্যে সন্ধ্যা লাগিছিল। ভ্ৰনস্কিৰ কাৰণে অপেক্ষা কৰি কৰি আগদিনাৰ কাজিয়াখনৰ কথা চিন্তা কৰিছিল আনাই। আজি গোটেই দিনমান ভ্ৰন্‌স্কি ঘৰত নাই, কালি তেওঁৰ লগত বেয়া ব্যৱহাৰ কৰাৰ কাৰণে আনাৰ মনত ইমান বেয়া লাগিছিল যে এতিয়া তেওঁ সকলো কথা পাহৰি ক্ষমা খুজিবলৈ প্ৰস্তুত হৈছিল। আনাই ভাবিছিল, "দোষ মোৰেই, ময়ে অকাৰণে খং কৰিছিলো।" তেওঁ চিধা কথাৰ মানুহ, তেওঁ মোক ভাল পায়। ময়ো তেওঁক ভাল পাওঁ। আৰু দুই-এদিনৰ ভিতৰতে মই বিচ্ছেদৰ অনুমতি পাম। তেতিয়া আৰু কোনো কথা নাই। মই শান্ত হৈ থাকিম, তেওঁৰ ওপৰত বিশ্বাস ৰাখিম। সমস্ত দোষ মই কান্ধ পাতি ল'ম। এৰা, তেওঁ ঘৰলৈ উভতি আহিলেই মই ক'ম, ময়ে দোষ কৰিছিলো, যদিও আচলতে সেইটো নহয়। তাৰপিচত আমি গাঁৱলৈ উভতি যাম। তাত আমি বৰ শান্তিত থাকিব পাৰিম।"

চিন্তা আৰু বিৰক্তিৰ পৰা হাত সাৰিবলৈ ঘন্টা বজাই ট্ৰাঙ্কবোৰ দি যাবলৈ ক'লে আনাই আৰু গাঁৱলৈ যাবৰ কাৰণে বস্তু বাহানিবোৰ শৃঙ্খলা লগাবলৈ ধৰিলে।

ৰাতি যদিও নিশ্চিতভাৱে স্থিৰ নহ'ল তেওঁলোক সোমবাৰে যাব নে মঙ্গলবাৰে যাব, তথাপি পিচদিনা ৰাতিপুৱা ৰাওনা হোৱাৰ কাৰণে প্ৰস্তুতি চলাবলৈ ধৰিলে।

নিজাৰ ঘৰত এটা খোলা ট্ৰাঙ্কৰ পৰা অপ্ৰয়োজনীয় পোছাকবোৰ বাহিৰ কৰিছিল তেওঁ আৰু ভ্ৰনস্কি তেতিয়াই—স্বাভাৱিক সময়ৰ আগতেই —বাহিৰলৈ ফুৰিবলৈ যোৱাৰ পোছাক পিন্ধি তেওঁৰ ঘৰত সোমালহি।

"মই এতিয়াই মাৰ লগত দেখা কৰিবলৈ ওলাইছো।" ভ্ৰনস্কিয়ে ক'লে, "মাই ইয়েগোৰোভৰ মাৰফত মোলৈ টকা পঠাই দিব পাৰে। কাইলৈয়ে আমি ৰাওনা হ'বৰ কাৰণে প্ৰস্তুত হব লাগিব।"

মেজাজটো যিমানেই নাথাকক, ভ্ৰনস্কিয়ে মাকৰ লগত দেখা কৰিবলৈ যোৱাৰ কথা শুনি আনাই মনত তীব্ৰ আঘাত পালে।

"নাই, মই সেই সময়ৰ ভিতৰত প্ৰস্তুত হ'ব নোৱাৰিম।" কথাটো কৈয়ে আনাই ভাবিলে, "তেনেহ'লে মোৰ ইচ্ছামতে বন্দবস্ত কৰা সম্ভৱ।" ক'লে, "নাই, তুমি যি কৰিব খোজা কৰা। কিন্তু আগতে ডাইনিং ৰুমলৈ যোৱা, মই এতিয়াই গৈ আছো।"

ভ্ৰনস্কিয়ে প্ৰাতঃভোজন কৰিছিল, আনাই কফি লৈ গৈ তেওঁৰ ওচৰত বহিল। "তুঁমি বিশ্বাস নকৰিবা, আচ্‌বাবেৰে সজাই পৰাই ৰখা এই ঘৰবোৰ মোৰ কাৰণে কিমান বিৰক্তিকৰ হৈ উঠিছে! এইবোৰৰ মাজত কোনো স্বাতন্ত্ৰ্য নাই, সত্তা নাই। এই দেৱাল ঘড়ীবোৰ, পৰ্দাবোৰ আৰু সৱাতোকৈ জঘন্য সেই দেৱাল —কাগজবোৰ সকলোবোৰেই যেন দুঃস্বপ্ন। ভদভিঝেনস্কো মোৰ মনত যেন ঈশ্বৰ প্ৰতিশ্ৰুত দেশ।...তুমি ঘোঁৰাবোৰ এতিয়াই নপঠাবা নেকি?"

"নাই, এইবোৰ আমাৰ পিচত আহিব।... তুমি এতিয়া ক'লৈ যাম বুলি ভাবিছা?"

"ভাবিছিলো, মিছেছ উইলছনক কেইযোৰমান পোছাক দি আহিম।... তেনেহ'লে কাইলৈ যোৱাটোৱে ঠিক হ'ল?" খুটীমনে প্ৰশ্ন কৰিলে আনাই। কিন্তু পিটাৰ্ছবুৰ্গৰ পৰা অহা এটা তাঁৰবাৰ্তাৰ ৰচিদ নিবৰ কাৰণে ভ্ৰনস্কিৰ ভেলেট ঘৰত সোমোৱাৰ লগে লগে হঠাৎ তেওঁৰ মুখখন বদলি গ'ল। ভ্ৰনস্কিৰ পক্ষে তাঁৰবাৰ্তা পোৱাত অস্বাভাৱিকতা একো নাই। কিন্তু যেনেকৈ তেওঁ মানুহজনক ক'লে যে ৰচিদখন পাঠঘৰত আছে আৰু তাৰপিচত যেনেকৈ দ্ৰুত আনাৰ ফালে চাই ক'লে,"কালিৰ ভিতৰতে মই সকলো ঠিক কৰিম" সেই কথা শুনি আনাৰ মনত ভাব হ'ল, ভ্ৰনস্কিয়ে তেওঁৰ পৰা কিবা এটা লুকাবলৈ চেষ্টা কৰিছে।

"তাঁৰবাৰ্তাটো কাৰ পৰা আহিছে?" ভ্ৰনস্কিৰ কথালৈ কাণ নিদি প্ৰশ্ন কৰিলে আনাই।

"স্তিভাৰ পৰা," অনিচ্ছা সত্ত্বেও জবাব দিলে ভ্ৰনস্কিয়ে।

"মোক সেইটো দেখুৱা নাই কিয়? মোৰ পৰা গোপন কৰিবলগীয়া কিটো আছে স্তিভাৰ?"

ভেলেটক পুনৰ মাতি আনি তাঁৰবাৰ্তাটো লৈ আহিবলৈ ক'লে ভ্ৰনস্কিয়ে।

সেইটো মই তোমাক দেখুৱাব খোজা নাই, কাৰণ তাঁৰ পঠোৱাৰ ক্ষেত্ৰত স্তিভাৰ এটা অহেতুক আকৰ্ষণ আছে। যিহেতু একো ঠিকেই হোৱা নাই, এনে স্থলত তাঁৰ কৰাৰ মানে কি?"

'বিচ্ছেদৰ বিষয়ে?"

"এৰা, তেওঁ লিখিছে, 'তেওঁৰ মুখৰ পৰা একোকে উলিয়াব পৰা নাই। কথা দিছে, শীঘ্রে চূড়ান্ত জবাব জনাব।" এই লোৱা, তুমি নিজেই পঢ়ি চোৱা...'

কঁপনি উঠা হাত দুখনেৰে তাঁৰবাৰ্তাটো লৈ আনাই দেখিলে ব্ৰন্স্কিয়ে কোৱা কথাখিনি তাত লিখা আছিল; অৱশ্যে শেষৰফালে যোগ কৰা আছে ঃ 'আশা একেবাৰে কম। কিন্তু মই কোনো প্ৰকাৰৰ চেষ্টাৰে ত্ৰুটি নকৰো।"

আনাই ভাবিলে, "তেনেহ'লে তেওঁ অন্যান্য ছোৱালীৰ চিঠিপত্ৰবোৰো এনেদৰে মোৰ পৰা লুকাব পাৰে আৰু লুকায়ো।" তাৰপিচত ৰঙা পৰি উঠি তেওঁ ক'লে, "মই যোৱা কালি কৈছিলো, মই বিচ্ছেদ পাওঁ বা নাপাওঁ বা যেতিয়াই পাওঁ— তাৰ পৰা মোৰ একো লাভ-লোকচান নাই। গতিকে ইয়াক মোৰ পৰা লুকোৱাৰ কোনো প্ৰয়োজন নাছিল। তুমি কিয় ভাবিলা, এই খবৰটোৱে মোক ইমান বিচলিত কৰি তুলিব যে ইয়াক মোৰ পৰা লুকোৱাৰ প্ৰয়োজন? মই তোমাক আগতেই কৈছিলো মোৰ ওচৰত এই কথাটোৰ কোনো মূল্য নাই আৰু মোৰ ইচ্ছা, মোৰ দৰে তুমিও তাক কোনো মূল্য নিদিবা।"

"মই মূল্য দিছো, কাৰণ মই নিশ্চয়তা ভাল পাওঁ," ব্ৰন্স্কিয়ে ক'লে।

"নিশ্চয়তা ৰীতিত নাথাকে, থাকে ভালপোৱাত।" ব্ৰন্স্কিৰ শান্ত কণ্ঠস্বৰত আৰু বেছি উত্তেজিত হৈ উঠে আনা।

"ভগৱান! আকৌ ভালপোৱাৰ কথা!" ভ্ৰূ কুঞ্চিত কৰি ভাবিলে ব্ৰনস্কিয়ে।

"কিহৰ কাৰণে লাগে তাক তুমি জানা; তোমাৰ কাৰণে আৰু তোমাৰ ভৱিষ্যৎ সন্তানবোৰৰ কাৰণে।"

"ভৱিষ্যতে মোৰ আৰু কোনো সন্তান নহব।"

"সেইটো বৰ দুখৰ কথা।"

"তুমি সন্তানৰ কাৰণে সেইটো বিচৰা, কিন্তু মোৰ কথা চিন্তা নকৰা—নহয় জানো?" সন্তান সম্ভাৱনাৰ প্ৰশ্নটো বহুদিন ধৰি আনাৰ ওচৰত বিতৰ্ক আৰু বিৰক্তিৰ বিষয়। ব্ৰন্স্কিৰ সন্তান কামনা, আনাৰ মতে, আনাৰ সৌন্দৰ্যৰ ক্ষেত্ৰত ব্ৰন্স্কিৰ উদাসীনতাৰ প্ৰমাণ।

"নাই" মই কৈছিলো "তোমাৰ কাৰণে, সৰ্বোপৰি তোমাৰ কাৰণে," যেন যন্ত্ৰণাত তেওঁৰ মুখখন কোঁচ খাই যায়, "কাৰণ মই নিশ্চিতভাৱে জানো— তোমাৰ অশান্তিৰ বহুলাংশ তোমাৰ পৰিস্থিতিৰ অনিশ্চয়তাৰ পৰা উদ্ভৱ হৈছে।"

"সেইটো কোনো কাৰণেই নহয়। তদুপৰি মই সম্পূৰ্ণভাৱে তোমাৰ ক্ষমতাৰ অধীন ইয়াত পৰিস্থিতিৰ অনিশ্চয়তা ক'ত? বৰং তাৰ সম্পূৰ্ণ ওলোটাটোহে।"

"মই বৰ দুঃখিত যে মোৰ কথা বুজিবলৈ তুমি অলপো চেষ্টা নকৰা। মই মুক্ত বুলি ভবাটোৱে হৈছে তোমাৰ অনিশ্চয়তা।"

"সেইফালৰ পৰা তুমি নিশ্চিন্ত হ'ব পাৰা।" ব্ৰন্স্কিৰ ফালৰ পৰা মুখ ঘূৰাই আনাই কফিৰ পিয়লাটো তুলি ল'লে। তাৰপিচত কেইঢোকমান খাই তেওঁৰ ফালে

চাই পিয়লাটো কম্পিত হাতৰ পৰা নমাই থৈ ক'লে,"তোমাৰ মাৰাই কি চিন্তা কৰিছে, কাৰ লগত তোমাৰ বিয়া পাতিব খুজিছে— সেই সম্পৰ্কে মোৰ অলপো মূৰ ঘমাব লগীয়া নাই।"

"কিন্তু আমি তো এই বিষয়ে একো কথা কোৱা নাছিলো।"

"নকৈ কি কৰিছিলা! এটা কথা কওঁ শুনা— এজনী হৃদয়হীনা নাৰী— তেওঁ বৃদ্ধা হওক নহওক, তোমাৰ মা হওক বা আনৰ মা হওক, মোৰ ওচৰত তেওঁৰ অস্তিত্বৰ কোনো মূল্য নাই আৰু তেওঁৰ লগত মই কোনো সম্পৰ্ক বজায় ৰাখিবলৈ নিবিচাৰো।"

"আনা, মই তোমাক অনুৰোধ কৰিছো, মোৰ মাক অসন্মান কৰি কথা নকবা।"

"যি নাৰীৰ হৃদয়ে কব নোৱাৰে তেওঁৰ সন্তানৰ সুখ আৰু সন্মান ক'ত নিহিত থাকে সেই নাৰীৰ হৃদয় নাই।"

"মই পুনৰ কৈছো আনা, তুমি মোৰ মাক অসন্মান কৰি কোনো কথা নক'বা, মই তেওঁক সন্মান কৰো," কঠোৰ দৃষ্টিৰে আনাৰ ফালে চাই ভ্ৰনস্কিয়ে ডাঙৰ ডাঙৰকৈ ক'লে।

"তুমি তোমাৰ মাক ভাল নোপোৱা। সেইটো কেৱল তোমাৰ মুখৰ কথা, মুখৰ কথা, মুখৰ কথা!" ঘৃণা সহকাৰে তেওঁৰ পিনে চাই আনাই ক'লে।

"যদি সেয়ে হয়, তেনেহ'লে..."

"তেনেহ'লে থিৰাং কৰিব লাগিব আৰু ইতিমধ্যে মই থিৰাং কৰি লৈছো।" আনা ঘৰৰ পৰা ওলাই যাবলৈ ধৰোতে ইয়াশভিন আহি ভিতৰত সোমাল। আনাই সম্ভাষণ বিনিময় কৰি বৈ গ'ল।

আগতে কাজিয়া লাগিলে দুয়োৰে মাজত কেতিয়াও পূৰা এদিন যোৱা নাছিল। আজিয়েই প্ৰথম । আৰু ই কাজিয়াও নহয়। ই কেৱল পৰস্পৰৰ মাজত বিচ্ছিন্নতাৰ স্বীকাৰোক্তি।

আনাই ভাবিছিল, ভ্ৰনস্কিয়ে হয়তো ক'ব পাৰে, "মই তোমাক ধৰি ৰখা নাই, য'লৈকে খুচী ত'লৈকে তুমি যাব পাৰা। সম্ভৱতঃ তুমি তোমাৰ স্বামীৰ পৰা বিচ্ছেদ বিচৰা নাই, গতিকে তুমি তেওঁৰ ওচৰলৈও যাব পাৰা। তোমাৰ টকাৰ প্ৰয়োজন আছে যদি কোৱা মই দিম। কিমান লাগে?"...

ইয়াৰ পিচত আনাই নিজকে প্ৰশ্ন কৰিলে, "কিন্তু কালি নিশা জানো তেওঁ শপত খাই কোৱা নাছিল যে তেওঁ মোক ভাল পায়? ইয়াৰ আগতেও জানো মই কেইবাৰাৰো অকাৰণতে হতাশ হোৱা নাছিলো?"

মিছেছ উইলছনৰ ওচৰলৈ যোৱাৰ দুঘন্টাৰ বাহিৰে গোটেই দিনটো ভাবি ভাবি কটালে আনাই। সকলো শেষ হৈ গৈছে নে এতিয়াও মিটমাট হোৱাৰ কিবা আশা আছে? তেওঁ এতিয়া ঘূৰি যাব নে তেওঁক আৰু এবাৰ দেখা কৰিব, গোটেই দিনমান ভ্ৰন্স্কিৰ অপেক্ষাত কটাই সন্ধ্যা সময়ত শুবৰ কাৰণে নিজৰ ঘৰলৈ গ'ল আনা।

পৰিচাৰিকাক ক'লে,ভ্ৰন্‌স্কি আহিলে তেওঁক যেন কোৱা হয়, তেওঁৰ মূৰৰ বিষ হৈছে। আনাই ভাবিলে, "খবৰটো পাই যদি তেওঁ আহে বুজিব লাগিব, তেওঁ এতিয়াও মোক ভাল পায়। আৰু যদি নাহে তাৰ অৰ্থ হ'ব সকলো শেষ হৈ গৈছে আৰু তেতিয়া মই স্থিৰ কৰিব লাগিব, মই কি কৰিম..."

সন্ধ্যা সময়ত ভ্ৰনস্কিৰ গাড়ী অহাৰ শব্দ শুনিবলৈ পালে আনাই। তাৰপিচত ঘন্টাৰ শব্দ, ভৰিৰ শব্দ। পৰিচাৰিকাৰ লগত কথা হৈ তেওঁক দেখা নকৰাকৈ ভ্ৰন্‌স্কি নিজৰ ঘৰত সোমালগৈ। তেনেহ'লে সকলো শেষ!...আনাই মনতে ভাবিলে এতিয়া মৃত্যুৱে মাথোন তেওঁৰ প্ৰতি ভ্ৰনস্কিৰ প্ৰেম নতুনকৈ জগাই তুলিব পাৰিব, ভ্ৰন্‌স্কিক শাস্তি দিব পাৰিব। এতিয়া তেওঁলোক ভজ্‌দ্‌ভিজেনস্কোলৈ যাওক বা নাযাওক, আনাই বিচ্ছেদ পাওক বা নাপাওক, তাৰ পৰা একো লাভ বা লোকচান নহয়... এতিয়া সেই সকলোবোৰেই অৰ্থহীন। এতিয়া কেৱল প্ৰয়োজন— তেওঁক শাস্তি দিয়াৰ।

স্বাভাৱিক মাত্ৰাত আফিং খাবলৈ গৈ আনাৰ মনত খেলালে, মৰিবৰ কাৰণে তেওঁ কেৱল এই চিচাটোত থকা আফিংখিনি খাব লাগিব। এই কামটো তেওঁৰ মনত ইমান সহজ আৰু সৰল বুলি অনুমান হ'ল যে পুনৰ তেওঁ কল্পনা কৰি সঁচাকৈয়ে আনন্দ পালে— যেতিয়া বহুত পলম হৈ যাব তেতিয়া মানুহজনে যে কিমান যন্ত্ৰণা পাব, কিমান অনুতাপ কৰিব, কেনেকৈ সযতনে তেওঁৰ স্মৃতি মনৰ কোঠাত ৰাখি থব!... বিছনাত পৰি কাৰ্নিচৰ সাঁচত পুৰি পুৰি সৰু হৈ অহা মমবাতিৰ ক্ষীণ পোহৰ আৰু পৰ্দাৰ ছায়াৰফালে বহলকৈ চকু মেলি চালে। তেওঁ অনুভৱ কৰিলে, যেতিয়া তেওঁ নাথাকিব, যেতিয়া তেওঁ কেৱল স্মৃতি হৈ থাকিব, তেতিয়া ভ্ৰন্‌স্কিয়ে ভাবিব—"কেনেকৈ মই তেওঁক সেই নিষ্ঠুৰ কথাবোৰ কৈছিলো? তেওঁক একো নোকোৱাকৈ কেনেকৈ মই ঘৰৰ পৰা ওলাই গৈছিলো? কিন্তু আজি তেওঁ আৰু নাই! চিৰদিনৰ কাৰণে তেওঁ আমাৰ মাজৰ পৰা আঁতৰি গৈছে..."

হঠাৎ পৰ্দাৰ ছায়াটো দুলি উঠে, তীব্ৰবেগে দৌৰি যায় কাৰ্নিচ আৰু চিলিঙৰ ফালে। আন আন ফালৰ পৰাও ছায়াবোৰ দৌৰি যায় তীব্ৰ গতিত। মুহূৰ্তৰ কাৰণে সিহঁত পিচুৱাই যায়, তাৰপিচত পুনৰ আগুৱাই আহে নতুন উৎসাহে... শেষত একাকাৰ হৈ সকলো ফালে অন্ধকাৰ হয়। "মৃত্যু" মনত ভাব হ'ল আনাৰ। তেওঁ ইমান আতঙ্কিত হ'ল যে বহুসময় ক'বই পৰা নাছিল, তেওঁ ক'ত আছে আৰু আন এডাল মমবাতি জ্বলাবলৈও বহুসময় তেওঁ দিয়াচলাইটো বিচাৰি পোৱা নাছিল। "নাই, যি কোনো প্ৰকাৰে জীয়াই থাকিবই লাগিব! মইতো তেওঁক ভাল পাওঁ, তেৰোঁ মোক ভাল পায়! আগতেও এনেকুৱা ঘটনা ঘটিছে, এইটোও পাৰ হৈ যাব," আনাই ক'লে। আনাই যেন জীৱন ঘূৰাই পালে, আনন্দৰ অশ্ৰু নিগৰি উঠিল তেওঁৰ দুয়ো গালত। আতঙ্কৰ পৰা হাত সাৰিবলৈ তেওঁ তৰাতৰি কৰি ভ্ৰনস্কিৰ ওচৰলৈ ঢাপলি মেলিলে।

ভ্ৰনস্কি গভীৰ টোপনিত আচ্ছন্ন। আনাই তেওঁৰ ফালে বহু সময় চালে। ঘুমন্ত অৱস্থাত তেওঁক ইমান ভাল লাগিছিল যে আনাৰ দুচকুৰ পৰা দুধাৰি অশ্ৰু ওলাই

আহিল; কিন্তু আনাই জানিছিল যে জাগি উঠিলে ভ্ৰনস্কিয়ে তেওঁৰ ফালে শীতল দৃষ্টিত চাব। গতিকে আনাই তেওঁক নজগালে। নিজৰ ঘৰলৈ উভতি আহি দ্বিতীয় ডোজ আফিং খাই শুই পৰিল, কিন্তু তেওঁৰ গভীৰভাৱে টোপনি নাহিল।

ৰাতিপুৱা এটা ভয়াবহ সপোন দেখি তেওঁ সাৰ পালে। ভ্ৰনস্কিৰ লগত পৰিচয় হোৱাৰ আগতেও তেওঁ এই দুঃস্বপ্নটো একাধিক বাৰ দেখিছিল। জপৰা-মূৰীয়া দাড়িৱালা চুটি-চাপৰ বুঢ়া এজনে এডোখৰ লোৰ ওপৰত হালি কিবা যেন কৰিছে, বিৰ্‌বিৰ্ কৰিছে অৰ্থহীন ফৰাচী ভাষাত । ইয়ে দুঃস্বপ্নটোক সকলো সময়তে বৰ ভয়ঙ্কৰ কৰি তোলে। যদিও বুঢ়া খেতিয়কজনে তেওঁৰ পিনে মনোযোগ দিয়া নাই, তথাপি আনাই অনুভৱ কৰে লোহাডালেৰে তেওঁৰ কাৰণে সাংঘাতিক কিবা এটা কৰিছে। ঠাণ্ডা ঘামতে ঘামি-জামি উঠিল আনা। লগে লগে আগদিনাখনৰ ঘটনাবোৰ চকুৰ আগত কুঁৱলীৰ দৰে ভাহি উঠিল।

"কাজিয়া লাগিছিল। ইয়াৰ আগতেও কেইবাবাৰো কাজিয়া লাগিছে। মই কৈছিলো মোৰ মূৰটো বিষাইছে, তেওঁ ঘৰত সোমোৱা নাই। কাইলৈ আমি যাব লাগিব। তেওঁৰ লগত দেখা কৰি যোৱাৰ কাৰণে সাজু হ'ব লাগিব," নিজকে নিজে ক'লে আনাই। ভ্ৰনস্কি তেওঁৰ পাঠাগাৰত থকা বুলি জানি তালৈ গ'ল আনা। বৈঠকখানাই দি যোৱাৰ সময়ত আনাই সদৰ দৰজাত এখন গাদী ৰখাৰ শব্দ শুনিলে। খিড়িকীৰে চাই দেখিলে লাইলাক ৰঙৰ টুপী পিন্ধা এজনী তৰুণীয়ে গাড়ীৰ খিড়িকীৰে মূৰ উলিয়াই চাপ্ৰাচী এজনক কিবা এটা নিৰ্দেশ দিছে। হলঘৰত সামান্য কথোপকথনৰ পিচত কোনোবা এজন চিঁড়িৰে ওপৰলৈ উঠি আহিল আৰু তাৰপিচত বৈঠকখানাৰ বাহিৰত ভ্ৰনস্কিৰ ভৰিৰ শব্দ শুনা গ'ল। দ্ৰুত বেগে টুপী নিপিন্ধাকৈ তেওঁ তললৈ নামি গ'ল। আনাই পুনৰ খিড়িকীৰ ওচৰলৈ গৈ থিয় হ'ল। ভ্ৰনস্কি গাড়ীৰ ফালে আগবাঢ়ি গ'ল। তৰুণীয়ে তেওঁক এটা লেফাফা দিলে। ভ্ৰনস্কিয়ে কিবা কৈ মিচিকিয়াই হাঁহিলে। গাড়ীখন উভতি গ'ল। ভ্ৰনস্কি ওপৰলৈ উঠি আহিল।

যি কুঁৱলীয়ে ইমান পৰে সকলোকে ঢাকি ৰাখিছিল, এতিয়া হঠাৎ সেই কুঁৱলী আঁতৰি গ'ল। যোৱাকালিৰ অনুভূতিবোৰ নতুন বেদনা লৈ পুনৰ উভতি আহিল তেওঁৰ ব্যথিত হৃদয়ক বিদীৰ্ণ কৰিবলৈ। আনাই বুজিব পৰা নাছিল, সেই মানুহজনৰ লগত এটা সম্পূৰ্ণ দিন একেখন ছালৰ তলত থাকি তেওঁ কেনেকৈ নিজকে অপমানিত কৰিবলৈ গৈছিল। নিজৰ সিদ্ধান্তৰ কথা জনাবৰ কাৰণে ভ্ৰনস্কিৰ পাঠাগাৰলৈ গ'ল তেওঁ।

"মাৰ পৰা টকা আৰু দলিলপত্ৰবোৰ লৈ মাদাম ছাৰেকিনা আৰু তেওঁৰ ছোৱালীজনী আহিছিল," আনাৰ মলিন আৰু বিষণ্ণ মুখখনৰ ফালে নোচোৱাকৈ মৃদু সুৰে ক'লে ভ্ৰনস্কিয়ে। "তোমাৰ মূৰৰ বিষটো কমিছে তো?"

আনাই মাত-বোল নকৰাকৈ ঘৰৰ মাজভাগত থিয় হৈ অপলক দৃষ্টিৰে চাই থাকিল ভ্ৰন্‌স্কিৰ ফালে। ভ্ৰনস্কিয়ে তেওঁৰ ফালে এবাৰ চালে, ভ্ৰূ দুটা কোঁচ খাই উঠিল মুহূৰ্তৰ কাৰণে, তাৰপিচত পুনৰ হাতৰ চিঠিখন পঢ়িবলৈ ল'লে। মুখ ঘূৰাই ধীৰে

ধীৰে দৰজাৰ ফালে আগুৱাই গ'ল আনা। ভ্ৰনস্কিয়ে তেওঁক নামাতিলে। আনা দৰজাৰ কাষ পালে, তথাপিও তেওঁ নিমাত হৈ থাকিল।

আনা দুৱাৰগৰিয়া পালে, তেতিয়াহে ভ্ৰনস্কিয়ে মাত লগালে,"এৰা, কাইলৈ আমি যাম, ঠিক আছে তো?"

"তুমি যাবা, মই নাযাওঁ," আনাই ঘূৰি চাই ক'লে।

"আনা, এনেকৈ আমি চলিব নোৱাৰিম।"

"তুমি যাবা, মই নাযাওঁ," পুনৰুক্তি কৰিলে আনাই।

"এইটো একেবাৰে অসহ্য কথা।"

"তুমি ...তুমি ইয়াৰ কাৰণে দুঃখিত হ'ব লাগিব।" ঘৰৰ পৰা ওলাই গ'ল আনা।

হাতাশাৰ অভিব্যক্তি লৈ আনাই কথাটো ক'লে আৰু ভ্ৰনস্কি সচকিত হৈ উঠিল, ভাবিলে আনাক অনুসৰণ কৰিব। কিন্তু দ্বিতীয় বাৰ চিন্তা কৰি দাঁতে দাঁতে চেপি ভ্ৰূকুটি কৰি পুনৰ বহিল। "মই সকলো দিশৰ পৰা চেষ্টা কৰি চাইছো," ভ্ৰনস্কিয়ে ভাবিলে, "এতিয়া এটাই মাথোন পথ আছে —সেইটো হৈছে, তেওঁৰ প্ৰতি ভ্ৰূক্ষেপ নকৰা।"

গাড়ী লৈ প্ৰথমতে চহৰলৈ আৰু তাৰপিচত ওকালত নামাত চহী লবৰ কাৰণে পুনৰ মাকৰ ওচৰলৈ যাবৰ কাৰণে তেওঁ প্ৰস্তুত হ'ল।

আনাই প্ৰথমতে পাঠাগাৰত আৰু তাৰপিচত বৈঠকখানাত ভ্ৰনস্কিৰ ভৰিৰ শব্দ শুনিবলৈ পালে। তেওঁ বৈঠকখানাৰ দৰজা পাৰ হৈ গ'ল, কিন্তু আনাক দেখা কৰিবলৈ নাহিল— কেৱল নিৰ্দেশ দি গ'ল, তেওঁৰ অনুপস্থিতিত ভয়তভ আহিলে তেওঁক যেন ঘোঁৰাটো দিয়া হয়। আনাই গাড়ীৰ শব্দ শুনিলে, ভ্ৰনস্কি বাহিৰলৈ ওলাই গ'ল, কোনোবা এজন বাৰান্দাইদি ওপৰলৈ উঠি গ'ল। ভ্ৰনস্কিয়ে দস্তানাবোৰ নিবৰ কাৰণে ভৃত্যক পঠাই দিছিল। খিড়িকীৰ ওচৰলৈ গৈ আনাই দেখিলে ভ্ৰনস্কিয়ে মুখ তুলি নোচোৱাকৈ দস্তানাবোৰ ল'লে আৰু কচোৱানৰ পিঠিত ধৰি কিবা যেন ক'লে। তাৰপিচত খিড়িকীৰ ফালে এবাৰো নোচোৱাকৈ গাড়ীত উঠি বহিল আৰু নিজৰ অভ্যস্ত ভঙ্গিত ভৰিৰ ওপৰত ভৰি তুলি দস্তানাবোৰ হাতত পিন্ধি ল'লে আৰু চুকৰ ফালে গৈ দৃষ্টিৰ অগোচৰ হ'ল।

"তেওঁ গুচি গৈছে। সব শেষ!" খিড়িকীৰ ওচৰত থিয় হৈ নিজকে ক'লে আনাই আৰু উত্তৰত নিৰ্বাপিত মমবাতিৰ অন্ধকাৰ আৰু ভয়াবহ দুঃস্বপ্নটো মিলিত হৈ তেওঁৰ অন্তৰত হিমশীতল ত্ৰাসৰ সৃষ্টি কৰিলে।

"নাই, এইটো হ'ব নোৱাৰে।" ঘৰৰ পৰা ওলাই গৈ তেওঁ সজোৰে ঘন্টা বজাই দিলে। এতিয়া তেওঁৰ ইমান ভয় লাগিছিল যে চাপ্ৰাচী অহালৈকে অপেক্ষা নকৰি তেওঁ নিজেই ঘৰৰ পৰা বাহিৰলৈ ওলাই আহিল।

"কাউন্ট ক'লৈ গৈছে খবৰ কৰি আহা।"

মানুহজনে জনালে, কাউন্ট ঘোঁৰাশাললৈ গৈছে। "তেখেতে কৈ গৈছে, মাদাম যদি

ফুৰিবলৈ যায়, তেনেহ'লে গাড়ীখন চিধাই ইয়ালৈ লৈ ঘূৰি আহিব।"

"বাৰু, তুমি অলপ অপেক্ষা কৰা। মই এতিয়াই এখন চিঠি লিখি দিছো। মিখাইলৰ হতুৱাই চিঠিখন ঘোঁৰাশাললৈ পঠাই দিবা।"

আনাই লিখিলে— "মই দোষ স্বীকাৰ কৰিছো। ঘৰলৈ উভতি আহা। আমাৰ মাজত বুজাবুজি হোৱা দৰকাৰ। ভগৱানৰ দোহাই, তুমি উভতি আহা। মোৰ ভয় লাগিছে।"

চিঠিখন খামত ভৰাই পৰিচাৰকৰ হাতত দিলে। তাৰপিচত অকলে থাকিবলৈ ভয় কৰি শিশুকক্ষৰ ভিতৰত সোমাল।

"কি কথা, এইটো তো ছেৰিওঝা নহয়! ক'ত তাৰ সেই নীলা চকু, মিঠা লাজুক হাঁহি?" মনৰ বিভ্ৰান্তিত শিশুকক্ষত ছেৰিওঝাক দেখিবলৈ পাব বুলি ভাবিছিল আনাই, কিন্তু তাৰ সলনি ক'লা কেঁকোৰা চুলীয়া ছোৱালীজনীক দেখি আনাৰ মনলৈ প্ৰথমতে এই কথাটোৱে আহিছিল। ছোৱালীটিয়ে টেবিলৰ ওচৰত বহি তাৰ ওপৰত কাক এটাৰে ঠক্‌ঠকাই আছিল আৰু মাকৰ ফালে উকা দৃষ্টিৰে চাইছিল। তাইৰ খিলখিল হাঁহি আৰু ভুৰুৰ ভঙ্গিমাই আনাক স্পষ্টকৈ ভ্ৰন্‌স্কিৰ কথা মনত পেলাই দিলে। তেওঁ কান্দন সংবৰণ কৰি বেগাই ঘৰৰ পৰা ওলাই আহিল। "সঁচাকৈয়ে জানো সকলো শেষ? নাই সেইটো হ'ব নোৱাৰে! তেওঁ উভতি আহিব কিন্তু সেই ছোৱালীজনীৰ লগত কথা কোৱাৰ পিচত তেওঁৰ সেই হাঁহি সেই প্ৰাণচঞ্চলতাৰ কাৰণ তেওঁ মোক বুজাব কেনেকৈ? নাই, বুজাব নোৱাৰিব, তথাপি বিশ্বাস কৰিম। বিশ্বাস নকৰিলে মোৰ কৰিব লগা আছে মাত্ৰ এটাই আৰু সেইটো মই নিবিচাৰো।"

ঘড়ীৰ ফালে চাই দেখিলে বাৰ মিনিট পাৰ হৈ গৈছে। ইতিমধ্যে তেওঁ মোৰ চিঠি পাইছে। আৰু দহ মিনিটৰ ভিতৰত তেওঁ উভতি আহিব। কিন্তু যদি নাহে? নাই সেইটো অসম্ভৱ! কিন্তু মই যে কান্দিছিলো। তাক তেওঁক দেখুৱাব নালাগিব। এতিয়াই গৈ হাত-মুখ ধুব লাগিব। আৰু মোৰ চুলিবোৰ! চুলিবোৰ জানো মই আঁচুৰিছিলো? নাই, আঁচোৰা নাই।" মনে মনে চিন্তা কৰিলে আনাই তথাপি মনত নপৰিল। মূৰত হাত দি গম পালে, আঁচুৰিছে, কিন্তু কেতিয়া সেই কথা মনত নপৰিল। নিজৰ হাতখনকো তেওঁৰ বিশ্বাস নহ'ল, আৰ্চী চাবলৈ গ'ল। আঁচুৰিছে, কিন্তু আঁচোৰাৰ কথা মনত নপৰিল। "সৌৱা কোন?" আয়নাৰ ফালে চাই ভাবিলে আনাই। ফুলা মুখ আৰু অস্বাভাৱিকভাৱে উজ্জ্বল চকু দুটাৰে কোনোবাই যেন চাই আছে তেওঁৰ ফালে। "কিয় সেইটো দেখোন ময়েই!" হঠাৎ তেওঁৰ চৈতন্যোদয় হ'ল আৰু ভ্ৰনস্কিয়ে যেন তেওঁৰ গালত চুমা খালে। তেওঁৰ কঁপনি উঠিল, তাৰপিচত নিজৰ হাতখন ওপৰলৈ তুলি ওঁঠ দুটাৰে তাত এটা চুমা খালে।

"মই পাগল হৈ গৈছো" বুলি ভাবি আনা শোৱনি ঘৰলৈ গ'ল, য'ত আনুশ্‌কাই চাফাই কাম কৰি আছিল।

তেওঁ আন্নুশ্কাক মাতিলে, কিন্তু কি কব ভাবি নাপালে।

"আপুনি দাৰিয়া আলেক্জান্দ্ৰোভনাৰ ওচৰলৈ যাব খুজিছিল," যেন তেওঁৰ মনৰ কথা বুজিব পাৰি পৰিচাৰিকাই ক'লে।

"দাৰিয়া আলেক্জান্দ্ৰোভনা? এৰা, যাম।"

"পোন্ধৰ মিনিট যাওঁতে পোন্ধৰ মিনিট আহোঁতে। তেওঁ ৰাওনা হৈছে, এতিয়াই আহি পাব। কিন্তু মোক এনে অৱস্থাত পেলাই থৈ তেওঁ যাব পাৰিলে কেনেকৈ? মোৰ লগত মিটমাট নকৰাকৈ তেওঁ কেনেকৈ থাকিব পাৰে?" খিড়িকীৰ ওচৰলৈ গৈ তেওঁ ৰাস্তাৰ ফালে চাই থাকিল। এই সময়তে তেওঁ অহাৰ কথা।

যি সময়ত তেওঁ নিজৰ ঘড়ীটো ডাঙৰ ঘড়ীটোৰ লগত মিলাই লবলৈ গৈছিল, সেই সময়ত কোনোবা যেন আহিল। খিড়িকীৰে চাই আনাই দেখিলে তেওঁৰ গাড়ী। কিন্তু চিঁড়িৰে কোনো ওপৰলৈ উঠি নাহিল। তলত গাড়ী লৈ অহা আনাৰ বাৰ্তাবহ মানুহজনৰ কণ্ঠস্বৰ শুনা গ'ল। আনা তাৰ ওচৰলৈ গ'ল।

"মই কাউন্টক লগ ধৰিব নোৱাৰিলো। তেখেত কিজানি ষ্টেচনলৈ গৈছে।" মিহাইলে আনাক চিঠিখন ঘূৰাই দিলে।

"তেনেহ'লে তেওঁ চিঠিখন নাপালে," ভাবিলে আনাই। তেওঁ ক'লে, "তুমি এতিয়া এই চিঠিখন লৈ কাউন্টেছ ভ্ৰন্স্কিৰ গাঁৱৰ ঘৰলৈ যোৱা আৰু লগে লগে উত্তৰ লৈ আহিবা।"

আনাই ভাবিলে,"কিন্তু ইমান পৰে মই কি কৰিম? এৰা, ডলিৰ তালৈ যাম। নহ'লে মোৰ মূৰটো ঠিক নাথাকিব। অৱশ্যে মই তাঁৰবাৰ্তা এটাও পঠাব পাৰো।" আনাই লগে লগে তাঁৰবাৰ্তাটো লিখি পেলালে ঃ "তোমাৰ লগত কথা পতা একান্ত প্ৰয়োজন। এতিয়াই গুচি আহিবা।"

তাঁৰবাৰ্তাটো পঠিয়াই ওপৰলৈ গৈ আনাই সাজপাৰ পিন্ধি ল'লে। আন্নুশ্কাৰ সহানুভূতিশীল মুখখনৰ ফালে চাই তেওঁ ক'লে,"আন্নুশ্কা, এতিয়া মই কি কৰো?"

"আপুনি কিয় ইমান অধৈৰ্য্য হৈছে? এনেকুৱা ঘটনা ঘটিয়ে থাকে। যাওক, অলপ ফুৰি আহকগৈ। মনটো ভাল লাগিব।"

"এৰা যাব লাগিব," থিয় হৈ উঠি আনাই ক'লে। "মই নথকাত কোনো টেলিগ্ৰাম আহিলে দাৰিয়া আলেক্জান্দ্ৰোভনাৰ ওচৰলৈ পঠাই দিবা...নাই, নিজেই মই ইতিমধ্যে উভতি আহিম।"

"এৰা, ভাবি-চিন্তি লাভ নাই, কিবা এটা কৰা দৰকাৰ, গুচি যাব লাগিব, প্ৰধান কথা—এই ঘৰৰ পৰা গুচি যোৱাটো," বুকুৰ টিপটিপনি শুনি নিজকে ক'লে আনাই আৰু বেগাবেগীকৈ ঘৰৰ পৰা ওলাই গৈ গাড়ীত উঠিল।

"ক'লৈ যাব লাগিব, মাদাম?" কচোৱানৰ আসনত উঠি বহাৰ আগতে প্ৰশ্ন কৰিলে পিওতৰে।

"ঝামেস্কা পথলৈ, অবলনস্কিহঁতৰ ঘৰলৈ।

ঘৰৰ পৰা ওলোৱাৰ সময়ত মানসিক অৱস্থা যিমান বেয়া আছিল, তাতোকৈ বেছি বিষণ্ণ মনে ডলিৰ ঘৰৰ পৰা ওলাই আহিল আনা। আগৰ যন্ত্ৰণাৰ লগত এতিয়া যোগ হ'ল এক শাৰীৰিক অৱশতা আৰু জাত্যন্তৰ হোৱাৰ অনুভূতি— যাক ডলিৰ ব্যৱহাৰত তেওঁ স্পষ্টকৈ বুজিব পাৰিছিল।

"কোন ফালে, মাদাম?" পিওতাৰে প্ৰশ্ন কৰিলে, "ঘৰলৈ?"

"এৰা, ঘৰলৈ" উত্তৰ দিলে আনাই, অথচ এতিয়া ক'লৈ গৈছে, সেই বিষয়ে তেওঁ একোকে চিন্তা কৰা নাছিল।

সিহঁতে মোৰ ফালে এনেকৈ চাইছিল যেন সিহঁতে কিবা এটা ভয়ঙ্কৰ অদ্ভুত ধাৰণাতীত বস্তু দেখিছে। দুজন পথিকৰ ফালে চাই আনাই ভাবিলে,"কোনোবাই জানো নিজৰ অনুভূতিৰ কথা কাকো কেতিয়াবা ক'ব পাৰে? মই ডলিক ক'বলৈ বিচাৰিছিলো, নকৈ ভালেই কৰিছো। মোৰ দুখ-দুৰ্দশাৰ কথা শুনি তেওঁ কিমান যে খুচী নহ'লহেঁতেন! হয়তো তেওঁ তাক লুকাই ৰাখিলেহেঁতেন, কিন্তু মোৰ শাস্তিৰ কথা জানি মনে মনে খুচী হ'লহেঁতেন, কাৰণ মোৰ সুখক তেওঁ হিংসা কৰিলেহেঁতেন । আৰু কিটি—কিটিয়ে তো আৰু বেছি আনন্দ পালেহেঁতেন। মই তেওঁৰ মনৰ কথা এখন কিতাপ পঢ়াৰ দৰে পঢ়িব পাৰো, তেওঁ মোক হিংসা কৰে, মোক ঘৃণা কৰে। তেওঁৰ মানত মই এজনী নষ্টা নাৰী। কিন্তু মই যদি নষ্টা হলোহেঁতেন, তেনেহ'লে এনে কৰিলোহেঁতেন যাতে তেওঁৰ স্বামী মোৰ প্ৰেমত পৰে— মানে যদি মোৰ তেনেকুৱা ইচ্ছা হ'লহেঁতেন। আৰু সেই ইচ্ছা মোৰ সঁচাই হৈছিল।

এইবোৰ চিন্তাত আনা ইমান মগ্ন হৈছিল যে গাড়ী পদ্‌লিমুখ নোসোমোৱা পৰ্যন্ত বৰ্তমান সমস্যাবোৰৰ কথা তেওঁৰ মনতেই পৰা নাছিল। দাৰোৱানক আগুৱাই অহা দেখি, ভ্ৰনস্কিয়ে পঠোৱা চিঠি আৰু তাঁৰবাৰ্তাৰ কথা তেওঁৰ মনত পৰিল।

"কিবা উত্তৰ আহিছে?" প্ৰশ্ন কৰিলে আনাই।

দাৰোৱানে তাঁৰবাৰ্তা এখন আনি হাতত দিলে।

"দহ বজাৰ আগতে মই উভতি আহিব নোৱাৰিম—ভ্ৰনস্কি," পঢ়িলে আনাই।

"মই পঠোৱা মানুহজন ঘূৰি অহা নাই নেকি?"

"নাই।"

আনাই অনুভৱ কৰিলে, এক অস্পষ্ট ক্ৰোধ আৰু প্ৰতিশোধপ্ৰৱণতা তেওঁৰ অন্তৰত জাগি উঠিছে। "মই নিজেই তেওঁৰ ওচৰলৈ যাম। চিৰদিনৰ কাৰণে তেওঁক ত্যাগ কৰি অহাৰ আগতে তেওঁক কৈ আহিম, তেওঁৰ সম্পৰ্কে মোৰ কি ধাৰণা। তেওঁক

মই যিমান ঘৃণা কৰো, কাকো কোনো দিনে তেনেকুৱা ঘৃণা কৰা নাই।" চিঁড়িয়েদি ওপৰলৈ উঠি আহি আলনাত ভ্ৰনস্কিৰ টুপীটো দেখি ঘৃণাত তেওঁৰ গাৰ নোম শিয়ৰি উঠিল। তেওঁ চিন্তা কৰি চোৱা নাছিল, ভ্ৰনস্কিৰ তাঁৰবাৰ্তাটো তেওঁৰ তাঁৰবাৰ্তাৰ উত্তৰত আহিছে আৰু তেওঁৰ চিঠিখন তেতিয়াও ভ্ৰন্‌স্কিৰ হাতত পৰা নাই। ..আনাই কল্পনা চকুৰে দেখিবলৈ পালে, ভ্ৰন্‌স্কিয়ে তেওঁৰ মাকৰ আৰু প্ৰিন্সেছ ছৰোকিনাৰ লগত শান্তভাৱে গল্প-গুজব কৰিছে...আনাৰ দুৰ্দশাত আনন্দ পাইছে। "এৰা, মই এতিয়াই যাম," তেওঁ মনতে ভাবিলে, অথচ সঠিকভাৱে বুজিব নোৱাৰিলে, ক'লৈ যাব।...

"মই ৰেলষ্টেচনলৈ যাম। তাত যদি নাপাওঁ, ঘৰলৈ গৈ তেওঁক লগ ধৰিম।" দৈনিক বাতৰি কাকতত ট্ৰেইনৰ সময়-সূচী চাই লয় আনাই। সন্ধ্যা আঠ বাজি দুই মিনিটত এখন ট্ৰেইন আছে। এৰা, মই সময়মতে পাম।" এটা বেগৰ ভিতৰত কেইদিনমানৰ কাৰণে তেওঁ জিনিসপত্ৰ সুমাই লয়। তেওঁ জানিছিল এই ঘৰলৈ তেওঁ আৰু কোনোদিনে উভতি নাহিব। যিবোৰ পৰিকল্পনাৰ কথা তেওঁৰ মনলৈ আহিছিল তাৰ মাজৰ পৰা তেওঁ মোটামুটিকৈ ঠিক কৰি লৈছিল। ষ্টেচন অথবা কাউণ্টেছৰ ঘৰত যি ঘটিব তাৰপিচত তেওঁ নিজনি লাইনৰ ট্ৰেইনত উঠি, প্ৰথম নগৰখনতে নামিব।...

টেবুলত ৰাতিৰ আহাৰ সজাই থোৱা আছিল। কিন্তু ঘৰৰ ভিতৰত সোমোৱাৰ লগে লগে ৰুটি আৰু পনিৰৰ গন্ধত খোৱাৰ প্ৰতি আনাৰ স্পৃহা নোহোৱা হ'ল। গাড়ী অনাৰ কাৰণে নিৰ্দেশ দি তেওঁ বাহিৰলৈ ওলাই আহিল। ঘৰটোৰ ছাঁ এতিয়া ৰাস্তাৰ মাজত পৰিছিল। উজ্জ্বল সন্ধিয়াটো তেতিয়াও সূৰ্যৰ পোহৰত উষ্ণ হৈ আছিল। আনুশ্‌কাই তেওঁৰ মালপত্ৰবোৰ লৈ আহিছিল আৰু পিওতৰে সেইবোৰ গাড়ীত তুলি দিছিল। আনুশ্‌কা, পিওতৰ আৰু কচোৱানৰ কথাবাৰ্তা আৰু ভাব-ভঙ্গিমা দেখি সিহঁতৰ ওপৰত আনাৰ বিৰক্তি জন্মিছিল।

"তোমাক মোৰ প্ৰয়োজন নহ'ব, পিওতৰ।"

"কিন্তু আপোনাৰ টিকটৰ বিষয়ে কি হব?"

"বেছ, তোমাৰ যি খুচী।"

একে লাফে কচোৱানৰ বাকচত উঠি বহিল পিওতৰ। তাৰপিচত নিজৰ কোমৰত হাতত দুখন ৰাখি কচোৱানক ষ্টেচনৰ ফালে গাড়ী চলাবলৈ নিৰ্দেশ দিলে।

পকা ৰাস্তাটোৱে গাড়ীখন ঘৰ্ঘৰ কৰি দুলি দুলি গৈ থাকোতে আনাৰ মনৰ সমুখত এটাৰ পাচত আন এটা ছবি ভাহি উঠিবলৈ ধৰিলে।

পিওতৰে যিফালে চাইছিল আনায়ো সেই ফাললৈ মূৰ ঘূৰাই চাই দেখিবলৈ পালে যে, এজন পুলিচে কাৰখানাৰ শ্ৰমিক এজনক ধৰি নিছে। মানুহজন প্ৰায় সম্পূৰ্ণ

মাতাল, মূৰটো ওলমি আছে বুকৰ ওপৰত। "মানুহজনে এনেকৈ এটা সুখৰ পথ বিচাৰি পাইছে," আনাই ভাবিলে, "কিন্তু কাউণ্ট ভ্ৰনস্কি আৰু মই — কোনেও সুখ নাপালো, যদিও আমি বৰ বেছিকৈ সুখ আশা কৰিছিলো।" এই প্ৰথম বাৰৰ কাৰণে আনাই উজ্জ্বল পোহৰত দেখিবলৈ পালে ভ্ৰনস্কিৰ লগত তেওঁৰ সকলো সম্পৰ্কৰ কথা, যাৰ বিষয়ে ইচ্ছা কৰিয়ে তেওঁ ইমান দিনে চিন্তা কৰা নাছিল। "মোৰ মাজত তেওঁ কি পাবলৈ বিচাৰিছিল? প্ৰেম সিমানখিনি নহয়, যিমানখিনি আত্মশ্লাঘাৰ পৰিতৃপ্তি।" তেওঁৰ মনত পৰিল তেওঁলোকৰ সম্পৰ্কৰ প্ৰথম দিনবোৰত তেওঁৰ কথা আৰু তেওঁৰ মুখভঙ্গিৰ কথা। তেতিয়া তেওঁ আছিল এটা প্ৰভুভক্ত কুকুৰৰ দৰে। এতিয়া সকলোতে এই কথা সমৰ্থিত হৈছে। আত্মশ্লাঘাৰ বিজয় অৰ্জন কৰিছিল তেওঁ। অৱশ্যে তাৰ মাজত ভালপোৱা যে নাছিল তেনে নহয়, কিন্তু বেছি ভাগটো আছিল আত্মগৰিমাৰ সাফল্য, মোক লৈ তেওঁ গৰ্ব কৰিছিল। কিন্তু এতিয়া সেই সকলোবোৰৰ অৱসান ঘটিছে। এতিয়া গৰ্ব কৰিবলগীয়া একো নাই, বৰং লজ্জিত হোৱাৰ কাৰণ আছে। মোৰ পৰা তেওঁ যিমানখিনি পাৰে সব নিছে। মোক লৈ তেওঁ ক্লান্ত হৈ পৰিছে আৰু চেষ্টা কৰিছে যাতে ব্যৱহাৰত অন্ততঃ ভদ্ৰতাকণ ৰক্ষা পৰি থাকে। কালি তেওঁ কৈ পেলাইছিল, তেওঁৰ বিচ্ছেদ আৰু বিয়া হোৱাটো বিচাৰে যাতে তেওঁৰ উভতি যোৱাৰ কোনো পথ নাথাকে। ভাল তেওঁ পায়, কিন্তু কি দৰে? সেই স্বাদটো আৰু নাই। এতিয়া মই তেওঁক এৰি গ'লে, তেওঁ মনে মনে খুচীয়েই হ'ব। ...মোৰ ভালপোৱা ক্ৰমশ আৰু বেছি আবেগময় আৰু বেছি স্বাৰ্থপৰ হৈ উঠিছে। কিন্তু তেওঁৰ ভালপোৱা অলপ অলপকৈ টুটি গৈছে আৰু সেই কাৰণে আমি দুয়ো ক্ৰমশ ইজনে সিজনৰ পৰা বিপৰীত ফালে আঁতৰি গৈছিলো। অথচ আমি উপায় বিহীন, একোকে কৰিব নোৱাৰোঁ। মোৰ ওচৰত তেওঁ সৰ্বস্ব— মই বিচাৰো, তেওঁ নিজকে সম্পূৰ্ণভাৱে মোৰ ওচৰত বিলাই দিয়ক। কিন্তু তেওঁ বিচাৰে, মোৰ ওচৰৰ পৰা ক্ৰমশ আঁতৰি যাবলৈ। তেওঁ কয়, মই পাগলৰ দৰে ঈৰ্ষাপৰায়ণ আৰু মই নিজকে তাকে ভাবো। কিন্তু আচলতে সেইটো নহয়। মই ঈৰ্ষাপৰায়ণ নহয়, মই অতৃপ্ত, মই জানো নাজানো, তেওঁ মোক প্ৰতাৰণা নকৰিব... প্ৰিন্সেছ ছৰোকিনাক বিয়া কৰাৰ কথা তেওঁ চিন্তাও নকৰে...। কিটিক তেওঁ ভাল নাপায়? সকলো জানো, কিন্তু তাত মোৰ লাভ নাই। তেওঁ যদি মোক ভাল নাপায়, যদি কেৱল কৰ্তব্যৰ খাতিৰত মোৰ লগত সদয় ব্যৱহাৰ কৰে, তেনেহ'লে তেওঁৰ ঘৃণা পোৱাতকৈ সেইটো হ'ব হাজাৰ গুণে বেয়া! নৰক! অথচ এতিয়া সেয়ে হৈছে। বহুদিনৰ পৰা তেওঁ মোক ভাল নোপোৱা হৈছে। য'তে প্ৰেমৰ শেষ, ত'তে ঘৃণাৰ আৰম্ভ।... এই বাট-পথবোৰ মই সমূলি নিচিনো। কি যে পাহাৰী এই অঞ্চলটো।... চাৰিওফালে কেৱল ঘৰ আৰু ঘৰ... আৰু ঘৰৰ ভিতৰত কেৱল মানুহ আৰু মানুহ... কিমান যে মানুহ তাৰ ইয়ত্তা নাই— আৰু

ইজনে সিজনক ঘৃণা কৰে।... কিন্তু চিন্তা কৰি চোৱা যাওক, সুখী হ'ব লাগিলে মোৰ কি কি বস্তুৰ দৰকাৰ । বেছ, ধৰি লোৱা যাওক মই বিবাহ-বিচ্ছেদ পালো, এলেক্সি আলেক্জান্দ্ৰোভিচে ছেৰিওঝাক মোক দিলে, মই ভ্ৰন্স্কিক বিয়া কৰালো।" এলেক্সি আলেক্জান্দ্ৰোভিচৰ কথা মনত পৰাৰ লগে লগে আনাই একেবাৰে স্পষ্টভাৱে তেওঁক চকুৰ আগত দেখিবলৈ পালে।... সেই প্ৰাণহীন ধূসৰ চকু, বগা হাতৰ সিৰ, আঙুলিৰ মটকানি, কথাৰ অসাধাৰণ স্পষ্টতা আৰু তেওঁলোকৰ মাজত যি সম্পৰ্ক যাক ভালপোৱা বুলি ক'ব পাৰি, সেই কথা মনত পৰি ঘৃণাত তেওঁৰ গাৰ নোম শিয়ৰি উঠিল। বেছ! মই বিবাহ-বিচ্ছেদ পাই ভ্ৰনস্কিক বিয়া কৰালো। তাৰ পৰা কি লাভ হ'ব? কিটিয়ে জানো আজিৰ দৰে মোৰ ফালে নাচাব? ছেৰিওঝাই জানো মোৰ দুজন স্বামীক লৈ প্ৰশ্ন কৰিবলৈ বা ভাবিবলৈ ক্ষান্ত থাকিব? আৰু ভ্ৰনস্কি আৰু মোৰ মাজত জানো কিবা নতুন সম্পৰ্ক গঢ়ি উঠিব বুলি মই ভাবিব পাৰো? সুখ নাপালেও তেতিয়া জানো দুখৰ অৱসান হ'ব? "নাই, নাই!" অলপো দ্বিধা নকৰাকৈ উত্তৰ দিলে আনাই। "নাই, নাই! অসম্ভৱ! জীৱনত আমি বিচ্ছিন্ন হৈ গৈছো, মই তেওঁক অসুখী কৰাটো তেওঁৰ পক্ষে বা মোৰ পক্ষে সম্ভৱ নহয়।... ল'ৰাটোৰ লগত ভিখাৰী ছোৱালীজনী। তাই ভাবিছে লোকে তাইক কৰুণা কৰিব। কিন্তু আমি পৃথিৱীলৈ আহিছো ইজনে সিজনক ঘৃণা কৰিবলৈ আৰু আনবোৰক কষ্ট দিবলৈ। স্কুলৰ ছাত্ৰবিলাক গৈছে, হাঁহি-ধেমালি কৰিছে। ছেৰিওঝাৰ কথা তেওঁৰ মনত পৰিল। "ময়ো ভাবিছিলো মই তাক ভাল পাওঁ। অথচ তাক এৰি থৈ আহিলো অন্য এক ভাল পোৱাৰ বিনিময়ত। এই ভালপোৱাৰ কথা মনত পৰি তেওঁৰ ঘৃণা জন্মিছে। এতিয়া তেওঁ স্পষ্টভাৱে দেখিবলৈ পাইছে নিজৰ আৰু আন সকলো লোকৰ জীৱন। আৰু ইয়াৰ কাৰণে তেওঁ আনন্দ বোধ কৰিছে। "মই, পিওতৰ, চহিচ ফিওদৰ, আৰু ভলগাৰ দুয়ো পাৰে থকা মানুহবিলাক —আমি সকলোৱে একে ৰকমৰ।'

ওৰে বাটে আনাই এই কথাবোৰ ভাবি ভাবি গৈছিল আৰু তেওঁৰ গাড়ীখন নিজনি ষ্টেচনৰ তলৰ দালানটোৰ ওচৰ পাইছিল আৰু কুলীবোৰ তেওঁৰ ওচৰলৈ দৌৰি আহিছিল।

"ওভিৰলোভকাৰ এখন টিকট?" জানিবলৈ বিচাৰিলে পিওতৰে।

আনাই পাহৰি গৈছিল, তেওঁ ক'লৈ আৰু কিয় গৈছে। বহু চেষ্টা কৰাৰ পিচত প্ৰশ্নটোৰ অৰ্থ তেওঁ বুজি পালে।

"অঁ," পিওতৰৰ হাতত টকাৰ বেগটো তুলি দিলে আনাই আৰু নিজৰ সৰু ৰঙা বেগটো কান্ধত ওলোমাই নামি আহিল গাড়ীৰ পৰা।

আনাক ট্ৰেইনত তুলি দিয়াৰ কাৰণে পিওতৰ আগুৱাই আহিল। কেইজনমান মানুহে প্লেটফৰ্মত থিয় হৈ চিঞৰ-বাখৰ কৰিছিল। আনা ওচৰেদি যোৱাৰ সময়ত সিহঁত চুপ

হৈ থাকিল আৰু এজনে তেওঁৰ সম্পৰ্কে ফুচফুচাই আন এজনক কিবা ক'লে, নিসন্দেহে কোনো অশ্লীল কথা। আনাই ওখ চিঁড়িটোৰে উঠি গাদি লগোৱা লেতেৰা ছোফা এখনত অকলে বহিল। বেগটো স্প্ৰিঙৰ ওপৰত জঁপিয়াই জঁপিয়াই কাটি হৈ পৰিল। খিড়িকীৰ কাষলৈ আহি মূৰ্খৰ দৰে হাঁহি হাঁহি বিদায় লবৰ কাৰণে টুপীটো হাতত ল'লে পিওতৰে। অভদ্ৰ কণ্ডাক্টৰজনে জোৰ কৰি দৰজাখন বন্ধ কৰি খিলি লগাই দিলে। বাচল পিন্ধা কুৎসিত চেহেৰাৰ মহিলা এজনী আৰু অস্বাভাৱিক হাঁহি মাৰি সৰু ছোৱালী এজনী দৌৰি নামি গ'ল প্লেটফৰ্মলৈ।

কাকো যাতে আৰু দেখা নাপায়, সেই উদ্দেশ্যে আনাই তৎক্ষণাৎ উঠি খালী ডবাটোৰ উল্টাফালৰ খিড়িকীখনৰ ওচৰত বহিল। খিড়িকীখনৰ আগেদি ধূলি-মাকতি লগা কুৎসিত চেহেৰাৰ কৃষক এজন অগবাঢ়ি গ'ল। তাৰ টুপীটোৰ তলত মূৰৰ চুলিবোৰ বিশৃঙ্খল হৈ ওলাই আছিল আৰু সি হালি হালি চকাবোৰৰ তলত যেন কিবা এটা কৰিছিল। এই কৃষকজনক আনাৰ চিনা-চিনা যেন লাগিল। ভয়তে কঁপি কঁপি তেওঁ উঠি আহিল দৰজাৰ ফালে। দৰজা মেলি এহাল স্বামী-স্ত্ৰীক ভিতৰলৈ সুমাই দিলে কণ্ডাক্টৰে।

"আপুনি বাহিৰলৈ যাব নেকি?"

আনাই কোনো উত্তৰ নিদিলে। অৱগুণ্ঠনৰ তলত তেওঁৰ মুখৰ আতঙ্ক কাৰো চকুত নপৰিল। আনা পুনৰ গৈ বহিল আগতে বহা চুকটোত। স্বামী-স্ত্ৰীয়ে সমুখৰ ফালে বহি মনোযোগেৰে গোপনে লক্ষ্য কৰিছিল তেওঁৰ পোছাকৰ ফালে। স্বামী-স্ত্ৰী উভয়কে ঘিণ লাগিল আনাৰ। স্বামীয়ে সুধিলে,"ধূম-পান কৰিব পৰা যাব নেকি?" প্ৰকৃততে ধূমপানৰ কাৰণে নহয়, আনাৰ লগত কথা বতৰা পতাৰ কাৰণে। সন্মতি পাই তেওঁ স্ত্ৰীৰ লগত এনেকুৱা বিষয়ে ফৰাচী ভাষাত কথা ক'বলৈ ধৰিলে যাক তেওঁ ধূমপানতকৈ নিৰৰ্থক বুলি ভাবিলে। মূৰ্খামিৰ ভাও জুৰি সিহঁতে কথা কৈছিল, যাতে কথাবোৰ আনাৰ কাণত পৰে। আনাই স্পষ্টকৈ বুজিব পাৰিছিল যে সিহঁতৰ ইজনে সিজনৰ প্ৰতি বিৰক্তি বোধ কৰিছে, আৰু ইজনে সিজনক ঘৃণা কৰিছে।

দ্বিতীয় ঘন্টা পৰিল। চাৰিওকাষে মাল পত্ৰ তোলাৰ শব্দ, হৈ-চৈ, কোলাহল, হাঁহি। আনাই স্পষ্টকৈ গম পাইছিল যে ইয়াত কাৰো একো আনন্দ কৰিবলগীয়া নাই। হাঁহিটোৱে তেওঁক বিৰক্ত কৰিছিল, তেওঁৰ যন্ত্ৰণাৰ মাত্ৰা চৰাইছিল আৰু তেওঁ কাণত সোপা দিবলৈ বিচাৰিছিল। তৃতীয় ঘন্টা পৰিল, শুনা গ'ল হুইচেলৰ শব্দ, ইঞ্জিনৰ ফোঁচ-ফোঁচনি, শিকলিবোৰৰ টনা-টনি চকাবোৰৰ ঘৰ্ঘৰণি। আনাই তিৰোতাজনীৰ কাষেদি আগবাঢ়ি গৈ খিড়িকীৰে বাহিৰলৈ চাবলৈ ধৰিলে। পেল্টফৰ্ম, দেৱাল, ছিগনেল পোষ্ট আৰু অন্যান্য ওৱাগনবোৰ পাৰ হৈ গ'ল। চকাবোৰৰ শব্দ মৃদু হৈ আহিল। সান্ধ্য সূৰ্যৰ উজ্জ্বল কিৰণ খিড়িকীৰে ভিতৰলৈ সোমাই আহিল। মৃদু বতাহত পৰ্দাবোৰ দুলিবলৈ ধৰিলে। সহযাত্ৰীসকলৰ কথা পাহৰি আনা আপোন চিন্তাত মগ্ন হ'ল।

"ক'ত যে এৰিছিলো?" আনাই ভাবিবলৈ ধৰে, "হয়, দুখ-কষ্ট ভোগ কৰাৰ কাৰণেই আমাৰ জন্ম, আমি সকলোৱে সেই কথা জানো আৰু পৰস্পৰে পৰস্পৰক প্ৰতাৰণা কৰাৰ পথ আৱিষ্কাৰ কৰো। এই পৰম সত্যটো মানুহে যেতিয়া দেখিবলৈ পায়, তেতিয়া তেওঁ কি কৰে?"

"যি আমাক অস্থিৰ কৰি তোলে তাৰ পৰা নিষ্কৃতি পাবৰ কাৰণেই তো আমাক বিচাৰশক্তি দিয়া হৈছে।"

মহিলাই ফৰাচী ভাষাত ক'লে, স্পষ্টকৈ বুজা গৈছিল নিজৰ কথাত মহিলা নিজেই খুব খুচী হৈছে।

কথাবোৰ যেন আনাৰ চিন্তাবোৰৰ উত্তৰহে আছিল।

"হয়, মই বৰ অস্থিৰ হৈছো। অস্থিৰতাৰ পৰা উদ্ধাৰ পাবৰ কাৰণে মানুহক বিচাৰশক্তি দিয়া হৈছে। গতিকে মই উদ্ধাৰ পামেই। যেতিয়া একো চাবলগীয়া নাই, চোৱাটো বিৰক্তিকৰ, তেতিয়া জানো বন্তিৰ প্ৰয়োজন আছে? বন্তিটো নুমাই নিদিম কিয়? কিন্তু কেনেকৈ? কণ্ডাক্টৰে ইমান লৰালৰি কৰিছে কিয়? সৌ বগিটোত ল'ৰাহঁতে ইমান চিঞৰ-বাখৰ কৰিছে কিয়? কিয় এনেকৈ কথা কৈছে সিহঁতে, কিয় হাঁহিছে? সকলো মিথ্যা, সকলো প্ৰৱঞ্চনা।"

ট্ৰেইনখন ষ্টেচনত থমাৰ লগে লগে অন্যান্য যাত্ৰীৰ লগত আনাও নামিল আৰু যেন কুষ্ঠৰোগীবিলাকৰ সংশ্ৰৱ এৰাই প্লেটফৰ্মৰ মাজত থিয় হৈ থাকিল আৰু চেষ্টা কৰিলে স্মৰণ কৰিবলৈ কিয় তেওঁ ইয়ালৈ আহিছে আৰু কি কৰিবলৈ বিচাৰে তেওঁ। আগতে যিটো কৰা তেওঁৰ কাৰণে অসম্ভৱ হব বুলি ভাবিছিল, এতিয়া তাক কল্পনা কৰাই কঠিন হ'ল। বিশেষকৈ এই হৈ-চৈ লগোৱা মানুহবিলাকৰ ভিৰৰ মাজত যিবিলাকে কোনোমতে তেওঁক শান্তিত থাকিবলৈ নিদিব। মাল কঢ়িয়াই নিয়াৰ আশাত কুলীবিলাক দৌৰি আহিল তেওঁৰ ওচৰলৈ, প্লেটফৰ্মৰ তক্তাত হিলৰ শব্দ কৰি ডেকাল'ৰাহঁতে চিঞৰি চিঞৰি কথা কৈছিল, তেওঁৰ ফালে চাই। চিঠিৰ উত্তৰ নাপালে তেওঁ আগুৱাই যোৱাৰ কথা ভাবিছিল। সেই কাৰণে তেওঁ কুলী এটাক সুধিলে —"কাউন্ট ভ্ৰনস্কিৰ ওচৰলৈ চিঠি এখন লৈ যোৱাৰ কাৰণে ইয়াত কোনো মানুহ পোৱা যাব নেকি?"

"কাউন্ট ভ্ৰনস্কি? এইমাত্ৰ প্ৰিন্সেছ ছাৰোকিনা আৰু তেওঁৰ ছোৱালীজনীৰ লগত দেখা কৰিবৰ কাৰণে এজন মানুহ আহিছিল।"

"আচ্ছা, মানুহজন দেখাত কেনেকুৱা?"

কুলীৰ লগত কথা পাতি থাকোতেই কচোৱান মিহাইল আহি আনাৰ হাতত এখন চিঠি দিলে। চিঠিখন পঢ়াৰ আগতেই যেন আনাৰ হৃৎপিণ্ড কোঁচ খাই গ'ল।

চিঠিত লিখা আছিল— "অতি দুঃখিত। তোমাৰ চিঠি এতিয়াও মোৰ হাতত পৰা নাই। মই দহ বজাত উভতিম।" অমোনোযোগী হাতেৰে ভ্ৰনস্কিয়ে চিঠিখন লিখিছিল।

"ঠিকেই, মই তাকেই ভাবিছিলো," নিজকে ক'লে আনাই। তাৰপিচত মিহাইলৰ ফালে চাই ক'লে, "ঠিক আছে, তুমি এতিয়া ঘৰলৈ যাব পাৰা।" তেওঁ ধীৰে ধীৰে কৈছিল, কাৰণ বুকৰ দ্রুত স্পন্দনত উশাহ লোৱাত তেওঁ কষ্ট পাইছিল। "নাই মোক যন্ত্রণা ভোগাবলৈ তোমাক নিদিম,"— ভ্রন্স্কিক নহয়, নিজক নহয় যি তেওঁক যন্ত্রণাত ভোগাইছে তাক হুমকি দি আনাই ক'লে আৰু প্লেটফৰ্মেদি গৈ থাকিল।

দুজনী পৰিচাৰিকাই প্লেটফৰ্মত পায়চাৰি কৰি আছিল। সিহঁতে আনাৰ পোছাক সম্পৰ্কে শুনাই শুনাই মন্তব্য কৰিছিল— "খাঁটি মাল," তেওঁ পিন্ধা লেচৰ বিষয়ে সিহঁতে কোৱা-কুই কৰিছিল। ল'ৰাহঁতে তেওঁক শান্তিত থাকিবলৈ দিয়া নাছিল। পুনৰ সিহঁতে তেওঁৰ মুখৰ ফালে চাই হাঁহি হাঁহি অস্বাভাৱিক ভাবে আটাহ পাৰি কাষেদি গুচি গৈছিল। ষ্টেচন মাষ্টৰে সুধিলে আৰু দূৰলৈ তেওঁ যাব নে নাযায়। যিজন ল'ৰাই কৃভাস বিক্ৰি কৰিছিল, সি তেওঁৰ ওপৰৰ পৰা চকু আঁতৰাব পৰা নাছিল। "ভগৱান, ক'লৈ যাম মই?" গৈ থাকোতে তেওঁ ভাবিলে। চশমা পিন্ধা এজন ভদ্ৰলোকক লগ ধৰিবলৈ কেইজনীমান ভদ্ৰ মহিলা আৰু ল'ৰা-ছোৱালী আহিছিল। সিহঁতে হাঁহি হাঁহি কথা পাতি আছিল। আনা সিহঁতৰ ওচৰ পালত আটায়ে মনে মনে থাকিল। সিহঁতক এৰি আনাই বেগাই গ'ল প্লেটফৰ্মৰ শেষ প্ৰান্তলৈ। এনেতে এখন মালগাড়ী আহিল। প্লেটফৰ্ম কঁপি উঠিল। আনাৰ মনত ভাব হ'ল তেওঁ যেন পুনৰ গাড়ীত উঠি গৈছে।

ভ্ৰনস্কিৰ লগত প্ৰথম সাক্ষাতৰ দিনা যিজন মানুহক ট্ৰেইনে চেপিছিল হঠাৎ সেইজন মানুহৰ কথা তেওঁৰ মনত পৰিল। আনাই বুজি পালে তেওঁ কি কৰা উচিত। তেওঁ দ্রুতপদে চিঁড়িৰে নামি গৈ আগুৱাই অহা ট্ৰেইনখনৰ নিচেই ওচৰতে থিয় হ'ল। তেওঁ ওৱাগনবোৰৰ তলৰ ফালে আৰু ধীৰে ধীৰে অহা প্ৰথম ওৱাগনটোৰ বল্টু, শিকল আৰু লোৰ চকাটোৰ ফালে চালে, চকুৰ আন্দাজত স্থিৰ কৰাৰ চেষ্টা কৰিলে আগৰ চকা আৰু পাচৰ চকাৰ মাজৰ ঠাইখিনি ক'ত আৰু কেতিয়া সেই ঠাইখিনি আহি পৰিব তেওঁৰ ঠিক সমুখত।

"সেইখিনিতে!" ওৱাগনৰ ছায়াৰ পৰা কয়লা আৰু বালিৰ ওপৰত পাৰি দিয়া শ্লিপাৰবোৰৰ ফালে চাই তেওঁ ভাবিলে, "সেইখিনিতে, একেবাৰে মাজখিনিতে, তেওঁক শাস্তি দিম আৰু সকলোৰে ওচৰৰ পৰা, নিজৰ ওচৰৰ পৰাও নিষ্কৃতি পাম।"

আনাই প্ৰথমটো ওৱাগনৰ চকাৰ তলত নিজকে নিক্ষেপ কৰিবলৈ চেষ্টা কৰিলে, কিন্তু হাতৰ পৰা ৰঙা বেগটো পেলাই দিবলৈ চেষ্টা কৰোতে পলম হ'ল, আৰু সেই কাৰণে পাচৰ ওৱাগনটো আগুৱাই অহা লৈকে বাট চাবলগীয়া হ'ল। গা ধুবলৈ গৈ চেঁচা পানীত জঁপিয়াই পৰাৰ আগতে মনৰ ভাব যেনে হয়, তেনে এক অনুভূতিয়ে

তেওঁক আচ্ছন্ন কৰিলে। তেওঁ ক্ৰুছ চিহ্ন কৰিলে। ক্ৰুছ চিহ্ন কৰাৰ অভ্যস্ত ভঙ্গীটোৱে তেওঁৰ প্ৰাণত জগাই তুলিলে বাল্য আৰু কৈশোৰ কালৰ এলানি স্মৃতি আৰু যি অন্ধকাৰে তেওঁৰ সকলোকে ঢাকি ৰাখিছিল সেই অন্ধকাৰ হঠাতে ফাটি চোঁচিৰ হৈ গ'ল, আৰু মুহূৰ্তৰ কাৰণে অতীতৰ সমস্ত ভাস্বৰ আনন্দ লৈ জীৱনটো দীপ্ত হৈ উঠিল তেওঁৰ চকুৰ আগত। কিন্তু আগুৱাই অহা দ্বিতীয় ওৱাগনটোৰ পৰা তেওঁ দৃষ্টি আঁতৰাই অনা নাছিল। তাৰপিচত দুই চকাৰ মধ্যৱৰ্তী ঠাইখিনি তেওঁৰ মুখামুখি হোৱা মাত্ৰকে ৰঙা বেগটো দলিয়াই পেলালে, কান্ধত মূৰটো গুঁজি ইমান লাহেকৈ জাঁপিয়াই পৰিল ওৱাগনটোৰ তলত ডিঙিটো দুই হাতৰ ওপৰত আলসুৱাকৈ ৰাখি যেন তেতিয়াই পুনৰ আঁঠু কাঢ়ি উঠি বহিব। আৰু সেই মুহূৰ্ততে তেওঁ কি কৰিছে সেই কথা ভাবি আতঙ্কিত হৈ উঠিল, "ক'ত মই? কি কৰিছো মই? কি কাৰণে?" তেওঁ থিয় হ'বলৈ আৰু নিজকে পিচুৱাই টানি আনিবলৈ চেষ্টা কৰিলে, কিন্তু প্ৰকাণ্ড আৰু নিৰ্দয় কিবা এটাই তেওঁৰ মূৰত আঘাত কৰিলে আৰু তেওঁক চিত কৰি বগৰাই লৈ গ'ল। সংগ্ৰাম কৰাটো অসম্ভৱ বুলি গম পাই তেওঁ ক'লে, "ভগৱান, মোৰ সকলো দোষ ক্ষমা কৰা!"

কৃষক এজনে বিৰ্‌বিৰাই কিবা কৈ তেওঁৰ ওপৰত লোহাৰ কাম কৰি আছিল। আৰু যি ডাল মমবাতিৰ পোহৰত তেওঁ অশান্তি, প্ৰৱঞ্চনা, দুখ আৰু অন্যায়েৰে ভৰা কিতাপখন পঢ়িছিল, সি ইমান উজ্জ্বল হৈ উঠিল যে যিবোৰ বস্তু অন্ধকাৰত ঢাক খাই আছিল, সেই সকলোবোৰ আলোকিত হৈ উঠিল, তাৰপিচত দপ্‌দপ্‌কৈ জ্বলি উঠি লাহে লাহে ম্লান হৈ আহিল আৰু শেষত চিৰকালৰ বাবে নিৰ্বাপিত হ'ল।□

